# মহাশ্বেতাৰ পুনৰ্জন্ম

ৰমা বেজবৰুৱা



জ্যোতি প্ৰকাশন ঃ গুৱাহাটী - ৭৮১০০১

MAHASWETAR PUNARJANMA
RAMA BEZBARUA
PUBLISHED BY JYOTY PRAKASHAN : GUWAHATI
PRICE RUPEES : FORTY ONLY
মহাশ্বেতাৰ পুনৰ্জন্ম
ৰমা বেজবৰুৱা
প্ৰকাশক : ইলা শৰ্মা : জ্যোতি প্ৰকাশন : গুৱাহাটী
প্ৰচ্ছদ : ত্ৰৈলোক্য দত্ত
কম্পজ : বেপ্‌লিকা ভৰলুমুখ, গুৱাহাটী
মূল্য : ৪০.০০ টকা মাথোন

# আগকথা

সচৰাচৰ ঘটি থকা কিছুমান কাৰণৰ বাবে 'মহাশ্বেতাৰ পুনৰ্জন্ম' ঘটুওৱাত বিলম্ব ঘটিল। 'মহাশ্বেতা'ৰ পিচত তেওঁৰ পুনৰ্জন্ম পঢ়িবলৈ পঢুৱৈ ৰাইজৰ আগ্ৰহৰ কথা নজনাকৈ থকা নাছিলোঁ। এয়া এতিয়া সম্ভৱপৰ হ'ল সৰবৰহী আৰু আগশাৰীৰ সম্ভ্ৰান্ত প্ৰকাশন প্ৰতিষ্ঠান 'জ্যোতি প্ৰকাশন'ৰ আগ্ৰহৰ বাবেই। উপযুক্ত মানদণ্ড বজাই ৰাখি পৰিচ্ছন্নভাবে কিতাপ প্ৰকাশ কৰি জ্যোতি প্ৰকাশনে অসমৰ প্ৰকাশন ক্ষেত্ৰত এটা সুকীয়া স্থান লাভ কৰিব পাৰিছে। তেওঁলোকৰ লগতে 'জোনবিৰি'ৰ সম্পাদক মোৰ ভাতৃ-প্ৰতিম বন্ধু শ্ৰীৰঞ্জিত দাসৰ প্ৰতিও কৃতজ্ঞ হৈ ৰলোঁ।

আৰু এটা কথা। 'মহাশ্বেতাৰ পুনৰ্জন্ম'ত 'দি ৰিটাৰ্ণ অৱ আয়েসা'ৰ সামান্য প্ৰভাৱ আছে। কিন্তু তিব্বতীয় পটভূমি আৰু ঘটনাৰ কল্পনাৰাজি সম্পূৰ্ণ আমাৰ নিজা।

'মহাশ্বেতাৰ পুনৰ্জন্ম'ইও মহাশ্বেতাৰ দৰে পঢুৱৈ সমাজৰ মৰম আৰু সমাদৰ পালে কৃতাৰ্থ হম।

সৌৰভ নগৰ,
গুৱাহাটী - ২৮


এইটো সময়ত বিজয়ৰ বাহিৰলৈ ফুৰিবলৈ যোৱাৰ ইচ্ছা নাছিল যদিও ৰণবীৰ দদাইদেউৰ কাৰণে দিল্লীলৈ যাবলৈ বাধ্য হ'ল। দিল্লীত অৱশ্যে কোনো ধৰণৰ অসুবিধা হোৱাৰ কথা নাছিল। কাৰণ আন্তঃৰাষ্ট্ৰীয় পুৰস্কাৰ গ্ৰহণ কৰিবলৈ যোৱা ৰণবীৰ সিংক দিল্লীত থকা মেলাৰ সকলো সুবিধাই চৰকাৰে দিছিল। যিজনে বুঢ়া মানুহক লৈ যায় তেওঁকো চৰকাৰে সকলো সুবিধা দিয়ে। গতিকে বিজয়ৰো কোনো অসুবিধা হোৱা নাছিল। থকা-খোৱাৰ বাহিৰেও অ'লৈ ত'লৈ যাবৰ বাবে গাড়ীৰো ব্যৱস্থা আছিল। ইমানবোৰ সুবিধা পোৱা সত্ত্বেও বিজয়ৰ কিন্তু ভাল লগা নাছিল। বিশেষকৈ দিল্লীৰ নিচিনা কৰ্মব্যস্ত মহানগৰীৰ যান্ত্ৰিক জীৱনৰ কোলাহল তেওঁৰ কাৰণে বৰ অসহনীয়। প্ৰকৃতিৰ মাজতেই লালিত পালিত হোৱা নিৰিবিলি আৰু শান্তি জীৱন ভালপোৱা বিজয়ৰ পক্ষে হুলস্থূলীয়া যান্ত্ৰিক পৰিবেশ ভাল নলগাটোৱেই স্বাভাৱিক।

গৈ পোৱাৰ পিচদিনা বিজ্ঞানভৱনত হোৱা এটা গহীন-গম্ভীৰ পৰিবেশত বঁটা আৰু সন্মান প্ৰদান কৰা অনুষ্ঠান হ'ল। ইয়াত সমবেত হোৱা দেশ-বিদেশৰ মূধাফুটা প্ৰাণীতত্ত্ব বিজ্ঞানীসকলক দেখি বিজয়ৰ মনটো বৰ ভাল লাগি গ'ল। একেলগে বহুত ভাল আৰু বিখ্যাত মানুহ দেখিলে মনটো নিকা আৰু ফৰকাল লাগি যায়, সেইটো সেইদিনা বিজয়ৰ প্ৰথম উপলব্ধি। দদাইদেউকো সেইদিনা বেছ ভাল লাগিছিল। গালে-মুখে পকা দাড়ি, অবিন্যস্ত চুলি আৰু কাপোৰ-কানি পিন্ধাৰ কোনো লাগ বান্ধ নোহোৱা দদাইদেউক সেইদিনা ৰাতিপুৱাৰ পৰাই বিজয়ে উৎপাত লগাই আছিল, আজিৰ দিনটোত অন্ততঃ দদাইদেৱে যেন কিছু পৰিপাটিকৈ কাপোৰ-কানি পিন্ধে। উপায় নেপাই বুঢ়া ৰণবীৰ সিঙে ৰাতিপুৱাতেই ভালকৈ গা-পা ধুই মূৰত তেল সানি নিমজকৈ চুলিকিডাল আঁচুৰিলে আৰু বিজয়ে বাছি দিয়া চুটিযোৰ পিন্ধিলে। বিজয়ে সুন্দৰকৈ টাইডালো মাৰি দিলে।

"আজিহে ভাল দেখিছে আপোনাক দদাইদেউ"– এই বুলি বিজয়ে দদাইদেউৰ মুখলৈ চাই হাঁহিলে।

"বাৰু, বাৰু, দেৰী হৈ যাব। ৰাতিপুৱাৰ পৰা তোৰ উৎপাতবোৰ দেখি দেখি মোৰ অসহ্য হৈছে। সোনকালে ধুৰি আহি

এইবোৰ খুলি নেপেলোৱালৈকে মই শান্তি নেপাম ।"

বিজ্ঞানভৱনত প্ৰায় প্ৰথমশাৰীত বহি থকা দদাইদেউৰ গুৰুগম্ভীৰ চেহেৰাটো দেখি বিজয়ৰ মনটো গৰ্বত ফুলি উঠিছিল। অনুষ্ঠান আৰম্ভ হ'ল। ৰাষ্ট্ৰপতি আহিল। এটা চমু ভাষণেৰে ৰাষ্ট্ৰপতিয়ে এই আন্তঃৰাষ্ট্ৰীয় বিজ্ঞান সম্মিলনখন উদ্বোধন কৰিলে। প্ৰাণীতত্ত্ব বিষয়ত বিজ্ঞানৰ অগ্ৰণী ভূমিকাৰ কথা তেওঁ ক'লে। প্ৰাণীতত্ত্ব গৱেষণাৰ কাৰণে ভাৰতত এতিয়াও কিমান সমল থুপ খাই আছে সেই বিষয়েও তেওঁ উল্লেখ কৰিলে। ইয়াৰ পিচত মঞ্চলৈ এজন এজনকৈ খ্যাতনামা বিজ্ঞানীসকলক মতা হ'ল। তেওঁলোকক ৰাষ্ট্ৰপতিয়ে এখন সন্মান পত্ৰৰ স্ক্ৰল্‌ৰ লগতে এটা খামত এখন চেক্‌ প্ৰদান কৰিলে। পাঁচজনমান বিজ্ঞানীৰ পিচতেই দদাইদেউক মঞ্চলৈ মতা হ'ল। সদাহাস্যময় পকা দীঘল দাড়ি-চুলিৰে দদাইদেউক সেইদিনাহে প্ৰকৃত আন্তঃৰাষ্ট্ৰীয় বিজ্ঞানী যেন লাগি গৈছিল। দদাইদেউ মঞ্চলৈ উঠি যোৱাৰ লগে লগে বিজয়ৰ চকুকিটা আনন্দত তিৰ্‌বিৰাই উঠিছিল। এটা মিঠা হাঁহিৰে ৰাষ্ট্ৰপতিৰ হাতৰ পৰা সন্মান পত্ৰ আৰু পুৰস্কাৰ গ্ৰহণ কৰি সমবেত সুধীবৃন্দলৈ চাই দদাইদেৱে যেতিয়া মূৰ দোৱালে, তেতিয়া বিজয়ৰ মনটো আনন্দ আৰু গৰ্বত সৰু ল'ৰাৰ দৰে জঁপিয়াই উঠিছিল। অৱশ্যে তাৰপিচতেই গুৰু-গম্ভীৰ পৰিবেশৰ প্ৰতি সজাগ হৈ পৰিছিল যদিও থিয় হৈ বহুত সময়লৈকে হাত চাপৰি বজাই আছিল। এনেতে দদাইদেউ মঞ্চৰ পৰা নামি আহোতে বিজয় তেওঁৰ পিনে আগবাঢ়ি যাব খোজোতে হঠাৎ এজন প্ৰায় বৃদ্ধ বয়সৰ লোকে তেওঁৰ হাতখন ধৰি জোকাৰি দিয়াত বিজয় চক খাই উঠিল আৰু মূৰটো ঘূৰাই চাই দেখিলে পৰিপাটি সাজ-পোছাকেৰে এজন লোক, বয়সত ৰণবীৰ দদাইদেউতকৈ অলপ ডাঙৰ হ'ব। এটা মিঠা হাঁহিৰে এটা অস্ফুটস্বৰত তেওঁ ক'লে- "মাই বয়, মিষ্টাৰ ৰণবীৰ সিং, ইওৰ ফাদাৰ ন' ?" পুত্ৰস্নেহৰ এটা জিলিকনি বৃদ্ধৰ চকুত খেলি গ'ল। এটা অজান আনন্দৰ তৃপ্তিত বিজয়ে বিনয়েৰে উত্তৰ দিলে- "ন' চাৰ, হি ইজ্‌ নট মাই ফাদাৰ। বাট্‌ হি ইজ্‌ এভ্ৰিথিং টু মি।"

ইতিমধ্যে ৰণবীৰ সিং গৌৰৱ-মহৃৰ খোজেৰে আহি নিজৰ আসনৰ কাষ চাপিলহি। দদাইদেৱে হাতৰ স্ক্ৰলখন আৰু চেকৰ

এনভেলেপ্‌টো বিজয়ক গতাই দি আসনত বহিল আৰু বিজয়ে লৈ চালে। আজি বহুত দিনৰ মূৰত বিজয়ে অন্তৰ খুলি হাঁহিছে।

ৰণবীৰ বহাৰ লগে লগে পিচৰ শাৰীৰ আসনৰ পৰা সেই ভদ্ৰলোকজনে প্ৰায় ফুচ্‌ফুচাই কোৱাৰ দৰে ক'লে- "মিঃ সিং, কংগ্ৰেচুলেশ্যন। ইউ ন' মি নট্‌, আই এম্‌ ভান স্লিক্‌ ফ্ৰম চুমাত্ৰা। আই চেল চি ইউ লেটাৰ।-"

দক্ষিণ-পূব এচিয়াৰ এই শাৰীৰিক গঠনৰ এই সৰবৰহী বৃদ্ধৰ কথাকিষাবে বিজয়ৰ অন্তৰত ছাটকৈ বিজুলীৰ সঞ্চাৰ কৰি দিলে। সেই সুমাত্ৰা, সেই বোৰ্ণিও, সেই কোট্‌বাজা, যাৰ মাজেদি বিজয়ে আজিৰ পৰা বাৰ বছৰৰ আগতে গৈ ভাৰত মহাসাগৰৰ দক্ষিণৰ দুৰ্গম অঞ্চলত থকা পুষ্পকনগৰীত ভৰি দিছিলগৈ আৰু য'ত লগ পাইছিল সেই ৰহস্যময়ী নাৰী- যি নাৰীয়ে বিজয়ক এটা নতুন জীৱন দিছিল আৰু যি নিজক চিনি পোৱাৰ ক্ষমতা বিজয়ক দিছিল আৰু দিছিল শাশ্বত প্ৰেম আৰু যি গৰাকী নাৰীয়ে যোৱা বাৰটা বছৰ এটা অদৃশ্য ছাঁৰ দৰে বিজয়ক অহৰহ অনুসৰণ কৰি আহিছে।

ইয়াৰ পিচত কেতিয়া বঁটা প্ৰদান অনুষ্ঠান শেষ হৈ গৈছিল বিজয়ে তলকিব নোৱাৰিলে। কাৰণ তেওঁৰ উৎক্ষিপ্ত মনটো বিশাল ভাৰত মহাসাগৰৰ ওপৰেদি উৰা মাৰি গৈ পুষ্পকনগৰীত বিচৰণ কৰি আপোন পাহৰা হৈ পৰিছিল। পাখি মেলি সাগৰীয় চীল চৰায়ে সাগৰত শামুক আৰু মাছ বিচৰাৰ দৰে তেওঁৰ মনটোৱেও বিজ্ঞান-ভৱনৰ সুকোমল আসনৰ পৰা উৰি গৈ সেই পুষ্পকনগৰীৰ উপত্যকাত অহৰ্নিশে জ্বলি থকা সেই লেলিহান অগ্নি আৰু তাৰ কাষত হেৰাই যোৱা সেই অনন্যসুন্দৰী মহাশ্বেতাক বিচাৰি ফুৰিছিল।

কিন্তু আচৰিত ধৰণৰ স্বাৰ্থপৰতাৰ দৰে ভাৱৰ কল্পনা ৰাজ্যত বিজয়ে এবাৰো বিলালিৰ কথা ভবা নাছিল। অথচ সেই আদিবাসী চৰ্দাৰ কুমবাণৰ জীয়েক বিলালিয়েই আছিল বিজয়ৰ নৱলব্ধ যৌৱনৰ প্ৰথমা নাৰী। প্ৰথম দৰ্শনতেই আদিবাসীৰ সৰলতাৰে নিজৰ অন্তৰ দান কৰি বিলালিয়ে বিজয়ক ভাল পাই পেলাইছিল। কেৱল এয়ে নহয়। প্ৰেমৰ আবেগ বিহ্বল মুহূৰ্তত বিলালিয়ে এডাল অলৌকিক গুণসম্পন্ন লতা বিজয়ৰ বাহুত ৰক্ষা কবচ হিচাপে বান্ধি দিছিল, যিডালে পিচলৈ বিজয়ৰ জীৱন ৰক্ষা কৰিছিল। আনকি লতাডালৰ

জীৱনদায়িনী গুণৰ কথা পিচত স্বয়ং মহাশ্বেতাইও স্বীকাৰ কৰিছিল। সেই লতাডাল বিলালিয়ে বিজয়ৰ বাহুত মেৰিয়াই দিয়াৰ দিনা আনকি তেতিয়াৰ পঁচিছ বছৰ বয়সীয়া যৌৱনদীপ্ত বিজয়ে তেওঁৰো ভালপোৱাৰ প্ৰতীকস্বৰূপে হাতত আঙঠিটো খুলি বিলালিক পিন্ধাই দিছিল। সেই বিলালিয়ে বিজয়ৰ মনোজগতত একেবাৰে ভুমুকি নেমাৰে বুলি ভবাটো অৱশ্যে ভুল হ'ব। কিন্তু যোৱা বাৰটা বছৰ মহাশ্বেতা নামৰ সেই অলৌকিক শক্তিধাৰিণী আৰু অতুল সৌন্দৰ্য্যৰ অধিকাৰিণী নাৰীয়ে তেওঁৰ অৰ্দ্ধ-চেতনা আৰু অৱচেতন মনত এনেদৰে আৱৰি আছে যে বিলালিৰ অৱস্থিতি বৰ নগণ্য হৈ পৰিছে। ই তেওঁৰ ক্ষুদ্ৰ স্বাৰ্থপৰতা নে ভগৱানৰ কুটিল অভিপ্ৰায় বুজা নেযায়।

কিন্তু এই বিজ্ঞানভৱনতেই এনে এটা ৰহস্য বিজয়ৰ কাৰণে অপেক্ষা কৰি আছিল যিটো তেওঁৰ কাৰণে সম্পূৰ্ণ অভাৱনীয় আছিল। এই ৰহস্য উদ্‌ঘাটন হৈছিল গধূলি বিজ্ঞানভৱনৰ মঞ্চত অনুষ্ঠিত হোৱা সাংস্কৃতিক অনুষ্ঠানত।

বিজ্ঞানভৱনত দিনৰ ভাগত হৈ যোৱা গুৰুগম্ভীৰ অনুষ্ঠানটোৰ পিছত সন্ধিয়া সেই একে ঠাইতে অনুষ্ঠিত হ'ল সাংস্কৃতিক কাৰ্য্যক্ৰম। এই সাংস্কৃতিক অনুষ্ঠানটোৰ এটা বিশেষত্ব আছিল। কিয়নো গতানুগতিকভাৱে ইয়াত ভাৰতৰ লোক সংস্কৃতি প্ৰদৰ্শন কৰা হোৱা নাছিল। দুপৰীয়া হৈ যোৱা ভাৰত প্ৰমুখ্যে এচিয়াৰ বিশেষ দেশকেইখনৰ খ্যাতিসম্পন্ন প্ৰাণীতত্ত্ববিদসকলৰ সভাৰ লগত থাপ খুৱাই পতা এই সাংস্কৃতিক সন্ধিয়াত প্ৰতিখন অংশকাৰী দেশৰ বাছকবনীয়া শিল্পীৰ দলে তেওঁলোকৰ নিজা নৃত্য-গীতৰ সম্ভাৰেৰে যোগদান দিছিল। ভাৰতৰ সাংস্কৃতিক দলো অৱশ্যে আছিল। কিন্তু অন্য দেশৰ শিল্পীসকলে পৰিবেশন কৰা বৰ্ণাঢ্য নৃত্য-গীতে সকলোৰে মন আকৰ্ষণ কৰিব পাৰিছিল। বিজয়ো যাব লগা হৈছিল। নাচ-গান, হুলস্থুল আদি আজি-কালি বিজয়ৰ সমূলি ভাল নেলাগে যদিও দদাইদেউৰ কাৰণেই উপায় নেপাই বিজ্ঞান ভৱনলৈ গৈছিল। বিজ্ঞান ভৱনৰ প্ৰেক্ষাগৃহ দৰ্শকেৰে ভৰি পৰিছিল আৰু তাৰ সৰহভাগেই আছিল বিদেশী প্ৰতিনিধি আৰু তেওঁলোকৰ বন্ধু-বান্ধৱ। দদাইদেউৰ লগত গৈ প্ৰেক্ষাগৃহৰ তৃতীয় শাৰীতেই বিজয় আৰু দদাইদেৱে

বহিবলৈ আসন পাইছিল।

সেইদিনাখন সাংস্কৃতিক অনুষ্ঠানটোৰ কাৰ্য্যসূচী এটা দুটাকৈ যিমানেই আগুৱাই গ'ল বিজয়ৰো ভাল লাগি আহিবলৈ ধৰিলে। ভাৰতবৰ্ষৰ তিনিটামান নৃত্য দেখুওৱা হ'ল। ইয়াৰ পিছত এবাৰ যেতিয়া ঘোষকে ভাৰত মহাসাগৰৰ দ্বীপসমূহ– জাভা, বৰ্ণিও, সুমাত্ৰা, কোট্‌বাজা আদি সাগৰৰ মাজৰ দ্বীপপুঞ্জৰ গীত আৰু নৃত্য পৰিবেশন কৰা হ'ব বুলি ঘোষণা কৰিলে বিজয় আনন্দত প্ৰায় জপিয়াই উঠিল। ক্ষন্তেকৰ কাৰণে যেন বিজয়ৰ শৰীৰত এটা শিশুসুলভ চঞ্চলতা জাগি উঠিল। তেওঁ অৰ্দ্ধস্ফুট স্বৰত চিঞৰি উঠিল– 'দদাইদেউ।' বুঢ়া ৰণবীৰ দদাইদেউৰতো কৌতূহলৰ অন্ত নাই। তেৰোঁ এটা কৌতূহল বিস্ময় দৃষ্টিৰে বিজয়লৈ চালে। আজি বাৰ বছৰৰ আগতে লাভ কৰা অভাৱনীয় ঘটনাৰ অভিজ্ঞতাৰ সেই করুণ স্মৃতিয়ে দুয়োৰে অন্তৰ্চেতনাক যেন চেতাৰৰ মিঠা- মধুৰ মূৰ্চ্ছনাৰ দৰে ঝঙ্কাৰিত কৰিলে। সেই সুমাত্ৰা, বৰ্ণিও, কোট্‌বাজা, কদলী দ্বীপ, পুষ্পকনগৰী। দুক দুক বক্ষেৰে বিজয়ে মঞ্চত পৰিবেশন কৰিবলগীয়া ভাৰত মহাসাগৰৰ দ্বীপপুঞ্জৰ নৃত্য-গীতলৈ ৰৈ থাকিল। কোনে জানে, এই গীত আৰু নৃত্যই মহাসাগৰৰ বিশাল ঢৌৰ ওপৰেদি লৈ গৈ বিজয়ৰ মনটোক হয়তো সজীৱ কৰি আকৌ পুষ্পকনগৰী দ্বীপৰ সেই পাৰটো পোৱাই দিবগৈ। এই গীত আৰু নৃত্যই যদি বিজয়ৰ মনটোক অনিৰ্বাণ অগ্নিশিখাৰ কাষৰ মাটিত মিহলি হৈ থকা মহাশ্বেতাৰ ওচৰলৈ লৈ যাব পাৰিলেহেঁতেন! কিন্তু তাৰ পিছমুহূৰ্ততে বিজয়ে ভাবিলে তেওঁ শপত খাইছে, জীৱনত কেতিয়াও সমুদ্ৰ যাত্ৰা নকৰে। মৰ্মান্তিক বেদনাবিজড়িত স্মৃতিৰ সেই পুষ্পকনগৰীলৈ কৰা সমুদ্ৰ যাত্ৰাৰ অভিজ্ঞতা বোধকৰো খুব কম মানুহৰ জীৱনতেই ঘটিছে। বিজ্ঞানভৱনৰ সুকোমল আসনত বহি এইবোৰ কথা পলকতে ভাবিলে আৰু মনৰ ভিতৰতে এবাৰ হাঁহিলে। নিজকে সান্ত্বনাও দিলে, নিজৰ শৰীৰটোক কোনোদিনেই সাগৰলৈ নিনিয়ে ঠিকেই, কিন্তু মনটোক লৈ যোৱাততো কোনো বাধা নাই। ভাৰত মহাসাগৰৰ দ্বীপৰ জীৱন্ত আলম এটা লৈ যদি মনটোক বান্ধা সাৰৰীয়াৰ সাগৰীয় সাৰত তুলি বাধা-বিঘিনি, দুৰ্যোগ নেওচি

পুষ্পকনগৰীলৈ নৈ যোৱা হয় তেন্তে নিজৰ প্ৰতিভাৰ ওচৰত বিশ্বাসঘাটকতা কৰা হ'বনেকি ? মনটোক কোনে বাধা দিব ? মনটোৱে বিশ্ব-ব্ৰহ্মাণ্ড ঘূৰি আহে। অগম্য ঠাইলৈ যায়, নিষিদ্ধ ফুলৰ স্বাদো গ্ৰহণ কৰে। কিন্তু মনটোক কোনোবাই কোনোবাদিনা অপৰাধী বুলি দোষী সাব্যস্ত কৰিব পাৰিছেনে ? হঠাৎ সম্বিত ঘূৰি আহিল বিজয়ৰ। ফুট্ লাইটবোৰ জ্বলি উঠি মঞ্চৰ চৌদিশ দুগুণে আলোকিত কৰিলে। কি ভাবিছে বিজয়ে এইবোৰ ! ছিঃ ! নিজৰ ওপৰতেই যেন ঘিণ লাগি গ'ল। এনেকুৱা ধৰণৰ আবেগপ্ৰৱণ কথাবোৰ জীৱনত কোনোধৰণৰ অভিজ্ঞতা নোপোৱা কিছুমান ডেকা ল'ৰাই হয়তো ভাবিব পাৰে। কিন্তু সাৰ পাই স্বপ্ন দেখা বিজয়ৰ চৰিত্ৰ নহয়।

মঞ্চ অধিক পোহৰ হোৱাৰ লগে লগে ৰণবীৰ দদাইদেউৰো উদগ্ৰীৱতা বাঢ়িল। বিজয়েও মনৰ কল্পনাৰ আবেগ জাবিজোকাৰি মঞ্চৰ পিনলৈ ৰ লাগি চাই থাকিল।

তাৰ পিচত হঠাৎ মঞ্চৰ পোহৰ কমি আহিল আৰু গুৰ্ গুৰ শব্দেৰে ঢোলৰ শব্দ ভাঁহি আহিল আৰু ঠিক লগে লগে প্ৰায় ১০/১২ জনী গাভৰু ঢোলৰ শব্দৰ তালে তালে মঞ্চত প্ৰৱেশ কৰি ঘূৰণীয়া হৈ হাত ওপৰলৈ দাঙি দাঙি নাচিবলৈ ধৰিলে। ছোৱালীকিজনীৰ পিন্ধনত কলাফুললৈকে বৈ পৰা ক'লা কাপোৰ। শৰীৰত ব্লাউজৰ নিচিনা চোলা। ডিঙিত সাগৰীয় বিভিন্ন ৰং আৰু বিভিন্ন প্ৰকাৰৰ শামুকেৰে তৈয়াৰী মালা। হাতৰ ঠাৰিত বিচিত্ৰ ৰঙৰ ফুলৰ বালা। চুলিবোৰ বেছি দীঘল নহয়। মূৰত কড়িৰে তৈয়াৰী মালা সুন্দৰকৈ মেৰিয়াই লৈছে। সেই মালা ইমান ভালকৈ বন্ধা আছে যে প্ৰচণ্ড গতিত নৃত্য কৰিলেও সি খহি পৰিব নোৱাৰে। ঢোলৰ গতি ক্ৰমান্বয়ে বাঢ়ি অহাৰ লগে লগে মঞ্চৰ ছোৱালীকিজনীবো ভৰিৰ গিৰিপ্ গিৰিপ্‌কৈ মৰা শব্দ, হাতৰ মূৰৰ সঞ্চালন তীব্ৰতৰ হৈ আহিবলৈ ধৰিলে। একেটা ধৰণেৰেই আৰু একেটা গতিতেই নাচি থকা সত্ত্বেও সেই নাচ ক্ৰমাৎ এটা স্বকীয় ৰূপত পৰিণত হ'ল আৰু আমনি লগাৰ পৰিৱৰ্তে দৰ্শকৰ চকুত ভাবত মহাসাগৰৰ দ্বীপপুঞ্জৰ সেই নৃত্য মোহনীয় হৈ আহিবলৈ ধৰিলে। সচৰাচৰ দেখা জনজাতি নৃত্যত থকা গতানুগতিক নিৰ্বাকতা এই সাগৰীয় নৃত্যত নাই। কিন্তু

সিহঁতৰ চকু আৰু মুখত যেন উৎসৱমুখৰ আনন্দ নাচৰ ছন্দে ছন্দে প্ৰকাশ পাইছে। নাচি নাচি ঘাম বৰ্বলৈ ধৰা সিহঁতৰ ঘৃৰ্ণীয়া মৰম লগা মুখবোৰ অধিক বঙা আৰু উজ্জ্বল হৈ পৰিছিল।

মধুৰ গতিৰে শীৰ্ষবিন্দুলৈ গৈ থাকোতে হঠাৎ যেন ছন্দ পতন ঘটিল। 'ব্ৰিম্ তা ব্ৰিম্ তা' এই শব্দৰে ক্ষীপ্ৰ গতিত ঢোলৰ বাদন চলি থাকি থাকি হঠাৎ ঢোল বন্ধ হৈ গ'ল আৰু নাচনীকিজনীও ক্ষন্তেক স্তব্ধ হৈ গ'ল। কিন্তু ঢোল আৰু নাচনীৰ স্তব্ধতা আছিল মাত্ৰ এপলকৰ কাৰণেহে। তাৰ পিছত অতি উচ্চ শব্দত ব্ৰিম্ ব্ৰিম কৈ ঢোল খৰকৈ বাজিবলৈ ধৰিলে আৰু বহুতো পুৰুষ কণ্ঠৰ এটা স্বৰ ভিতৰৰ পৰা ভাঁহি আহিল। লগে লগে মঞ্চত প্ৰৱেশ কৰিলে এজনী নাৰী, যাৰ বয়স হয়তো মঞ্চত থকা নাচনীকিজনীতকৈ কিছু বেছি। বয়স বেছি হ'লে কি হ'ব! যৌৱন সেই শৰীৰত তেতিয়াও সম্পূৰ্ণ অটুট। বাকী কিজনীতকৈ সাজ-সজ্জাত এই নবাগতা নাৰী সুকীয়া। বিশেষকৈ কপালত বান্ধি লোৱা মালাৰ কড়িবোৰ ডাঙৰ আৰু বেলেগ ধৰণৰ। সেই নাৰীয়েই এই নাচনী দলৰ নেত্ৰী বুলি সহজেই ধৰি লব পাৰি। চকুৰে মুখে এটা গম্ভীৰ ভাব। দলনেত্ৰী মঞ্চত প্ৰৱেশ কৰাৰ লগে লগে আকৌ নাচোন আৰম্ভ কৰি নাচনীকিজনীয়ে হাঁহি হাঁহি তেওঁক সিহঁতৰ মাজলৈ অভ্যৰ্থনা জনালে। এইবাৰ নৃত্যই এটা সুকীয়া ধৰণৰ উদ্দাম গতি ল'বলৈ আৰম্ভ কৰিলে। ভিতৰৰ পৰা পুৰুষ কণ্ঠৰ কিৰিলি শুনা গ'ল। প্ৰেক্ষাগৃহত বহি আপোনপাহৰা হৈ চাই থকা দ্বীপপুঞ্জসমূহৰ প্ৰতিনিধি আৰু তেওঁলোকৰ লগত অহা দৰ্শকৰ মাজত এটা আনন্দ গুঞ্জন শুনা গ'ল। তাতোকৈ আচৰিত কথা, বৃদ্ধ ৰণবীৰ দদাইদেউয়ে অবাক হৈ মঞ্চলৈ চাই নিজৰ অজানিতে থিয় হৈ প্ৰায় আধাস্ফুট স্বৰত চিঞৰি উঠিল– 'বিজয়! দেখিছ নে নাই? সেয়া কোন? চিনি পাইছ নে নাই? বিজয়!!'

সম্পূৰ্ণ আপোন পাহৰা হৈ 'যোৱা বিজয় চক খাই উঠিল। মঞ্চত নতুনকৈ প্ৰৱেশ কৰা সেই ছোৱালীজনী দেখি বিজয়ো উচপ খাই উঠিছিল। এই ছোৱালীজনীৰ অৱয়বটো বৰ চিনাকি। ক'ৰবাত দেখিছিল নেকি? সেই একে শৰীৰ, একে নাচ, একে ভঙ্গিমা, একে চকু-মুখ। কিন্তু এইটো কেনেকৈ হ'ব পাৰে? এই তন্দ্ৰাচ্ছন্ন অৱস্থাৰে মাজতেই দদাইদেৱে চিঞৰি উঠিল– 'বিজয়! সেয়া কোন? কিন্তু

এইটো বৰ আচৰিত কথা বিজয় । ক'ৰ পৰা আহিল তাই ?'

কিন্তু দদাইদেউক বৰ আচৰিত কৰি বিজয়ে সুধিলে– "কিন্তু দদাইদেউ ! এই একেটা প্ৰশ্ন মোৰ মনলৈও আহিছে । কিন্তু ই একেবাৰে অসম্ভৱ কথা ।"

"অসম্ভৱ কেনেকৈ হ'ব বিজয় ? সেয়া চকুৰ আগত জীয়া মানুহ এজনী দেখি থকাৰ পিছতো তই ক'ব খোজ নেকি সেয়া আমাৰ পুষ্পকনগৰীৰ বিলালি নহয় ? মুখখনত অলপ বয়সৰ সাঁচ পৰিছে ; কিন্তু যোৱা বাৰ বছৰৰ ভিতৰত বিলালিৰ আন কোনো পৰিৱৰ্তন হোৱা নাই । তাইৰ নাচৰ ভঙ্গিমা আনতকৈ বেলেগ, সেই আগৰ বিলালিৰেই । ইয়াত সন্দেহ কৰিবলগীয়া একো নাই ।"

সন্দেহ আৰু বাস্তৱৰ ধামখুমীয়ত বিজয়ৰ ভিতৰত এটা প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছে । চকুৰে-মুখে প্ৰকাশ পাইছে উত্তেজনাৰ চিন । দদাইদেউৰ কথাৰ উত্তৰ নিদি বিজয় থিয় হৈ ক্ষীপ্ৰগতিত প্ৰেক্ষাগৃহৰ পৰা বাহিৰলৈ ওলাই আহি কৰিডৰৰ কম পোহৰ পৰা এটুকুৰা ঠাইত থিয় হ'ল । দদাইদেৱো পিছে পিছে আহি বিজয়ৰ কাষত থিয় হ'ল ।

"আচৰিত কথা নহয় নে বিজয় ? আজি বাৰ বছৰৰ আগতে পুষ্পকনগৰী দ্বীপত এৰি থৈ অহা বিলালিক আকৌ আমি দেখিলো আমাৰ নিজৰ মাটিত– দিল্লীত । ভগৱানৰ এইটো কি বিধান ! যি বিলালিক আমি কেতিয়াও দেখিবলৈ নেপাম বুলি এসময়ত এৰি থৈ আহিছিলোঁ..."

এইবাৰ উচ্চস্বৰত বিজয়ে কৈ উঠিল । সেই স্বৰত যেন ক্ষোভ আৰু দুখ মিহলি হৈ আছিল । বিজয়ে ক'লে– "এইটোত সন্দেহৰ কোনো কথা নাই দদাইদেউ । মঞ্চত নাচি থকা ছোৱালীজনী যদিও হুবহু বিলালিৰ নিচিনা, কিন্তু সেয়া বিলালি নহয় । এইটোকহে আপুনি ভগৱানৰ অপূৰ্ব লীলা বুলি ক'ব পাৰে । কাৰণ একেটা সাঁচতে ভগৱানে দুয়োজনীকে গঢ়িছে । কিন্তু বাৰ বছৰৰ মূৰত ভাৰত মহাসাগৰৰ সুদূৰ দক্ষিণত থকা পুষ্পকনগৰী দ্বীপৰ বিলালি নামৰ ঐজনী ছোৱালীক দিল্লীত অলৌকিকভাৱে দেখাটোৰ মাজত ভগৱানৰ কেনে বিধান বুলি আশা প্ৰকাশ কৰাৰ কোনো থল নাই । কাৰণ সেয়া বিলালি নহয়–"

কেনে বিধান বুলি আশা প্ৰকাশ কৰাৰ কোনো থল নাই। কাৰণ সেয়া বিলালি নহয়—"

"বিলালি নহয় যদি কোন সেই ছোৱালীজনী? বিলালি নহয় বুলি ইমান দাঠি তই কেনেকৈ ক'ব পাৰিছ? এজনী সহজ-সৰল আৰু অবলা ছোৱালীক তাইৰ কোনো দোষ নথকা সত্ত্বেও মনৰ পৰা তাইক জোৰকৈ জাৰি-জোকাৰি পেলাই পাহৰিবলৈ চেষ্টা কৰাটো তোৰ মুঠেই উচিত হোৱা নাই বিজয়।" দদাইদেৱে বিৰক্তি আৰু খং প্ৰকাশ কৰি কথাখিনি ক'লে। দদাইদেউৰ কথাত বিজয়ৰ দপ্‌কৈ খং উঠি আহিল।

উত্তেজিত হৈ ক'লে— "দদাইদেউ! মই দাঠি ক'ব পাৰিছোঁ এই কাৰণেই, সেই মই জানো আৰু খুব ভালকৈ জানো যে বিলালি এই পৃথিৱীত নাই। সেই তেতিয়াই বাৰ বছৰৰ আগতে বিলালিৰ মৃত্যু ঘটিছে। নহলে ইমান দাঠি আপোনাৰ আগত নকলোহেঁতেন।"

এইবাৰ অতি আচৰিত হ'ল ৰণবীৰ দদাইদেউ। বিজ্ঞানভৱনৰ প্ৰেক্ষাগৃহৰ বাহিৰৰ প্ৰায় শূন্য কৰিডৰত দদাইদেৱে বিজয়ৰ বাহুটোত ধৰি জোকাৰি সুধিলে— "কি কৈছ তই বিজয়, বিলালি মৰিল। আৰু তাইৰ মৃত্যু হোৱা কথা তই জান, কিন্তু মই নেজানো। আচৰিত! তোৰ লগতটো ময়ো আছিলোঁ। কিন্তু মই কেনেকৈ নজনাকৈ থাকিলোঁ?"

"পৃথিৱীৰ সকলো কথা আপুনি নেজানিবও পাৰে দদাইদেউ! মুঠতে বিলালি মৰিল। মঞ্চত নাচি থকা ছোৱালীজনীক বিলালি বুলি ভ্ৰম নকৰিব।"

তেতিয়া ভিতৰৰ মঞ্চত ঢোলৰ ক্ষীপ্ৰ ছেৱত উচ্ছল গতিত নৃত্য চলি আছে। প্ৰেক্ষাগৃহৰ শেষৰ পিনে বহা কোনো দৰ্শকৰ হাত চাপৰি আৰু প্ৰশংসাধ্বনিও শুনিবলৈ পোৱা গৈছিল।

কিন্তু বিজয়ৰ কথাত দদাইদেৱে পতিয়ন যাবলৈ টান পালে। তেওঁৰ দৃষ্টি শক্তি কমি আহিব পাৰে সঁচা। কিন্তু তিনিকুৰি বছৰীয়া জীৱনৰ অভিজ্ঞ চকুৱে ইমান ডাঙৰ ভুল কৰিব পাৰিবনে? মঞ্চত নাচি থকা ছোৱালীজনীৰ শৰীৰ, মুখ, চকুৰ চাৱনি, নাচৰ লয়লাস ভঙ্গিমা আদিৰে সেইজনী বিলালি নহয় বুলি ভাবিবলৈ তেওঁ কোনো সুকণ্ডা বিচাৰি নেপালে। কিন্তু তেওঁৰ আউল লগা মনটোক আঁত

নগাৰীলেকে হবলা বিজয়ে আকৌ কৈ উঠিল– "আপোনাৰ মনৰ পৰা এতিয়াও সন্দেহৰ ভাৱ যোৱা নাই বুলি মই বুজিছোঁ। আকৌ এবাৰ আপুনি ভিতৰলৈ গৈ নাচটো চাওঁক। আকৌ এবাৰ ছোৱালীজনীক চাওঁক। খুব ভালকৈ মন কৰিলে দেখিব ছোৱালীজনীয়ে কড়িৰ মালা পিন্ধি থকা কপালৰ ঠিক তলতে এটা দীঘলীয়া দাগ আছে। ভালকৈ চালেই দেখিব, এইটো জন্মৰ পৰাই থকা দাগ। কিন্তু এনেকুৱা দাগ আপোনাৰ বিলালিৰ আছিল নেকি মনত পেলাই চাওঁক–"

"মোৰ বিলালি ? কি কথা কৈছ ? তোৰ কোনোধৰণৰ চিনাকি নাছিল বিলালিৰ লগত ?"

এটা মৃদু হাঁহিৰে বিজয়ে মাত্র ক'লে– "যাওঁক দদাইদেউ। চাই আহকৈগে ছোৱালীজনীৰ কপালত দাগ এটা আছে নে নাই আৰু সেই দাগ জন্মৰ পৰাই থকা নে পিছত সৃষ্টি হোৱা। ভিতৰৰ পৰা ঘূৰি আহি মোক এইবাৰ ভালকৈ কওঁকহি মঞ্চৰ ছোৱালীজনী বিলালি নে আন কোনোবা।"

বিশ্বাস-অবিশ্বাসৰ দোমোজাত বুঢ়া আকৌ প্রেক্ষাগৃহত সোমাল। প্রায়, কুৰি মিনিট মানৰ পিছত ঘূৰি আহি ক'লে– "এৰা বিজয়। ছোৱালীজনীৰ কপালত এটা দাগ আছে। এইবাৰ দূৰৈৰ পৰা চাইয়ে মই দেখিছো। অৱশ্যে সেইটো জন্মৰে দাগ নে পিছত ক'ৰবাত দুখ পাই হোৱা দাগ দূৰৈৰ পৰা সঠিককৈ ধৰিব নোৱাৰি। আন এটা কথাতো মই নিশ্চিত হলো যে সেইজনী আমাৰ বিলালি নহয়।"

"কি কথা ?" এটা কৌতূহলেৰে বিজয়ে প্রশ্ন কৰিলে।

"মই বর্ণিও, সুমাত্রা, কোট্ৰাজৰ পৰা অহা ডেলিগেটকিজনকো সুধি আহিলোঁ, এই সাংস্কৃতিক দলটো প্রকৃততে কোন দ্বীপৰ পৰা আহিছে। তেওঁলোকে ক'লে– কেইবাটাও দ্বীপৰ শিল্পীক বুটলিহে দলটো তৈয়াৰ কৰা হৈছে আৰু দলটোৰ নেত্রীজনী কোটৰাজৰ পৰা আহিছে। তেওঁ বোলে বহু বছৰ তাতেই আছে। ছোৱালীজনীৰ নাম বিলালি নেকি বুলি সুধিছিলো। তেওঁলোকে উত্তৰ দিলে– ভাৰতমহা সাগৰৰ দ্বীপপুঞ্জসমূহৰ সেই ছোৱালীজনী সুখ্যাতি লাভ কৰা নৃত্যপটিয়সী। নাচৰ ভাল শিক্ষয়িত্রী। ইতিমধ্যে এনেকুৱা ধৰণৰ কনফাৰেঞ্চ বা চেমিনাৰবোৰত হোৱা কালচাৰেল ফাংচনবোৰত তেওঁ কেইবাবাৰো যোগ দিছে। বিশেষকৈ থাইলেণ্ড, জাপান, ছিঙ্গাপুৰ

"নামটো হ'ল বিযয়িলু । নামটো আমাৰ ইণ্ডিয়াৰ নামবিলাকৰ লগত মিল থকা যেন লগা নাই নে ?"

একো নেমাতিলে বিজয়ে । মাত্র বিৰবিৰৈকে অনুচ্চৰিত স্বৰত ক'বলৈ ধৰিলে 'বিযয়িলু' ।

বিজয়ে এটা উদাসীন দৃষ্টিৰে বাহিৰলৈ চাই কিবা এটা ভাবত নিমগ্ন হ'ল । বিজয়ৰ মনক কিহে আমনি কৰি আছে ৰণবীৰ দদাইদেৱে বুজিব পাৰিছে । পুষ্পকনগৰী দ্বীপত সেই তেতিয়া বিলালিহঁতে নচা আদিম প্ৰাণ খোলা-নাচৰ হুবহু ৰূপ মঞ্চত দেখিবলৈ পাই বিজয় আকৌ বাৰ বছৰৰ অতীতলৈ উৰা মাৰি যাব খুজিছে, এই কথা সহজেই ধৰিব পাৰি । বাৰ বছৰৰ সেই দিনটোতেই সেই পাহাৰটোৰ ওপৰত বিলালিয়ে এডাল লতা বান্ধি দিছিল বিজয়ৰ বাহুত, যিডালেই বিজয়ৰ প্ৰাণ ৰক্ষা কৰিছিল । এই কথা দ্বীপৰ মহাশক্তিসম্পন্না সেই অধিষ্ঠাত্ৰী দেৱীয়েও স্বীকাৰ কৰিছিল । সেইদিনাখনেই বিজয়েও তাৰ হাতৰ আঙঠিটো বিলালিক পিন্ধাই দিছিল । কিন্তু পিছত কি হৈ গ'ল এতিয়া ভাবিলেও গা সিঁয়ৰি উঠে । সেই অধিষ্ঠাত্ৰী দেৱীয়ে চকুৰ আগতেই বিজয়ক গ্ৰাস কৰি পেলালে । কি অলৌকিক মায়া মোহত পৰি বিজয়ে সম্পূৰ্ণ ৰূপে পাহৰি পেলাইছিল বিলালিক । প্ৰাণ চঞ্চল দপ্‌দপাই ফুৰা ডেকা বিজয়ৰ কি ধৰণে আমূল পৰিৱৰ্তন ঘটিল আৰু আজিও বিজয়ৰ সেই মোহাচ্ছন্ন ভাৱ শেষ হৈ যোৱা নাই । বাৰ বছৰৰ পিছতো আজিও এটা অবিৰত মুমূৰ্ষ ভাৱ । কিন্তু আজি বুঢ়া ৰণবীৰে বিজয়ৰ মুখত যিটো শুনিলে সেইটোহে বৰ আচৰিত । বিলালি মৰিল । কিন্তু কেতিয়া আৰু কেনেকৈ মৰিল ? আৰু আটাইতকৈ আচৰিত কথা, বিলালি মৰাৰ কথা বিজয়ে জানে । অথচ একেলগে থকা ৰণবীৰে আজিলৈকে একোৱেই নেজানে । ৰণবীৰ দদাইদেৱে বিজয়ক সুধিলে –"বিজয়, তই এটা কথাৰ উত্তৰ দেচোন ।"

কিছুসময় মৌন হৈ থকা বিজয় দদাইদেউৰ এই আচম্বিত প্ৰশ্নত সামান্য সচকিত হ'ল– "কি কথা দদাইদেউ ?"

"তই কেনেকৈ জানিলি বিলালি মৰিল ? আৰু ক'ত, কেতিয়া মৰিল ? মই জনামতে, আমি পুষ্পকনগৰী দ্বীপৰ পৰা অহাৰ শেষ সময়তে তই বিলালিক লগ পাইছিলি । তই তাই বেচেৰীক অৱজ্ঞা

কৰি গুচি আহিছিলি। কিন্তু তাৰ পিছতেই তাইৰ মৃত্যু কেনেকৈ হ'বলৈ পালে আৰু তয়েই বা গম পালি কেনেকৈ ?

কিছু সময় নিস্তব্ধ হৈ থকাৰ পিছত এটা অস্ফুট হুমুনিয়াহ ওলাই আহিল বিজয়ৰ মুখৰ পৰা। বিজয়ে ক'বলৈ ধৰিলে– "দদাইদেউ ! এইবোৰ কথা কোৱাৰ কোনো প্ৰয়োজন নহ'ব বুলিয়ে মই ভাবিছিলোঁ। কিন্তু আজিৰ পৰিস্থিতিয়ে কিছু কথা ক'বলৈ মোক বাধ্য কৰালে। বিলালি নামৰ ছোৱালীজনী কোন আছিল, মোৰ লগত তাইৰ কি সম্বন্ধ– এই কথা মই বহুতদিন ভাবিছোঁ। মই তাইক কেতিয়া আঙঠি দিছিলো মই তাকো ভাবি একো সূত্ৰ বিচাৰি পোৱা নাই।··· আপোনাৰ বোধকৰো মনত আছে, আমি যিদিনা পুষ্পকনগৰী দ্বীপ এৰি আহিছিলো, সেইদিনা ভূৰত উঠাৰ আগে আগে কুমাৰণ নামৰ চৰ্দাৰটোৱে মোক একাষৰীয়াকৈ মাতি নিছিল। বোধকৰো মনত আছে আপোনাৰ। তেতিয়া সি মোক আঙঠিটো ঘূৰাই দি কৈছিল, বিলালি বোলা তাৰ জীয়েকজনীয়ে আগদিনা ৰাতি কিবা এটা তীব্ৰ বিহ খাই মৰিল। সিহঁতৰ নিয়মমতে তাইৰ মৃত-দেহটো ভূৰ এখনত বান্ধি উটুৱাই দিব। সি কান্দি কান্দি কৈছিল, আগদিনা ৰাতি জীয়েক বিলালিয়ে তাৰ হাতত আঙঠিটো দি মোৰ হাতত দিবলৈ কৈছিল। সেইকাৰণে সি মোক আঙঠিটো দি দিলে।

সেইদিনা সেইটো দেখি মই চিনি পাইছিলো সেইটো মোৰেই আঙঠি।"

"তেতিয়াও তোৰ মনত নপৰিল, তোৰ আঙঠিটো কেনেকৈ বিলালিৰ হাতলৈ গৈছিল ?" "মানে দদাইদেউ, মই ঠিক···"

"ৰ, আজি যেতিয়া মঞ্চত সিহঁতৰ দলৰ নেত্ৰীজনী সোমাল, তেতিয়া মোৰ সন্দেহ হৈছিল সেইজনী বিলালিয়ে। তই কিন্তু কৈছিলি যে মই ভবা মতে সেইজনী বিলালি নহয়। তই যদি বিলালিক একেবাৰে পাহৰি গ'লি তেন্তে আজি সেই নাচনী ছোৱালীজনী বিলালি নহয় বুলি কেনেকৈ ক'লি ?"

দদাইদেউ ৰণবীৰ সিঙৰ অকাট্য যুক্তিসনা এই প্ৰশ্নবাণত বিজয় থতমত খালে। দদাইদেৱে আকৌ ক'বলৈ ধৰিলে– "তই আনকি ইমানদূৰো ক'ব পৰা হ'লি যে এইজনী ছোৱালীৰ কপালত এটা দাগ আছে; কিন্তু বিলালিৰ কপালত নাছিল। তেন্তে তোৰ

কথা-বতৰা, তোৰ আচৰণ আচলতে ভণ্ডামিৰ বাহিৰে আন একো নহয়। তই ইমানদুৰ।"

"দদাইদেউ।" বিজয়ে চিঞৰি উঠিল। ভণ্ড শব্দটোৱে বিজয়ক ক্ষুব্ধ কৰি তুলিলে। বিজয়ৰ চিঞৰত দদাইদেৱে ভয় পালে।

"দদাইদেউ আপুনি মোক খুব ভালকৈয়ে জানে। ভণ্ড মই কোনোদিনেই নাছিলো আৰু মই ভণ্ড নহওঁ। জীৱনৰ বিশেষ অৱস্থাত মানুহৰ স্মৃতি বিভ্ৰম ঘটিব পাৰে। পুষ্পকনগৰী দ্বীপ আমি কি অৱস্থাত এৰি আহিছিলো, আপুনি জানে। পুষ্পকনগৰী এৰাৰ সময়ত মই খুব ভালকৈ উপলব্ধি কৰিছিলো, মানুহৰ চৰম মানসিক দুৰ্যোগৰ অৰ্থ। সেই নিষিদ্ধ দ্বীপত প্ৰবেশ কৰাৰ পৰা, তাৰ পৰা গুচি অহালৈকে মোৰ যি মানসিক পৰিৱৰ্তন ঘটিছিল, সেই কথা আজিও মোৰ কাৰণে এটা দুৰ্জেয় ৰহস্য হৈ আছে। ··"মই বিলালিক সঁচাকৈয়ে পাহৰি গৈছিলোঁ। আপোনালোকে এইটোক হয়তো চিত্তৰ বিকলতা বুলি ক'ব। বিলালিৰ মৃত্যুয়েও মোৰ মনত কোনো ধৰণৰ প্ৰতিক্ৰিয়া অনা নাছিল। আঙঠি মই কেতিয়া দিছিলো তাকো মই পাহৰি পেলাইছিলোঁ।

···কিন্তু আজি চাৰি বছৰৰ আগতে মই যেতিয়া কিছুমান কিতাপ আৰু মেগেজিন পঢ়িবলৈ আৰম্ভ কৰিলো, তেতিয়া আকৌ ভাৰত মহাসাগৰৰ সেই দ্বীপবোৰৰ ভিতৰলৈ সোমাবলৈ চেষ্টা কৰিলোঁ। তাৰ ভিতৰৰে এখন কিতাপ আছিল, যিখন এজন আইৰিচ্ প্ৰকৃতিবিদ আৰু নৃতত্ত্ববিদ ৰবাৰ্ট অ' নীলে লিখা। সেইখন কিতাপত এবিধ বনৰীয়া লতাৰ গুণৰ বৰ্ণনা পঢ়িছিলোঁ। সেই লতা পোৱা গৈছিল মাত্ৰ সেই নিষিদ্ধ দ্বীপত। সেই লতাৰ এনেকুৱা গুণ যে কোনোবাই ধাৰণ কৰিলে, অতি কঠোৰ আঘাত পালে বা আহত হলেও সেই লতা ধাৰণ কৰা মানুহজনৰ মৃত্যু নঘটে। অৱশ্যে তাতো এটা বদ্ধমূল সংস্কাৰৰ কথা আছে। মাকে পুতেকৰ বা ঘৈণীয়েকে গিৰীয়েকৰ বাহুত অতি মৰম আৰু নিস্বাৰ্থভাৱে বান্ধি দিলেহে সেই লতাই কাম দিছিল। এই লতা হেনো সেই নিষিদ্ধ পুষ্পকনগৰীৰ মাত্ৰ এটা অঞ্চলতহে পোৱা যায় আৰু যিকোনো মানুহে ইয়াক চিনিও নেপায়। এই লতাৰ ৰস এটা তীব্ৰ বিষ।"

"অ' তাৰ পিছত ?"

"মৃত্যু বোধ কৰিব পৰা সেই লতাৰ বৰ্ণনা পঢ়াৰ পিছৰে পৰা কিয় জানো ক'ব নোৱাৰো মোৰ মনত কিবা এটা পৰিৱৰ্তন মই অনুভৱ কৰিলোঁ। মোৰ কৌতূহল বাঢ়ি গ'ল। সেই লতাৰ বিষয়ে জানিবলৈ মই বহুতো কিতাপ পঢ়িলোঁ। বহুতৰ লগত আলোচনা কৰিলোঁ। কিন্তু অ' নীলৰ কিতাপৰ বাহিৰে মই কতো একো নেপালোঁ। সেই নিষিদ্ধ দ্বীপত আমাৰ আগতে কেইবাজনো মানুহে ভৰি দিছিল। তাৰ ভিৰত অ' নীলো আছিল এজন। অ' নীলৰ জীৱন্ত ডায়েৰী পঢ়ি পঢ়ি মই বহুত দিনলৈ চিন্তাত বুৰ গ'লো আৰু এদিন হঠাৎ মই নিজকে পুনৰ আৱিষ্কাৰ কৰিলোঁ যে মই পুষ্পকনগৰীত বিলালি বোলা এজনী ছোৱালীক লগ পাইছিলোঁ। তাই মোৰ বাহুত এডাল লতা বান্ধি দিছিল আৰু মইও দিছিলো তাইক মোৰ হাতৰ আঙঠিটো। তাইৰ মৃত্যুৰ বেদনাই মোক বৰ বিমৰ্ষ কৰিলে ; নিজকে বৰ অসহায় যেন লাগিল।"

"কিন্তু তাইৰ মৃত্যুৰ কাৰণে যে তইয়ে দায়ী..."

"মনে মনে থাকক দদাইদেউ। মোক আকৌ এবাৰ ভাবিবলৈ দিয়ক। আজি মই মনে মনে ভগৱানক প্ৰাৰ্থনা কৰিছিলো আপোনাৰ কথাই যেন সঁচা হয়। মঞ্চত নাচি থকাজনীয়েই যেন বিলালি হয়। বিলালি মৰা নাই বুলি যেন মই জানিব পাৰোঁ। কিন্তু দদাইদেউ। আপুনি নিজে চাই আহি ক'লে "এইজনীৰ কপালত এটা দাগ আছে আৰু তাইৰ নাম বিযয়িন্ত। মইয়ে বোধকৰো দায়ী।"

বিজয়ৰ কণ্ঠস্বৰ কৰুণ আৰু অসহায় হৈ পৰিল।

বিলালিৰ মৃত্যু ঘটিছে বুলি বিজয়ে তেতিয়াই সেই বাৰ বছৰৰ আগতে জানিছিল যদিও আজি বিজ্ঞানভৱনত ভাৰত মহাসাগৰৰ দ্বীপপুঞ্জৰ সাংস্কৃতিক অনুষ্ঠান দেখাৰ পিছৰে পৰা বিজয়ৰো মনটো উগুল-থুগুল হৈ পৰিছিল। বিলালিৰ দেউতাক কুম্‌ৰাণে বিলালিৰ মৃত্যু সংবাদ দিছিল ঠিকেই, কিন্তু আজি সন্ধিয়াৰ পিছৰে পৰা তেওঁ নিজেও প্ৰত্যয় যাব পৰা নাছিল। বিজ্ঞানভৱনৰ পৰা দদাইদেউৰ সৈতে থকা ঠাইখিনিলৈ আহোতে গাড়ীত এই অবিশ্বাস্য কথাখিনিকে বিজয়ে ভাবি আহিছিল। দদাইদেউৰ মনতো অবিশ্বাস আৰু শঙ্কাই বাৰে বাৰে জুমুৰি দি ধৰিছিল। কাৰণ তেৰোঁ মৌন হৈ পৰিছিল। হয়তো তেওঁ বিজয়কো সন্দেহ কৰিছিল। বিলালি জীয়াই আছে,

অথচ বিজয়ে তাইৰ মৃত্যু হোৱা বুলি কৈছে। সেয়েহে গাড়ীত গৈ থাকোতে আপোন ভাৱত মগ্ন হৈ থকা অৱস্থাতো দদাইদেৱে বিজয়লৈ মাজে মাজে এবাৰ দুবাৰ সন্দেহৰ দৃষ্টিৰে চাইছিল। একে বিলালিৰ কথাই তেতিয়া কিন্তু বিজয়ে আন এটা দৃষ্টিকোণেৰে ভাবিবলৈ চেষ্টা কৰিছিল। ভগৱানৰ সৃষ্টিত ৰঙে-অবয়বে একে গঢ়ৰ দ্বিতীয় এজনী ছোৱালী থাকিব পাৰে। কিন্তু সাইলাখ একে ছোৱালী থাকিব পাৰে জানো ? অৱশ্যে বিজ্ঞানভৱনৰ মঞ্চত নচা ছোৱালীজনীৰ কপালত এটা কটা দাগ আছে। আৰু নামটোও তাইৰ বিযম্নিস্তহে, বিলালি নহয়। কিন্তু এই কটা দাগটো নথকা হ'লে তাইতো হুবহু বিলালিয়েই। হাঁহিটোও একেদৰে বিলালিৰে। কোনে জানে, কপালৰ কটা দাগটো পিছতো অৰ্থাৎ যোৱা বাৰ বছৰৰ ভিতৰৰ কোনোবা এটা সময়তো কেনেবাকৈ হ'ব পাৰে। অৱশ্যে এটা চিন আছিল যিহৰ দ্বাৰা ছোৱালীজনী বিলালি বুলি সঠিক হ'ব পৰা গ'লহেঁতেন। বিলালিৰ থুঁতৰিৰ ঠিক তলতে ডিঙিত এটা ডাঙৰ তিল আছিল। এই বিযম্নিস্ত নামৰ ছোৱালীজনীৰ ডিঙিতো তেনেকুৱা তিল আছে নে নাই সেইটো দূৰৈৰ পৰা ঠাৱৰ কৰা কঠিন। নিজৰ থকা ঠাই হোটেল কক্ষ পোৱাৰ পিছতো বিজয়ে এই ৰহস্যৰ সমিধান বিচাৰি আকাশ পাতাল ভাবিবলৈ ধৰিলে। আকৌ ভাবিলে, মঞ্চত নচা ছোৱালীজনী যদি সঁচাকৈয়ে বিলালিয়ে হয়, তেন্তে সৰল সহজ অজ্ঞাত দ্বীপবাসী কুমৰাণ চৰ্দাৰে বিলালি মৰা বুলি কিয় মিছা কথা ক'লে ? যদি এইজনী ছোৱালীয়ে বিলালি হয় তেন্তে এতিয়া কিহৰ কাৰণে নাম পৰিৱৰ্তন কৰাৰ প্ৰয়োজন হ'ল ?

বিজয়ে দদাইদেউলৈ চালে। আজি গোটেই দিনটো দদাইদেউৰ কাৰণে হ'ব লাগিছিল হৰ্ষ উৎফুল্লতাৰ দিন। কাৰণ আন্তঃৰাষ্ট্ৰীয় সন্মিলনত তেওঁ দেশৰ এজন উল্লেখযোগ্য প্ৰাণীতত্ত্ববিদ হিচাপে স্বীকৃতি আৰু সন্মান পাইছে। নিয়মমতে আনন্দৰ উল্লাসত তেওঁ ইমান সময় চিঞৰ বাখৰ কৰি থাকিব লাগিছিল। কিন্তু দদাইদেৱো বিজয়ৰ দৰে ভাৱত নিমগ্ন হৈ পৰিছে। বিজ্ঞানভৱনৰ পৰা অহাৰ পিছত দদাইদেৱে কাপোৰ-কানি সলাই হোটেলৰ বয়টোৱে আনি দিয়া চাহ একাপ খাই এটা মস্ত চুৰট্ জ্বলাই কোঠাটোৰ সন্মুখত থকা সৰু বেল্‌কনিত থিয় হৈ দিল্লী মহানগৰীৰ সমুজ্জ্বল অজস্ৰ লাইটৰ পোহৰৰ মাজেদি

আকাশলৈ চাই কিবা কিবি ভাবি আছে।

হঠাৎ বিজয় বিছনাৰ পৰা উঠি থিয় হ'ল আৰু দদাইদেউলৈ চাই ক'লে– "দদাইদেউ! মই এইখিনিৰ পৰা আহোঁ।"

বিজয় ক'লৈ যাব দদাইদেৱে জানিছিল চাগৈ। তেওঁ শূন্যলৈ চাই থকা তেওঁৰ দৃষ্টি আঁতৰাই নানি মাত্র ক'লে– "সোনকালে আহিবি কিন্তু।"

দুই মহলাৰ কোঠাৰ পৰা বিজয় দপ্‌দপ্‌কৈ নামি গ'ল। অলপ সময়ৰ পিছতেই অট'ৰিক্সা এখন চলি যোৱাৰ শব্দ শুনা গ'ল। দদাইদেৱে জানে এই অট'ৰিক্সাই বিজয়ক লৈ চাণক্যপুৰীৰ পিনে গৈছে।

চাণক্যপুৰীৰ কূটনৈতিক আবাসিক হোষ্টেলত দ্বীপপুঞ্জৰ পৰা অহা শিল্পীসকলৰ থকা-খোৱাৰ ব্যৱস্থা হৈছিল। সমুখত ধুনীয়া ল'ন আৰু ফুলনিৰে সুশোভিত পৰিবেশত এই হোষ্টেলৰ ভৱনটো অৱস্থিত। বোর্ণিওৰ পৰা অহা ভান্‌স্লিকৰ তত্বাৱধানত ভাৰত মহাসাগৰৰ দ্বীপপুঞ্জৰ শিল্পীৰ দলটো আহিছিল। ভানস্লিকৰ সৈতে ইতিমধ্যে দদাইদেউৰ জৰিয়তে বিজয়ৰো পৰিচয় হৈ গৈছিল। কেশ বিৰল আৰু থুঁতৰিত লিংলিংকে কেইডালমান দাড়িৰে মধ্যবয়সীয়া ভানস্লিকক বিজয়ৰ ভাল লাগি গৈছিল। সকলোকে আপোন কৰিব খোজা এটা হাঁহি সদায় মানুহজনৰ মুখত লাগি থাকে। প্রতিটো কথাই জানিবলৈ মানুহৰ ভিতৰত থকা কৌতূহল তেওঁৰ উৎকণ্ঠিত চকুত পদে পদে প্রকাশ পাইছিল।

সেই সময়ত ভান্‌স্লিক বোধকৰো নিজৰ কোঠাত আছিল। বিজয়ে ৰিচেপচন্ কাউন্টাৰত থকা মানুহজনৰ জৰিয়তে ভানস্লিকলৈ ইন্টাৰকাম্ যোগে খবৰ পঠালে। কিন্তু এই সময়ত কোনো মানুহৰ লগত দেখা নকৰে বুলি কোৱাত বিজয়ে ৰণবীৰ সিঙৰ 'কাজিন্' বিজয় সিং আহিছে বুলি ৰিচেপ্চনষ্টিক ক'বলৈ কোৱাত ভান্‌স্লিকে লগে লগে মাতি পঠালে। দুৰু দুৰু বক্ষেৰে বিজয় ভান্‌স্লিকৰ কোঠালৈ অগ্রসৰ হ'ল। সৰবৰহী ভান্‌স্লিকৰ যোগেদি মনৰ ভিতৰত সংশয় আৰু বিতর্কৰ সৃষ্টি কৰা সেই ছোৱালীজনীক ওচৰৰ পৰা পৰীক্ষা কৰাৰ সুযোগ পাব পৰা হ'ব বুলি তেওঁৰ বিশ্বাস। যদি সেইজনী, প্রকৃততে বিলালি নহয়, তেতিয়া? আৰু সেইজনী যদি আচলতে বিলালিয়েই হয় আৰু এতিয়া নাম পৰিৱৰ্তন কৰি বিষয়িত

হৈছে তেতিয়া বিজয়ে কি কৰিব ? বিলালি যদি হয় নিশ্চয় তাই বিজয়ক চিনি পাব। গভীৰ উৎকণ্ঠাৰে ভৰা দোদুল্যমান মনেৰে বিজয়ে ভান্‌স্লিকৰ কোঠাৰ সম্মুখত থিয় হৈ দুৱাৰ নক্ কৰাৰ লগে লগে ভিতৰৰ পৰা এটা অতি আগ্ৰহী সুৰ ভাঁহি আহিল- "ইয়েচ, কাম ইন্।"

ভিতৰত সোমাই বিজয় থতমত্ খাই ক্ষন্তেক সময় ৰৈ দিলে। কাৰণ ভিতৰত কেৱল ভান্‌স্লিকেই নাছিল। তেওঁ এখন চকীত বহি আছিল। সম্মুখত এখন চেন্টাৰ টেবুলৰ ওপৰত এটা গিলাচ। গিলাচত ৰঙচুৱা পানী। এটা এচ্ ট্ৰে। তেওঁৰ কাষত আন এখন চকীত আন এজন মানুহ। মানুহজন ভাৰতীয়। চৰকাৰৰ কিবা এজন বিষয়া বুলি অনুমান হয়। তাতোকৈ আচৰিত কথা, কোঠাটোৰ ভিতৰত থকা বিচনাখনৰ ওপৰত বহি আছে সেই ছোৱালীজনী, যাৰ বিষয়ে মনত উদ্ৰেক হোৱা সংশয় দূৰ কৰিবলৈকে বিজয় ইয়ালৈ আহিছে। দুৱাৰখন ঠেলা মাৰি দিয়ে ক্ষন্তেক সময় ৰৈ যোৱা অৱস্থাতেই বিজয়ক হাঁহি হাঁহি ভান্‌স্লিকে আকৌ এবাৰ কৈ উঠিল– "ইয়েচ্ কাম ইন্, কাম ইন্। দি গ্ৰেট ইয়ং মেন হু ট্ৰেভেলড্ আৱাৰ আইলেণ্ডচ্– হেঃ হেঃ কাম ইন্।"

এই মধ্যবয়সীয়া ভল্‌ভলীয়া ভান্‌স্লিক নামৰ মানুহজনে বিজয় ভাৰত মহাসাগৰৰ দ্বীপসমূহ ভ্ৰমণ কৰিবলৈ গৈছিল বুলি কেনেকৈ জানিলে সেইকথা সেইটো মুহূৰ্তত ভবাৰ বিজয়ৰ অৱকাশ নাছিল। কাৰণ সেই সময়ত বিজয়ৰ কৌতূহলী চকু ছোৱালীজনীৰ মুখৰ ওপৰত পৰিছিল। কোঠাটোত জ্বলি থকা কম পাৱাৰৰ বাল্বৰ পোহৰত বিজয়ক দেখাৰ লগে লগে ছোৱালীজনীৰ মুখখনতো কিবা ভাবান্তৰ ঘটিছিল নেকি সেয়া বিজয়ে বোধকৰো মন নকৰিলে। স্বপ্নালোকিত কোঠাটোত সেই সময়ত ছোৱালীজনীৰ মুখখনো দপ্‌কৈ উজ্জ্বল হৈ পৰিছিল। কিন্তু সেয়া আছিল মাত্ৰ এটা লহমাৰ বাবেহে। তাৰ পিছত আকৌ সেই গুৰুগম্ভীৰ ভাৱ।

বিজয় সোমাই আহিল। তেতিয়া সেই চৰকাৰী বিষয়াজন থিয় হ'ল আৰু ভান্‌স্লিকৰ পৰা বিদায় লৈ বিজয়ৰ কাষেদি ওলাই গ'ল। ভালেই হ'ল ; পৰিবেশটো মুকলি হৈ গ'ল।

'ইয়েচ, টেক ইওৰ চিট্ ইয়ংমেন...' বুলি ভান্‌স্লিকে

চিঞৰ-বাখৰ কৰি তেওঁৰ কাষৰ চকীখনতে বহিবলৈ ক'লে। মনৰ উচপিচনি আৰু দুৰু দুৰু বক্ষেৰে বিজয় বহি আকৌ এবাৰ বিছনাত বহি থকা ছোৱালীজনীলৈ চালে। তললৈ মূৰ কৰি বহি আছে। অথনি মঞ্চত দেখা সাজপাৰ আৰু কড়িৰ অলঙ্কাৰ এতিয়া তাইৰ গাত নাই। লংশ্লিভৰ এটা চোলা আৰু তলত মেখেলা জাতীয় পৰিধান। ইতিমধ্যে ভানস্লিকে তেওঁ খাই থকা গিলাচৰ পানীয় বিজয়েও খাব নেকি বুলি সোধাত বিজয়ে ধন্যবাদ জনাই নেখাওঁ বুলি ক'লে। বুঢ়া ৰণবীৰ সিওঁকো কিয় লৈ নানিলে বুলি সোধাত দদাইদেৱে এতিয়া জিৰণি লৈছে বুলি বিজয়ে ক'লে।

চয়-নিচয়ৰ দোমোজাত ভানস্লিকৰ পৰা কথা উলিয়াবলৈকে বিজয়ে আজি সন্ধিয়াৰ সাংস্কৃতিক অনুষ্ঠানৰ প্ৰসঙ্গৰ অৱতাৰণা কৰি ক'লে যে ভাৰত মহাসাগৰৰ মাজত থকা দ্বীপসমূহৰ পৰা বুটলি অনা সাংস্কৃতিক দলটোৰ নাচ-গান বৰ উপভোগ্য হৈছিল। সকলো শ্ৰেণীৰ দৰ্শকে ইয়াৰ ভূয়সী প্ৰশংসা কৰিছে। গিলাচটোৰ পৰা এঢোক মাৰি বুঢ়া ভানস্লিকে আনন্দ উজ্জ্বল চকুযুৰিৰে বিজয়লৈ চাই ক'লে যে এই সকলোবোৰৰ কৃতিত্ব এই ছোৱালীজনীৰ। অশেষ কষ্ট কৰি দলটো গঠন কৰি দ্বীপপুঞ্জৰ ঐতিহ্য-পৰম্পৰাৰ ভেঁটিত তৈয়াৰ কৰা নৃত্য-গীত শিকাই এই দলটোক পৃথিৱীৰ প্ৰাচীনতম আৰু আধুনিক মহানগৰী দিল্লীলৈ আনি যে গুণী-জ্ঞানী ব্যক্তিৰ প্ৰশংসা বুটলিবলৈ সক্ষম হৈছে, তাৰ গুৰিতে হ'ল এই ছোৱালীজনী, বিযয়িন্তু।

ছোৱালীজনী ইমান সময় তললৈ মূৰ কৰি মৌন হৈ আছিল। বিজয়লৈ এবাৰো মূৰ দাঙি চোৱা নাছিল। তাইৰ ভিতৰত কিহৰ প্ৰতিক্ৰিয়া চলি আছিল, জনাৰ কোনো উপায় নাছিল। ভানস্লিকৰ এনে মুক্ত প্ৰশংসাত এইবাৰ ছোৱালীজনী অবিচল হৈ থাকিব নোৱাৰিলে। লাজত ৰঙা মুখখন অধিক ৰঙচুৱা হৈ পৰিল। মূৰ দাঙি এটা কপট খঙেৰে ভানস্লিকলৈ চালে। এটা মৰমসনা দৃষ্টিৰে ভানস্লিকেও তাইলৈ চাই আত্মপ্ৰসাদৰ হাঁহি মাৰিলে। বিযয়িন্তু নামৰ ছোৱালীজনী কিন্তু তেতিয়াও বিছনাত বহি আছিল। ইচ্ছা কৰা হ'লে ইমান সময়ত তাই উঠি যাব পাৰিলেহেঁতেন। কিন্তু কিবা এটা অজান শক্তিয়ে তাইৰ উঠি যোৱাৰ শক্তি ৰহিত কৰি পেলাইছিল। এতিয়ালৈকে ছোৱালীজনীৰ মুখৰ এষাৰো মাত বিজয়ে শুনিবলৈ পোৱা

নাই। লাজেই ইয়াৰ কাৰণ নে অন্য কিবা? এটা দলৰ নেত্ৰী হিচাপে আহি মঞ্চত নিজে নাচি গোটেই দলটোকে কৃতিত্বৰ শিখৰলৈ নি হাজাৰ হাজাৰ দৰ্শকৰ প্ৰশংসা লাভ কৰিবলৈ সক্ষম হোৱা এজনী পৰিপূৰ্ণা ছোৱালীৰ মাটিৰ পৰা মূৰ দাঙিব নোৱাৰা এনে লজ্জা ভাৱ অস্বাভাৱিক বুলি বিজয়েও অনুভৱ কৰিলে। ইমান সময় বিজয়ৰ মুখৰ প্ৰশংসাসূচক কথা শুনি তাইও এষাৰ কথাৰে অন্ততঃ বিজয়ক ধন্যবাদ জনাব লাগিছিল। এইটো পৃথিৱীৰ যিকোনো দেশত প্ৰচলিত এটা সামান্য শিষ্টাচাৰ। এইখিনিকে যেতিয়া ছোৱালীজনীয়ে কৰিব নোৱাৰিলে আৰু অনাহক লাজত মূৰ দাঙিব নোৱাৰিলে বিজয় নিশ্চিত হ'বলৈ বাধ্য হ'ল যে এই ছোৱালীজনী বিলালিৰ বাহিৰে আন কোনো হ'ব নোৱাৰে। তথাপি তাৰ আগতে একেবাৰে সম্পূৰ্ণভাবে নিশ্চিন্ত হৈ যাব লাগিব। ভানুস্নিকে গিলাচৰ মদ শেষ কৰি আকৌ বটলৰ পৰা ঢালি লৈ তাত পানী মিহলাই মিচিক মাচাকৈকে হাঁহিবলৈ ধৰিলে। বিজয়ৰ উচপিচনি আৰু সেই ছোৱালীজনীৰ লজ্জাবনতা মুখখন দেখি বুঢ়াই বোধহয় মনে মনে বৰ স্ফূৰ্তি পাইছে। বিজয়ৰ পৰা ছোৱালীজনী বেছি দূৰৈত নাছিল। ছোৱালীজনীৰ কপালত অথনি দেখা দাগটোলৈ তেওঁ চালে। ইমান সময় দাগটোলৈ কিয় চোৱা নাছিল। তেওঁ আচৰিত হ'ল। ক'তা দাগটো দেখোন নাই। তথাপি সেয়া চকুৰ নে মনৰ ভ্ৰম আছিল? দদাইদেৱেও কিয় ভুল দেখিলে? এইবোৰ কিহৰ প্ৰহেলিকা? এইবাৰ অধিক বেছি নিশ্চিত হ'বৰ কাৰণে বিজয়ে এটা বেঁকা দৃষ্টিৰে ছোৱালীজনীৰ থুঁতৰিৰ তলৰ ডিঙিৰ অংশটোলৈ চালে। তললৈ মূৰ কৰি থকাৰ কাৰণে অৱশ্যে দেখা নাপালে।

বোধকৰো ছোৱালীজনীয়ে অস্বস্তি অনুভৱ কৰিছিল। ঘনে ঘনে তাইলৈ বিজয়ে চাই আছে বুলি ছোৱালীজনীয়ে বোধকৰো অনুভৱ কৰিছিল। তাইৰ লগত যে বিজয়ে কথা পাতিবলৈ সুযোগ বিচাৰি আছে সেইটোও সম্ভৱ তাই বুজিব পাৰিছিল। বিযয়িন্ত থিয় হ'ল আৰু সুৰাত ক্ৰমান্বয়ে মত্ত হৈ পৰা ভানুস্নিকলৈ চাই সিহঁতৰ ভাষাতে তাই যে যাব খুজিছে অস্ফুট স্বৰত ক'লে। হঠাৎ সাৰ পাই উঠাৰ দৰে ভানুস্নিকে হাত জোকৰি কিবা কিবি ক'লে। তাই ইতস্ততঃ কৰি আকৌ বিছনাখনত বহিল। এইবাৰ ভানুস্নিকে বিজয়লৈ চাই

সুধিলে। তেওঁৰ কথাবোৰ লাগি লাগি ধৰিছিল।

"ইয়ংমেন, তুমি কিহৰ কাৰণে মোৰ ওচৰলৈ আহিলা এতিয়ালৈকে কোৱা নাই। কোৱা তুমি কিয় আহিছা? কেৱল আমাৰ কালচাৰেল দলটোক কংগ্ৰেচুলেট কৰিবলৈকে নিশ্চয় তুমি অহা নাই।"

বিজয়ে যথেষ্ট ধীৰ-স্থিৰ হৈ ক'বলৈ চেষ্টা কৰিলে, "কংগ্ৰেচুলেট্ কৰাটো অৱশ্যে এটা অন্যতম প্ৰধান কাম। কিন্তু তাৰ লগতে আপোনাৰ লগত আৰু দলৰ নেত্ৰী এওঁৰ লগতো দুআষাৰ কথা পাতি যাওঁ বুলি ভাবিলো। আপোনাৰ লগত চিনা পৰিচয় হৈ কিছু কথা পাতিছোঁ। কিন্তু এওঁৰ লগতহে কথা পাতিবলৈ বা চিনা পৰিচয় হ'বলৈ একেবাৰে সুযোগ পোৱা নাই। এওঁ মৌন হৈ আছে। বোধকৰো কথা বেছি নকয়।"

এইবাৰ বুঢ়া ভানস্লিকে ঢেক্‌ঢেক্‌কৈ হাঁহি দিলে। হাঁহি হাঁহি ক'বলৈ ধৰিলে "ন' ন'। বিযয়িস্তক তেনেকুৱা বদনাম নিদিবা। তাই কথা কৈ খুব ভাল পায়। আনদিনাতো কোনো মানুহৰ আগত ইমান লাজ নকৰে। অলপ আগতেও তাই সেই অফিচাৰজনৰ লগত সুন্দৰ কথা পাতিছে। তোমালোকে চিনা পৰিচয় হোৱা। নিশ্চয় লাহে লাহে তাই মুখ খুলিব।"

তাৰ পিচত ভানস্লিকে ছোৱালীজনীক সম্বোধন কৰি কিবা কিবি ক'লে। সেয়া বিজয়ৰ পক্ষে বুজা সিমান সহজসাধ্য নাছিল যদিও বুঢ়াৰ মুখত বিজয় সিং নামটো শুনি বুজিলে যে সেয়া পৰিচয়ৰ ভূমিকা। ছোৱালীজনীৰ মুখত কিন্তু কোনোধৰণৰ সৌজন্য দেখা পোৱা নগ'ল। বৰং আগতকৈও বেছি গম্ভীৰহে হৈ পৰিল।

কথাখিনি কোৱাৰ পিচতেই বুঢ়া ভানস্লিক থিয় হ'ল। পৰি যাবই খুজিছিল। কিন্তু থাপ্ মাৰি চকীখনত ধৰি পোন হৈ ক'বলৈ ধৰিলে "ইয়ংমেন্। তোমালোকক চিনাকি কৰি দিলোঁ। তাইৰ নাম তুমি ইতিমধ্যে শুনিছাই কিজানি। বিযয়িস্ত। তোমালোকে কথা পাতা। মই অলপ বাহিৰৰ পৰা আহোঁ। মই অতি সোনকালে ঘূৰি আহিম। তুমি কিন্তু গুচি নেযাবা। তোমাৰ ভ্ৰমণ কাহিনী শুনিব লাগিব।"

বিজয়ে অস্বস্তি অনুভৱ কৰি বিযয়িস্তলৈ চালে। তেওঁ সেই

আগৰ দৰেই গম্ভীৰ। বিজয়ে ক'লে "মোৰ বিষয়ে ৰণবীৰ দদাইদেৱে অলপ বেছিকৈ কৈছে হবলা আপোনাৰ আগত। আজি সময় নহ'ব। পলম কৰিলে দদাইদেৱে চিন্তা কৰিব। কালিলৈ পাৰিলে আকৌ আহিম। কথা পাতিম আপোনাৰ লগত।"

"নহয় ৰ'বা। আজি বাৰু তুমি একো ক'ব নেলাগে। কিন্তু অলপ সময় বহাচোন। মই এতিয়াই আহিম।" এই বুলি বুঢ়া লাহে লাহে ওলাই গ'ল। দ দপ্ কৈ ওলাই যাবলৈ চেষ্টা কৰিলে যদিও খোজবিলাক থৰক্-বৰক্ হ'ল।

বিজয় কিছু সময় মৌন হৈ বহি থাকিল। সম্মুখত বিযয়িন্তও শিলৰ মূৰ্তিৰ দৰে স্থিৰ হৈ তলমূৰ কৰি আছে। বিজয়ে এতিয়াও সম্পূৰ্ণৰূপে নিশ্চিত হ'ব পৰা নাই। কাৰণ ছোৱালীজনীৰ থুঁতৰিৰ তলত ডিঙিত তিলটো আছে নে নাই এতিয়াও বিজয়ে জানিব পৰা নাই।

ভানুস্লিক ওলাই যোৱাৰ পিচত কোঠাটোত বিজয় আৰু বিযয়িন্ত নামৰ ছোৱালীজনীহে থাকিল। কোঠাত আন তৃতীয় প্ৰাণী নাই। সন্দেহৰ ভাৱ এতিয়াও বিজয়ৰ মনৰ পৰা যোৱা নাই। এইজনী বিলালিৰ বাহিৰে আন কোনো নহয় বুলি মনটো দৃঢ় হোৱাৰ লগে লগে ছোৱালীজনীৰ মুখমণ্ডলত ফুটি উঠা সৰল আৰু অচিনাকি ভাবটোৱে তেওঁৰ মনত আকৌ সন্দেহে দেখা দিলে। যদি সঁচাকৈয়ে বিলালিয়ে হয় তেন্তে পূৰ্বৰ সেই প্ৰথম স্মৃতিয়ে তেওঁক ব্যতিব্যস্ত কৰি তুলিব লাগিছিল। নিৰ্বাক আনন্দেৰে ঘনে ঘনে বিজয়ৰ মুখলৈ চাবলৈ চেষ্টা কৰিলেহেঁতেন। কিন্তু এতিয়া বৰং দেখা গৈছে, এজনী অচিনাকি গাভৰুৰ মুখত ফুটি উঠা এটা সলজ্জ অভিব্যক্তি।

ক্ষন্তেক নীৰৱতাৰ পিছত বিজয়ে ছোৱালীজনীলৈ চাই সুধিলে "তোমাক দেখাৰ পিচৰে পৰা বাৰে বাৰে এজনী ছোৱালীলৈ মোৰ খুব মনত পৰিছে। যদি বেয়া নোপোৱা, তোমাৰ এই নামটোৰ বাহিৰে অন্য নামো কিবা আছে নেকি?"

বিযয়িন্ত নামৰ ছোৱালীজনীয়ে একো নেমাতিলে। বিজয়ৰ প্ৰশ্নটো শুনি এবাৰ মাত্ৰ তেওঁৰ মুখলৈ চাই আকৌ তলমূৰ কৰি বহি থাকিল। তাহানিৰ বিলালিৰ ডিঙিত থকা তিলটো চাবৰ কাৰণে

বিজয়ে উৎসুক হৈ বিযয়িন্তলৈ চালে। কিন্তু তাৰ আগতেই বিযয়িন্তই আকৌ তলমূৰ কৰি বহিল।

বিজয়ে আকৌ ক'বলৈ ধৰিলে– "আন এজনী ছোৱালীলৈ খুব মনত পৰিছে বুলি কোৱাতকৈ আজি হঠাৎ মনত পৰি গ'ল বুলি কোৱাহে উচিত হ'ব। সেই ছোৱালীজনীক কিয় জানো ক'ব নোৱাৰো, মই প্ৰায় পাহৰি যোৱাৰ নিচিনা হৈছিলোঁ। এইটো মোৰ মতিভ্ৰম নে আন কিবা মই এতিয়াও ভালকৈ বুজিব পৰা নাই। এইটো মোৰ অপৰাধেই চাগে।"

ইমানখিনি কোৱাৰ পিচতো কোনোধৰণৰ ভাবান্তৰ ছোঁৱালীজনীৰ মুখত পৰিলক্ষিত নহ'ল। তললৈ মূৰ কৰিয়ে থাকিল। সিপক্ষৰ পৰা কোনো ধৰণৰ সঁহাৰি নেপালে এজনেই কথা কৈ থকাটো অসম্ভৱ কথা। আকৌ এবাৰ চেষ্টা কৰি চাবলৈ বিজয়ে পুনৰ সুধিলে, "কিয় তুমি দেখোন একোকে নোকোৱা। উপযাচি মইয়ে মাতিছোঁ কাৰণে তুমি বোধহয় বেয়া পাইছা। যদি দোষ হৈছে ক্ষমা কৰিবা। তোমাৰ লগত চিনাকি হোৱাৰ বাহিৰে মোৰ অন্য কোনো উদ্দেশ্য নাছিল যদিও মোৰ অন্তৰত সৃষ্টি হোৱা এটা কৌতূহল দূৰ কৰিব খুজিছিলোঁ। তুমি বোধহয় মোৰ উপস্থিতি খুব ভাল পোৱা নাই। মই যাওঁ। মিঃ ভান্‌স্লিক আহিলে অনুগ্ৰহ কৰি ক'বা, মই গ'লোঁ।"

এই বুলি বিজয় যাবৰ কাৰণে থিয় হ'ল। তেওঁ ব্যৰ্থমনোৰথ হৈছে। কিন্তু বিজয় থিয় হোৱাৰ লগে লগে বিযয়িন্ত নামৰ ছোৱালীজনীৰ শৰীৰত এটা চঞ্চলতা জাগি উঠিল। তেওঁ মূৰটো দাঙি বিজয়লৈ চালে। মাত্ৰ এটা পলকৰ বাবে। কিন্তু সেইটো মুহূৰ্ততেই বিজয়ৰ চকুত পৰিল ছোৱালীজনীৰ ডিঙিত এটা তিল আছে। সচকিত হৈ বিজয় চঞ্চল হৈ উঠিল। কিন্তু বিজয় সংযত হ'ল আৰু আগন্তুক ভৱিষ্যতৰ বাবে সাজু হ'ল। এতিয়ালৈকে ছোৱালীজনীৰ মুখত মাত শুনা নাছিল। আকৌ এবাৰ মূৰটো তুলি ছোৱালীজনীয়ে অস্ফুট স্বৰত ভঙা ভঙা ইংৰাজী শব্দ মিহলি কৰি উত্তৰ দিলে "আপুনি ভুল কৰিছে বুলি মই বুজিব পাৰিছোঁ। মোৰ নাম বিযয়িন্ত বুলি আপুনি শুনিছে বোধকৰো। মোৰ ঘৰ কোট্‌ৰাজ দ্বীপৰ ভিতৰৰ এখন গাঁৱত।"

বিজয়ে লগে লগে ক'লে– "হ'ব পাৰে তোমাৰ এতিয়া নাম বিযয়িন্ত। কিন্তু মই যদি কওঁ, তোমাৰ আচল নাম আচলতে বিলালিহে আৰু তোমাৰ দেউতাকৰ নাম চৰ্দাৰ কুম্ৰাণ্ তেতিয়া তুমি বোধকৰো অস্বীকাৰ কৰিব নোৱাৰিবা। আৰু সেই নিষিদ্ধ দ্বীপ, য'ত তোমালোকে তোমালোকৰ অধিষ্ঠাত্ৰী দেৱী আছে বুলি বিশ্বাস কৰিছিলা, তাতেই তোমাৰ ঘৰ। বোধকৰো তোমাৰ এতিয়াও মনত আছে, সেইদিনা ৰাতি তোমালোকৰ গাঁৱৰ উৎসৱৰ দিনা ৰাতি জুইৰ কাষত তুমি মই দুয়ো ঘূৰি ঘূৰি নাচিছিলোঁ ? আৰু তুমি।"

বিজয়ৰ কথাখিনি শুনি বিযয়িন্ত যেন সামান্য উত্তেজিত হৈ পৰিল। কিন্তু লগে লগে পুনৰ স্বাভাৱিক হৈ ক'বলৈ ধৰিলে "আপুনি ভুল কৰিছে। আপুনি বোধকৰো আন কোনোবা–"

বিজয়হে বৰং ক্ৰমাৎ উত্তেজিত হৈ পৰিল "ওহোঁ, মোৰ কেতিয়াও ভুল হোৱা নাই। এই চেহেৰা, এই নাক, মুখ, চকু আৰু আনকি তোমাৰ ডিঙিৰ সেই তিলটো, তোমাৰ কথা-বতৰা কেতিয়াও বিলালিৰ বাহিৰে আন কাৰো হ'ব নোৱাৰে।"

বিযয়িন্তই হাঁহিলে। এটা ৰহস্যসনা হাঁহি !

"তেনেহলে আপুনি বিশ্বাস নকৰে মই বিযয়িন্ত। আপোনাৰ মতে মই বিলালি।"

"নিশ্চয়, মোৰ কোনো সন্দেহ নাই। তুমি এতিয়া পাহৰিব খুজিলে কেনেকৈ হ'ব ? সুদীৰ্ঘ বাৰ বছৰৰ পিচতো মোৰ স্পষ্ট মনত আছে আৰু তুমি আমাৰ সেই কথাখিনি সম্পূৰ্ণভাৱে পাহৰিব খুজিছা। হয়তো এইটো তোমাৰ কিবা এটা ছলনা। তুমি কেনেকৈ পাহৰি যাব খুজিছা সেইদিনা ৰাতি দ্বীপৰ সেই পাহাৰটোৰ কথা ? তালৈ আমি গৈছিলোঁ। তুমি মোক লৈ গৈছিলা।"

একেটা ৰহস্যময় হাঁহিৰে বিযয়িন্তই আকৌ ক'লে- "এইবোৰ কথা মোক কিয় হৈছে আপুনি ? মই বাৰে বাৰে কৈছোঁ, আপুনি ভুল কৰিছে।"

"কৈছোঁ নহয়, মই ভুল কৰা নাই। কেনেকৈ পাহৰি যাব খুজিছা সেই নিৰ্জন জোনাক ৰাতি পাহাৰৰ সেই শিলছটাৰ ওপৰত আমি দুয়ো বহিছিলোঁ, কথা পাতিছিলোঁ। তাৰ পিচত তুমি মোৰ বাহুত এডাল লতা মেৰিয়াই দিছিলা আৰু মইও তোমাৰ আঙুলিত

আঙঠি এটা পিন্ধাই দিছিলোঁ। তুমি এই সকলোবোৰ ইমান সোনকালে কেনেকৈ পাহৰিব পাৰিছা বিলালি ?"

এইবাৰ বিযয়িন্তু হঠাৎ গহীন হৈ পৰিল। চকুৱে-মুখে যেন এটা বেদনাৰ ছাঁ। কথাখিনি কোৱাৰ পিচত বিজয়ে বৰ আগ্ৰহেৰে বিযয়িন্তুলৈ চালে। তেওঁ ভাবিলে এইবাৰ বিলালিয়ে তেওঁলোকৰ দুয়োৰে ভিতৰত সূত্ৰপাত হোৱা সেই সমস্যাৰ কথা অস্বীকাৰ কৰিব নোৱাৰিব। ইমান সময় কঠোৰ আৱৰণৰ মাজত ৰাখি নিজকে কেনেকৈ বিলালিয়ে ঢাকি ৰাখিব পাৰিছিল। এনেকুৱা এটা ব্যক্তিত্বত আচৰিত হোৱাৰ লগতে বিজয়ে এটা অজানিত আনন্দও অনুভৱ কৰিলে। কিন্তু মুহূৰ্তৰ ভিতৰতে বিযয়িন্তুই প্ৰশ্ন কৰিলে– "ঠিক আছে, আপোনাৰ কথাই সঁচা বুলি মানি ললোঁ। মইয়ে যদি আপুনি কোৱা মতে বাৰ বছৰৰ আগতে আপোনাৰ বাহুত কিবা এডাল লতা বান্ধি দিছিলোঁ তেনেহলে সেই লতাডাল আপোনাৰ বাহুত নিশ্চয় থাকিব লাগে। আছেনে দেখুৱাওঁক। আৰু আপুনি কোৱা মতে মোৰো আঙুলিত আপুনি দিয়া আঙঠিটো থাকিব লাগে। কিন্তু ক'তা মোৰ হাতৰ আঙুলিত কোনো আঙঠি নাই। দেখুৱাওঁক আপোনাৰ বাহু।"

বিযয়িন্তুৰ এনে প্ৰত্যাহ্বানমূলক প্ৰশ্নত বিজয় থতমত খাই উঠিল। অজানিতে হাতখন বাহুৰ ওচৰলৈ গ'ল, নিৰ্বাক হৈ পৰিল।

"ক'তা দেখুৱাওক আপোনাৰ বাহুত থকা লতাডাল, যিডাল হেনো মইয়ে বান্ধি দিছিলোঁ।"

স্বাভাৱিক হবলৈ চেষ্টা কৰি বিজয়ে ক'লে "তাৰ পিচত কত ঘটনা ঘটি গ'ল তুমি বোধকৰো নেজানা। বহু ঘটনা মোৰ অজ্ঞাতেও ঘটি গৈছে। সেইকাৰণে ....." তেতিয়া বিৰবিৰকৈ কিবা এটা বকিলে বিযয়িন্তুই। তেওঁৰ চকু মুখ যথেষ্ট গম্ভীৰ। তাৰ পিছত এটা তাচ্ছিল্যভৰা হাঁহিৰে বিযয়িন্তুই ক'লে– "চাওক! আপুনি অহাৰ পিচৰ পৰা মই গম্ভীৰ হৈ থকা কাৰণে আপুনি হয়তো ভাবিছিল যে মই খুব লাজকুৰীয়া। কিন্তু আচলতে মই সিমান বেছি লাজকুৰীয়া নহয়। পুৰুষ জাতি, বিশেষকৈ আপোনাৰ নিচিনা বয়সৰ মানুহৰ পৰা মই সাধাৰণতে আঁতৰি থাকিব খোজোঁ। দেশ-বিদেশ বহুবাৰ ঘূৰি ফুৰিছো যদিও মোৰ এই আড়ষ্টতাৰ পৰা মই এতিয়াও হাত

সাৰিব পৰা নাই। গতিকে মোক ক্ষমা কৰিব।"

বিযয়িন্তৰ এই কথাখিনিয়ে আকৌ বিজয়ৰ মনত আশাৰ তাব সঞ্চাৰ কৰিলে। বৰ আগ্ৰহেৰে তেওঁ বিযয়িন্তলৈ চালে। কিন্তু বিযয়িন্তই সেই আশাৰ মূৰত চেঁচা পানী ঢালি ক'লে– "মই দুখীত, আপোনাৰ ধাৰণা ভুল। হয়তো মই দেখিবলৈ একে। কিন্তু আপুনি ভবা মতে মই আপোনাৰ সেই কোনোবা বিলালি নহওঁ। আপুনি অথনিৰে পৰা ভুল কৰিছে।"

"কিন্তু কোন তুমি? যদি বিলালি নোহোৱা তেন্তে আন কোন হ'ব পাৰে?"

"ক'লো নহয় মই বিযয়িন্ত। বেছি কৌতুহল নেদেখুৱাব। নাচ গান কৰি ফুৰা মই এজনী সাধাৰণ ছোৱালী। ইয়াতকৈ বেছি জনাৰ প্ৰয়োজন নাই।"

লাজত মূৰ দাঙিব নোৱাৰা ভাৰত মহাসাগৰৰ দ্বীপপুঞ্জৰ নৃত্য-গীত দলৰ নেতৃত্ব কৰা বিযয়িন্ত নামৰ ছোৱালীজনী যে ইমান মুখৰা আৰু বাক্-পটিয়সী হ'ব, এই কথা এঘন্টা মানৰ আগতো বিজয়ে ভাবিব পৰা নাছিল। কেৱল এয়ে নহয়, ছোৱালীজনী যথেষ্ট বুদ্ধিমতী। এতিয়া লাহে লাহে বিজয়ৰ মনতো সন্দেহ হ'ল, বোধকৰো এই ছোৱালীজনী বিলালি নহয়।

"হ'ব পাৰে তোমাৰ কথাখিনিয়ে সঁচা। মোৰ এই অনাহক কৌতূহলৰ কাৰণে মোক ক্ষমা কৰিবা। কিন্তু তুমি মোৰ এষাৰ প্ৰশ্নৰ উত্তৰ দিবানে? বিলালি বুলি তুমি কাৰোবাক চিনি পোৱানে? তোমাৰ কোনোবা যঁজা ভগ্নী আছে নেকি?"

"ক'লো নহয়, মই বিলালি নহওঁ। বিলালি বোলা মই আন কোনোবা ছোৱালীক চিনিও নেপাওঁ। মোক ক্ষমা কৰিব।"

অতি উদাসীনভাৱে কথাখিনি কৈ কৈ বিযয়িন্তই হামিয়ালে। বিজয়ে বুজিলে তেওঁৰ উঠিবৰ সময় হ'ল। সম্পূৰ্ণৰূপে নিষ্ফল হ'ল। মনে মনে নিজৰ ওপৰত আক্ৰোশো হ'ল, তেওঁৰ ইমান ডাঙৰ ভুল কেনেকৈ হ'বলৈ পালে। তেন্তে বিলালিৰ মৃত্যুৰ বাতৰি সঁচা? কিন্তু... এনে এটা দোদুল্যমান মনৰ অৱস্থাত বিজয় থিয় হ'ল আৰু ক'লে– "তেনেহলে মই যাওঁ। মনৰ ভ্ৰমত মই খুব আমনি দিলোঁ। মোক ক্ষমা কৰিবা। মিঃ ভানুস্লিকক ক'বা, মই গলোঁ।"

বিযয়িস্তুই মাত্ৰ মূৰটো দুপিয়ালে। একো নেমাতিলে। মুখত এটা সামান্য সৌজন্যৰ হাঁহিও প্ৰকাশ নেপালে।

নিৰাশা আৰু ক্ষোভেৰে বিজয় লাহে লাহে কোঠাটোৰ পৰা ওলাই গ'ল। তলৈলে মূৰ কৰি বিযয়িস্তুলৈ এবাৰো ঘূৰি নেচালে। ঘূৰি চোৱাৰ কোনো ধৰণৰ মানসিক অৱস্থা তেতিয়া বিজয়ৰ নাই। চোৱা হ'লে বা চাব পৰা হ'লে বিজয়ে অন্ততঃ স্বস্তি পালেহেঁতেন এই বুলি যে এই বিযয়িস্তু আৰু তেওঁৰ বাক্‌পটুতা ইত্যাদিবোৰ এটা সুন্দৰ আৱৰণহে। তেওঁৰ প্ৰকৃত পৰিচয় লুকাই আছিল চকুৰ পৰা বৈ অহা লোতক খিনিতহে। কিন্তু বিজয়ে সেয়া চাই যাব নোৱাৰিলে।

ভগ্ন মন এটা লৈ বিজয় ওলাই গ'ল।

মনে মনে যিটো আশা কৰিছিল সেইটো বিফল হোৱাত হতাশাগ্ৰস্ত মনেৰে বিজয় লৰালৰিকৈ হোটেলৈলে ঘূৰি আহিল। ৰাতি বেছি হৈছিল। কিন্তু দিল্লীৰ ৰাতিৰ নিৰ্জনতাৰ আশঙ্কাই বিজয়ক শঙ্কিত কৰিব পৰা নাছিল। কাৰণ বিযয়িস্তু বোলা ছোৱালীজনীক এৰি অহাৰ মুহূৰ্তৰ পৰাই অন্তৰ্দ্বন্দই তেওঁক বাৰে বাৰে আমনি কৰিছিল। তেনেহলে তেওঁ ঠিকেই শুনিছিল, বিলালিৰ মৃত্যু ঘটিছে। ভাৰত মহাসাগৰৰ সেই অচিন অথচ ৰহস্যময় দ্বীপৰ সেই অজ্ঞাত বিলালিক তেওঁ পাহৰি আহিছিল; কালৰ কুটিল গতিত হয়তো বিলালি পাহৰণিৰ অতল গভীৰতাত চিৰদিনৰ কাৰণে হেৰাই গ'লহেঁতেন, যেনে দৰে আদিম ভাৰতবৰ্ষৰ দক্ষিণে থকা বিশাল জলৰাশিত থকা বহুতো অখ্যাত-অজ্ঞাত সৰু সৰু দ্বীপ ভাৰত মহাসাগৰৰ বুকুত লীন হৈ গৈছে। কিন্তু এতিয়া লগ পাই অহা ছোৱালীজনী বিলালি নহয় বুলি আশ্বস্ত হৈছে যদিও এতিয়াও কিবা এটা সন্দেহে বিজয়ৰ মনৰ মাজত খচ্‌খচাই আছে। একে চেহেৰাৰ এজনী ছোৱালী থাকিব পাৰে সঁচা, কিন্তু কণ্ঠস্বৰ, কথা-বতৰা, হাঁহি আদি হুবহু একে হ'ব পাৰে জানো? আনকি থুঁতৰি তলত থকা তিলটোৱেওতো বিজয়ৰ চকুক ফাকি দিয়া নাই। বিলালিৰ সৈতে সকলোবোৰেই একে, এই ছোৱালীজনীৰ মুখমণ্ডলত থকা অস্বাভাৱিক আৰু গধুৰ গাম্ভীৰ্য্যৰ বাহিৰে। এই গাম্ভীৰ্য্য বিজয়ে বিলালিৰ গাত দেখা নাছিল। আৰু এইটোৱে বিজয়ৰ সন্দেহ দূৰীকৰণ দৃঢ় কৰাত

সহায় কৰিছে।

ইফালে দদাইদেউ ৰণবীৰ সিঙৰ চিন্তাত অস্থিৰতা বাঢ়িবলৈ ধৰিছিল। নানান ধৰণৰ চিন্তাই তেওঁক জুমুৰি দিবলৈ ধৰিলে। তান্ত্ৰিকৰ ওচৰত বিজয়ৰ ইমান পলম হোৱাৰ তো কোনো কাৰণ থাকিব নেলাগিছিল। তেন্তে বিযয়িন্ত বোলা ছোৱালীজনীক লগ পালেগৈ নেকি ? দুয়োৰে দেখা সাক্ষাৎ হ'ল নেকি ? বিযয়িন্ত নামৰ ছোৱালীজনী আচলতে বিলালিয়ে নেকি ? কোনে জানে তাই কিজানি বিজয়ৰ ওচৰত ধৰা পৰি গৈছে !

এনে সময়তেই বেছ হুৰমূৰকৈ বিজয় সোমাই আহিল। যাওঁতে চকুৱে-মুখে থকা উৎসাহ এতিয়া একেবাৰে নাই। তাৰ পৰিৱৰ্তে এটা হতাশা মুখখনত ফুটি উঠিছে। উৎকণ্ঠাৰ চাৱনিৰে দদাইদেৱে বিজয়লৈ চালে। কিন্তু বিজয়ে মুখেৰে একো শব্দ নকৰিলে। তেতিয়া দহ বাজিছে।

বিজয়ৰ মুখৰ মাত নেপাই দদাইদেউ গৈ ৰেডিওটোৰ ওচৰলৈ গৈ সেইটো বজাই দিলে। তেতিয়া বাতৰি চলি আছিল। বিজয়ে নিজৰ বিছনাত বহিছিলগৈ। তেনেতে ৰেডিওত এটা বাতৰি প্ৰচাৰিত হ'ল, যিটোৱে বিজয়ক হঠাতে ভীষণভাৱে উচপ্ খুৱাই দিলে। গিৰিপ্‌কৈ তেওঁ থিয় হ'ল আৰু একে কোবে গৈ ৰেডিওৰ কাষ পালেগৈ। তেতিয়া বাতৰি পঢ়োতাই পঢ়ি আছিল– ভূমিকম্পত কিমান মানুহ হতাহত হৈছে জনা নেযায় যদিও তিব্বতৰ সেই দুৰ্গম পাহাৰীয়া জনশূন্য অঞ্চলত মৃত্যুৰ সংখ্যা বেছি নহ'ব বুলি ধাৰণা কৰা হৈছে। কিন্তু সেই দিশৰ আকাশত ভূমিকম্পৰ পিচৰে পৰা এটা ডাঙৰ উজ্জ্বল নক্ষত্ৰ জিলিকিবলৈ আৰম্ভ কৰা সৰ্বসাধাৰণৰ মনত এটা প্ৰবল কৌতূহলৰ সৃষ্টি কৰিছে বুলি জনা গৈছে।–

ইয়াৰ পিচত বিজয়ৰ স্থিৰতা হেৰাই গ'ল। তেওঁ তীব্ৰভাৱে 'দদাইদেউ' বুলি চিঞৰি উঠিল। দদাইদেৱে চক খাই উঠিল। তেওঁ ভাবিলে, বিজয়ে বোধকৰা এতিয়া ক'ব তালৈ গৈ সেইজনী ছোৱালী বিলালি হয়নে নহয়।

তেওঁ আগ্ৰহেৰে সুধিলে–"কি হ'ল বিজয় ? সেইজনী ছোৱালী বিলালি হয়নে ?"

অধিক অধৈৰ্য্য আৰু উষ্মা প্ৰকাশ কৰি বিজয়ে কৈ উঠিল–

"নহয়, সেইবোৰ কথা ক'ব খোজা নাই ।"

– "কি তেনেহলে ?"

– "বাতৰিটো শুনিলেনে নাই আপুনি ?"

– "সেই তিব্বতত ভূমিকম্প......"

– "আৰু আকাশত নক্ষত্ৰটো ......।"

– "অঁ কি হ'ল পিচে ? কিয় এনেকুৱা কৰিছ তই ?......"

কিন্তু বিজয়ে একো নেমাতিলে । গম্ভীৰ হৈ গ'ল ।

উত্তৰ-পূৰ্বাঞ্চলত হোৱা ভূমিকম্প আৰু আকাশত উজ্জ্বল জ্যোতিষ্কৰ আবিৰ্ভাবৰ বাতৰিয়ে যোৱা বাৰ বছৰকাল নীৰৱ হৈ পৰা বিজয় সিঙৰ অন্তৰ-মানসৰ তন্ত্ৰীডাল তোলপাৰ লগাই কঁপাই দিলে । বাৰবছৰৰ আগতে ঠিক এনে এটা সময়তেই ভাৰত মহাসাগৰৰ গভীৰ দূৰত্বত থকা সেই নিষিদ্ধ পুষ্পকনগৰী দ্বীপৰ অভ্যন্তৰত অৱস্থিত অনিৰ্বাণ জুইকুৰাৰ কাষত মাটিত ধীৰে ধীৰে মিহলি হৈ যোৱাৰ আগমুহূৰ্তত সৰ্ব শক্তিশালিনী আয়ুস্মতী অলৌকিক নাৰী মহাশ্বেতাই কঁপা কঁপা ক্ষয়িষ্ণু কণ্ঠেৰে হতবাক হৈ পৰা বিজয় সিঙলৈ চাই কৈছিল, "তুমি হতাশ হৈ নপৰিবা বীৰ্য্যবাহন, মই আকৌ ঘূৰি আহিম । এটা যুগৰ পিচত । আজিৰ পৰা ঠিক এটা যুগৰ পিচত ভাৰতভূমিৰ উত্তৰ-পূবত ডাঙৰ ভূকম্পন হ'ব আৰু তাৰ পিচতেই উত্তৰ-পূব আকাশত একেলেথাৰিয়ে কেইবাদিনো এটা ডাঙৰ আৰু উজ্জ্বল জ্যোতিষ্কৰ আবিৰ্ভাৱ ঘটিব । সেই জ্যোতিষ্কই মই আকৌ ঘূৰি অহাৰ ইঙ্গিত দিব । সেই দিশ অনুসৰণ কৰি তুমি মোক বিচাৰি যাবা, মোক পাবা ।"

এই কথাখিনি বিজয়ৰ আকৌ এবাৰ স্পষ্টভাৱে মনত পৰি গ'ল । ৰেডিঅ'ত বাতৰিটো শুনাৰ পিচদিনা যেতিয়া বাতৰি কাকতত ভূমিকম্প হোৱা আৰু উত্তৰ-পূব ভাৰতৰ আকাশত এটা উজ্জ্বল জ্যোতিষ্কৰ আবিৰ্ভাৱৰ কাহিনী ভালদৰে পঢ়িলে তেতিয়া তেওঁ নিশ্চিত হ'ল যে সেয়া হ'ল মহাশ্বেতাৰ ইঙ্গিত । জ্যোতিৰ্বিজ্ঞানীসকলৰ সকলো সূত্ৰ আৰু সিদ্ধান্ত ওলট-পালট কৰি দিলে সেই আকস্মিক নক্ষত্ৰই । বাতৰি কাকতৰ মতে সেই প্ৰচণ্ড ভূমিকম্পটো হৈছিল তিব্বত অঞ্চলৰ এটা মালভূমিত আৰু উজ্জ্বল জ্যোতিষ্কটোৰ আবিৰ্ভাৱ ঘটিছিল সেই মালভূমিৰ পৰা সুদূৰ দক্ষিণ-পূৰ্ব অঞ্চলত ।

ঘনে ঘনে অন্যমনস্ক আৰু অধৈৰ্য্য হৈ পৰা বিজয়লৈ চাই দদাইদেৱে ক'লে "তোৰ আচলতে হৈছে কি মোক খোলাখুলিকৈ কচোন।"

"মোক বেছি প্ৰশ্ন নুসুধিব দদাইদেউ। মই তিব্বতৰ পিনে যাব লাগিব। কাৰণ কি মোক নুসুধিবা। আজি বহুত দিনৰ পৰা এটা ৰহস্যই মোক অহৰহ আমনি কৰি আছে। সেই ৰহস্যৰ সমাধানৰ ইঙ্গিত মই এতিয়া পাইছোঁ।"

"বুজিছোঁ, ৰেডিঅ'ত ভূমিকম্প হোৱাৰ বাতৰিটো পোৱাৰ পিচৰে পৰা তই চঞ্চল হৈ পৰিছ। কি ৰহস্য তাকো নকৱ। কিন্তু অকলে অকলে তই একেবাৰে অচিনাকি তিব্বতলৈ যোৱাটো সমীচীন হ'বনে নহয়, সেইটো ভাবি চাইছ নে নাই? মইও লগত গ'লে তোৰ বহুত কথাত সুবিধা হব।"

"এইবাৰ সেইটো নহ'ব দদাইদেউ। এইবাৰৰ এই অভিযান সহজ নহ'ব। দুৰ্গম পাহাৰ পৰ্বত বৰফ ভেদ কৰি যোৱাৰ কথা। আপোনাৰো আগৰ সেই বলশক্তি নাই। আপুনি নোৱাৰিব। গতিকে মই অকলেই যাম।"

কিন্তু তই অকলে যোৱাটোও বিপদজনক কথা সেইটোও জানিছনে নাই? বৰ সহজতে প্ৰৱেশ কৰিব পৰা ঠাই নহয় তিব্বতখন। তাৰ চৰকাৰে তাত যাকে তাকে প্ৰৱেশ কৰিবলৈ নিদিয়ে। কঠোৰ নিয়ন্ত্ৰণৰ ব্যৱস্থা আছে। তই কি সাহসত যাবলৈ ওলাইছ অকলে? মোক নিব খোজা নাই নেলাগে নিব বাৰু। তোৰ লগত প্ৰসাদকে লৈ যা। বাটৰ কষ্ট বহুখিনি লাঘৱ হ'ব। তোক অন্ততঃ চোৱা-চিতা কৰিব পাৰিব।"

বিজয়ৰ কাৰণে দদাইদেউৰ কথাবোৰ সম্পূৰ্ণ নিৰৰ্থক। এটা উদাসীন হাঁহিৰে বিজয়ে কথাবোৰ শুনিহে গ'ল, কোনো উত্তৰ নিদিলে। এনেয়ে কথা-বতৰা কম কয়, এতিয়া বিজয় বেছি গহীন-গম্ভীৰ হৈ পৰিল। কিবা এটা গভীৰ ভাবাবেগে বিজয়ক অতীষ্ঠ কৰি তুলিছে বুলি বুঢ়া ৰণবীৰ দদাইদেৱে অনুমান কৰি[illegible]ও সুধিবলৈ সাহস হোৱা নাই।

দিল্লীৰ কাৰ্য্যসূচী শেষ হোৱাৰ পিচত এদিন ৰাতি ট্ৰেইনত উঠি বিজয় আৰু ৰণবীৰ দদাইদেউ ঘৰমুৱা হ'ল। ৰেলতো বিজয়ৰ

মাতবোল নাই। তিব্বতৰ ওপৰত লিখা ডাঙৰ কিতাপখন মেলি সেইখনকে গোটেই ৰাতিটো পঢ়িলে। পঢ়াৰ মাজে মাজে হঠাৎ মূৰটো দাঙি ওপৰ মুখ কৰি কিবা কিবি ভাবে। কি ভাবে ৰণবীৰ দদাইদেউৰ পক্ষে জনাটো সম্ভৱপৰ নহয়। আচলতে ৰেডিঅ'ত বাতৰিটো শুনাৰ পিচৰে পৰা বিজয়ৰ গতি-বিধি আৰু চাল-চলন ৰণবীৰৰ দৃষ্টিত এটা বুজিব নোৱাৰা ৰহস্যত পৰিণত হৈছে। মনৰ কৌতূহল মনতেই তেওঁ মাৰ নিয়াবলৈ বাধ্য হৈছে। কাৰণ সুধিলে উত্তৰ নাপাব বুলি তেওঁ জানে আৰু বেছিকৈ কুটুৰি থাকিলে এটা ভেকাহিৰ বাহিৰে একো নাপাব। গতিকে তেৰোঁ মনে মনে থকাৰ বাহিৰে আন উপায় নাই।

ঘৰলৈ ঘূৰি অহাৰ পিচত কেইটামান দিন বিজয় বৰ ব্যস্ত হৈ পৰিল। পিঠিত বান্ধি লোৱা ৱাটাৰ প্ৰুফ হেভাৰচেক এটা কিনি আনি তাৰ ভিতৰত সক বিছনা এখনৰ বাবে প্ৰয়োজন হোৱা কাপোৰ-কানি ভৰালে। অন্য এটা বেগত কেইখনমান পিন্ধা কাপোৰ, কেইখনমান কিতাপ, এখন গাইড্‌বুক ললে। হান্টিং বুট, উলৰ টুপী, গৰম জেকেট আদি লবলৈ নেপাহৰিলে। ডায়েৰীখনতো আছেই।

নীৰৱে নিমাতে বিজয়ে এই যা-যোগাৰবোৰ কৰি যাওঁতে ৰণবীৰ বা প্ৰসাদ লগুৱাই কোনোধৰণৰ মাত মাতিবলৈ সাহস কৰা নাছিল। বুঢ়া ৰণবীৰ উচ্‌পিচাই আছিল, কিন্তু কিবা এটা কোৱা বা দিহা পৰামৰ্শ দিয়াৰ সাধ্য নাই। বিজয়ৰ এনে অস্বাভাৱিক গাম্ভীৰ্য্যই ঘৰখন সন্ত্ৰস্ত কৰি তুলিছে। হঠাৎ বিজয়ৰ কি হৈ গ'ল, এই কথা ভাবি ভাবি বুঢ়া নিজেও গভীৰ চিন্তাত পৰিল। কোনোবা এটা দুৰ্গম অভিযানৰ কাৰণে যাবলৈ সাজু হোৱা বিজয়ৰ অকলশৰীয়া প্ৰচেষ্টাৰ যা-যোগাৰ চকুৰ আগত দেখি আছে, অথচ ৰণবীৰে মুখেৰে একো মাতিব পৰা নাই।

কিন্তু অৱশেষত পিতৃসম ৰণবীৰ দদাইদেৱে এদিন ৰাতি বিজয়ক মৰ-সাহ কৰি সুধিলে, "বিজয় তই মোৰ লগত কথা-বতৰা নহৱ, মাতবোল বন্ধ কৰিলি। ইয়াৰ কাৰণ কি মই এতিয়ালৈকে নেজানো।" আবেগ বিহ্বলতা আৰু অভিমানত বুঢ়াৰ মাতবোৰ থোকাথুকি হৈ পৰিল। দদাইদেউৰ কঁপা কঁপা মাতবোৰত বিজয়ো বিচলিত নৈহে নোৱাৰিলে। ওচৰলৈ আহি দদাইদেউৰ কাষৰ

চকীখনত বহি ক'লে– "মইতো আপোনাৰ লগত মাতবোল বন্ধ কৰা নাই দদাইদেউ। আপুনি দেখিছেই মই কেইদিনমান বৰ ব্যস্ত হৈ আছোঁ। এখন অচিনাকি ঠাইলৈ যাবলৈ ওলাইছোঁ। বহুতো চিন্তা-ভাৱনাই মনটো আৱৰি আছে। সেই কাৰণে– ।"

"ময়ো তাকেই সুধিব খুজিছো তোক। এই বিষয়ে তোৰ বিষয়ে জানিবলৈ আৰু দৰ্কাৰ হ'লে মোৰ জীৱনজোৰা অভিজ্ঞতাৰে তোক যি পাৰো দুই এটা দিহা-পৰামৰ্শ দিয়াৰ অধিকাৰ মোৰ আছে বুলি মই ভাবো। নাই জানো ? তোৰ দেউতাৰ বিক্ৰম সিং জীয়াই থকা হ'লে তেৱোঁ তোক প্ৰশ্ন সুধিলেহেঁতেন। তোৰ ভাল-বেয়া চিন্তা কৰিলেহেঁতেন। তোক মই নিজৰ ল'ৰাৰ দৰে জ্ঞান কৰি অহাৰ পিচত মই ভাবিছিলো, মোৰো পিতৃৰ অধিকাৰ এটা আছে। কিন্তু– ।"

বুঢ়াই কথাবোৰ শেষ কৰিব নোৱাৰিলে। মাতবোৰ আকৌ থোকাথুকি হৈ পৰিল। ৰণবীৰ দদাইদেউৰ অভিমান আৰু মনোকষ্টৰ কথা বিজয়েও নুবুজাকৈ থকা নাছিল। বুঢ়াৰ চকুত পানী দেখি বিজয় এইবাৰ অভিভূত হ'ল।

"আপোনাৰ নিচিনা সাহসী মানুহ এজনৰ চকুত পানী মোৰ সহ্য নহয় দদাইদেউ। আপুনি মোৰ কোনটো কথা নজনাকৈ আছে কওঁক। এতিয়াও আপুনি সোধক কি জানিব খুজিছে ? মই যিমানখিনি সম্ভৱ উত্তৰ দিম।"

বুঢ়াৰ চকুৰে-মুখে এটা অপত্যস্নেহ ফুটি উঠিল। ৰণবীৰে ক'লে– "তোৰ এতিয়া বয়স হৈছে। আগতকৈ জনা-বুজা হৈছে বহুত। অভিজ্ঞতাও হৈছে। গতিকে তই তোৰ ভাল বেয়া নিজেই বিচাৰ কৰিব পাৰিবি। কিন্তু প্ৰতিটো কথাতে সাৱধান হ'ব লাগিব বিজয়। বিশেষকৈ তই য'লৈ যাবলৈ ওলাইছ সেই ঠাই আমাৰ দেশৰ পৰা বেছি দূৰৈত নহয় যদিও সেই তিব্বত আমাৰ কাৰণে বহুতো ক্ষেত্ৰত অজ্ঞাত। তিব্বতৰ কিতাপ-পত্ৰ এতিয়ালৈকে যিখিনি পঢ়িছোঁ, তাৰ পাহাৰ-পৰ্বত, মালভূমি, মঠ, গুম্ফা ইত্যাদিবোৰত যেন বহুত ৰহস্য লুকাই আছে। গতিকে তাত পদে পদে সাৱধান হ'ব লাগিব। এইবোৰ কাৰণতে তই অকলে যোৱা কথাটো মই সহজভাৱে লব পৰা নাই। তোৰ লগত কোনোবা এটা ভাল লগ

থকা হ'লে মই নিশ্চিন্ত হ'ব পাৰিলোহেঁতেন ।"

বিজয়ে ক'লে, "মোৰ কাৰণে চিন্তা নকৰিব দদাইদেউ । মই সকলো জানিবুজি লৈহে তালৈ যাবলৈ ওলাইছোঁ । দিল্লীত থাকোতে মই তিব্বতৰ বিষয়ে ভালদৰে জানি লৈছোঁ । ইতিমধ্যে মই কিতাপো পঢ়িছোঁ । এখন গাইড বুকো যোগাৰ কৰিছোঁ ।"

"সেয়া মই বুজিছোঁ । কিন্তু তই তিব্বতৰ কোনখন ঠাইলৈ যাবি সেয়া সঠিককৈ জানি লৈছ নে নাই ? সেইটোহে মোৰ মতেৰে আচল কথা । কাৰণ ঠাইখন নিৰ্দিষ্ট কৰি লোৱাৰ পিচত তই কোনফালেদি সেইখন দেশত সোমাবি সেইটো ঠিক কৰিব পাৰিবি ।"

"সেইটোৱেইতো মোৰ কাৰণে সমস্যা হৈছে । কাৰণ তিব্বতত নোসোমোৱালৈকে মই সঠিক কোন ঠাইলৈ যাম ইয়াৰ পৰাই নিৰ্দ্ধাৰণ কৰিব নোৱাৰোঁ ।"

বিজয়ৰ কথা শুনি ৰণবীৰ আচৰিত হ'ল । সঠিক কোনখন ঠাইলৈ যাব আগতে নজনাকৈ এখন অচিনাকি আৰু ৰহস্যময় দেশত প্ৰবেশ কৰাটো কিমান বিপদজনক বিজয়ে নেজানে নেকি ?

"এইটো বৰ আচৰিত কথা বিজয় । তই নিৰ্দিষ্ট ঠাই নজনাকৈ–"

"আৰু এটা কথা আছে দদাইদেউ । সেই বিদেশী ৰাষ্ট্ৰত সোমাবৰ কাৰণে মোৰ কোনো অনুমতিপত্ৰ নাই । অনুমতিপত্ৰৰ কাৰণে মই দিল্লীত দৰ্খাস্ত দি আছিহোঁ । কিন্তু সেয়া এমাহৰ আগতে হোৱাৰ আশা নাই ।"

"অনুমতিপত্ৰ নোহোৱাকৈ কোনো বিদেশী ৰাষ্ট্ৰত প্ৰবেশ কৰা ভয়ানক অপৰাধ । ঠিক আছে, তই এমাহ বাট চা । অনুমতিপত্ৰ পোৱাৰ পিচত সকলোফালৰ পৰা নিশ্চিন্ত হৈ যাবি । সেইটোৱে ভাল হ'ব । মোৰো চিন্তা দূৰ হ'ব । ইতিমধ্যে খা-খবৰ কৰ, কোনোবা ভাল লগ পাই যাবও পাৰ ।"

বিজয়ে ৰণবীৰ দদাইদেউৰ কথাখিনি শুনাৰ পিচত মনে মনে ৰ'ল । মুখেৰে নমতা দেখি দদাইদেৱে ক'লে– "কি হ'ল, তই নিমাত হ'লি কেলেই ?"

"সেইটো উপায় নাই দদাইদেউ । এটা দিন ক্ষতি হোৱা মানে ডাঙৰ লোকচান । এমাহ বাট চোৱাটো ভাবিব নোৱাৰা কথা ।"

"কি ডাঙৰ ৰহস্য লুকাই আছে কচোন, যাৰ কাৰণে তই

ইমান লৰালৰিকৈ তিব্বতৰ নিচিনা এখন অচিন আৰু দুৰ্জ্ঞেয় ঠাইলৈ যাবলৈ ওলাইছ ? কোনো পাৰপত্ৰ নোহোৱাকৈ মনে মনে এখন বিদেশী ৰাষ্ট্ৰত সোমাৱা কিমান ডাঙৰ বিপদ তই নেজান ? তোৰ হৈছে কি মোক খোলাখুলিকৈ ক। সেইদিনা দিল্লীত ৰেডিঅ'ত বাতৰি শুনাৰ পিচৰ পৰা তোৰ মতি-গতিৰ আমূল পৰিৱৰ্তন ঘটিছে। কি ৰহস্য, ক মোৰ আগত।"

যথেষ্ট অনুনয়ৰ সুৰেৰে দদাইদেৱে কথাখিনি ক'লে। কিন্তু বিজয় আকৌ নীৰৱ হৈ পৰিল। কোনো উত্তৰ নাপাই দদাইদেৱে আকৌ ক'লে– "ৰেডিঅ'ত বাতৰিটো শুনাৰ আগতে আন কিবা ঘটনা ঘটিছিলনেকি তাকো নেজানো। সেইদিনা সেই ছোৱালীজনী বিলালি আছিল নেকি তাকেই খবৰ কৰিবলৈ তই গৈছিলি ভানুম্লিকৰ ওচৰলৈ। তাত কিবা ঘটিছিল নেকি ?"

কিছু সময় আকৌ মনে মনে থকাৰ পিচত বিজয়ে ক'লে। স্বৰত এইবাৰ দৃঢ়তা। "দদাইদেউ ! এইটো কথাত আপুনি নিশ্চিন্ত থাকক যে সেইদিনা ভানুম্লিকৰ তালৈ যাওঁতে কোনোধৰণৰ ঘটনা ঘটা নাছিল।"

"তেনেহলে ৰেডিঅ'ত বাতৰি শুনাৰ পিছৰ পৰা তোৰ কিবা এটা হৈছে। কি হৈছে ?"

"মোক বেছি কথা নুসুধিব দদাইদেউ। মাত্ৰ এটা কৌতূহল। এটা কৌতূহল চৰিতাৰ্থ কৰিবৰ কাৰণেই মই তিব্বতলৈ যাবলৈ ওলাইছোঁ। আৰু এইটোও আপুনি জানি লওক, অহা দুই তিনিদিনৰ ভিতৰতে মই যাত্ৰা কৰিম। বিপদ আছে বুলি জানো। জানি বুজিয়েই মই যাবলৈ ওলাইছোঁ। মোক আপুনি হকা-বধা নকৰিব দদাইদেউ।"

ইয়াৰ পিচত কিবা এটা কোৱাৰ প্ৰশ্ন নুঠে। তথাপি দদাইদেৱে সুধিলে– "তোক মই হকা-বধা কৰা নাই। কিন্তু তই তিব্বতত সোমাবি কোনফালৰ পৰা ? ৰাস্তা কেইবাটাও আছে। কিন্তু প্ৰৱেশ পথত বাধা নিষেধ বৰ কটকটীয়া।'

"সেইটোও মই ঠিক কৰিছোঁ দদাইদেউ। মই প্ৰথমতে চিম্‌লালৈ যাম। তাৰ পৰা তিব্বতৰ পথ ধৰিম। মোৰ এজন বন্ধু আছিল, নাম সমৰ সিং। কলেজত একেলগে পঢ়িছিলোঁ। আপোনাৰ

বোধকৰো মনত থাকিব পায়। সমৰ সিঙৰ ঘৰ টিস্নলাত। তাৰ দদায়েক থাকে দিল্লীত। দিল্লীত আপুনি ক'ব নোৱাৰাকৈ এদিন মই সমৰ সিঙৰ ঠিকনাটো বিচাৰি তাৰ দদায়েকৰ ঘৰলৈ গৈছিলোঁ। মোৰ কপাল ভাল আছিল, সেইদিনা মই তাতেই সমৰ সিঙক লগ পাই গ'লোঁ। তাৰ লগত বহুত কথা পাতিলোঁ। মই তিব্বতলৈ যোৱাৰ কথা কৈছিলোঁ। সি তাৰ দেউতাক কৰ্ণেল চৌধুৰীৰ প্ৰভাৱেৰে মোক সকলো ধৰণে সহায় কৰিব পাৰিব বুলি কৈছে।"

কথাখিনি শুনি দদাইদেউ বহুখিনি আশ্বস্ত হ'ল। উৎসাহেৰে তেওঁ ক'লে- "তই তলে তলে বহুখিনি কৰি পেলাইছ, মইহে গম পোৱা নাই। আজিকালি তোৰ কথাবোৰ মই জনাৰ অধিকাৰ নাই বুলি ধৰি লৈছ যেতিয়া মই একো নকওঁ।"

দদাইদেউৰ হাতখন ধৰি বিজয়ে ক'লে- "দদাইদেউ! তেনেকৈ ক'লে মোৰ খং উঠি আহিব। আপোনাৰ বাহিৰে মোৰ কোন আছে?"

দদাইদেউৰ মুখত এটা বিমল আনন্দ বিৰিঙি উঠিল।

কিন্তু যিমান সহজতে তিব্বতত প্ৰৱেশ কৰিব বুলি বিজয়ে ভাবিছিল আচলতে সিমান সহজ নাছিল। ভাৰত আৰু তিব্বত সীমান্তত তেতিয়া কঠোৰ নিয়ন্ত্ৰণ। কোনো ফালৰ পৰাই সুৰুঙা নাই। তীৰ্থযাত্ৰীৰ পৰিচয়েৰে সীমান্তত সোমাব খুজিলেও যিকোনো মানুহ নানাধৰণৰ প্ৰশ্নৰ সন্মুখীন হ'বলগীয়া হয়। ভাৰতীয় মানুহ বুলিলে সিহঁতৰ সন্দেহৰ দৃষ্টি প্ৰখৰ হয়। অথচ তীৰ্থযাত্ৰী হিচাপে সেইফালেদি ভাৰতীয় হিন্দু মানুহেই বেছিকৈ যায়। বিজয়ৰ কাৰণে তিব্বতযাত্ৰীৰ সংকল্প সোলোক ঢোলোক হোৱাৰ উপক্ৰম হ'ল। বিজয়ৰ বন্ধুজনে তিব্বতত প্ৰৱেশ কৰাৰ বাবে প্ৰয়োজনীয় অনুমতি তথা পাৰপত্ৰ যোগাৰ কৰি দিয়াত ব্যৰ্থ হ'ল। বন্ধুৰ দেউতাক প্ৰাক্তন কৰ্ণেলৰ যোগেদিও চেষ্টা কৰা হ'ল। কিন্তু সেই পিনেও সুবিধা কৰিব নোৱাৰিলে। চাৰিওপিনে কেৱল সশস্ত্ৰ পহৰা।

অৱশেষত বন্ধুৰ পিতৃৰ পৰামৰ্শ অনুসৰি বিজয় নন্দাদেৱী পাহাৰৰ নামনিয়েদি গৈ সীমান্তৰ লম্পিয়াধুৰাত উপস্থিত হ'ল। বৰ ভাগুৰ ঠাই নহয়। অৱশ্যে তাৰ কাষত এটা সৈন্যবাহিনীৰ ছাউনী আছে। বন্ধুৰ দেউতাকে সেই সৈন্যবাহিনীৰ ছাউনীত থকা ভাৰপ্ৰাপ্ত

বিষয়াজনলৈ এখন চিঠি লিখি দিছিল। কিন্তু কঠোৰ নিৰাপত্তা ব্যৱস্থা থকা কাৰণে তাতো সৈন্যবাহিনীৰ বিষয়াই দেখদেখকৈ প্ৰত্যক্ষভাৱে সহায় কৰিব নোৱাৰিলে। সীমান্তৰ দুয়োটা দিশতেই দুয়োখন দেশৰ আৰক্ষী প্ৰহৰী থাকে। সৈন্যবাহিনীৰ প্ৰভাৱত ভাৰতীয় আৰক্ষীৰ পহৰা শিথিল কৰিব পাৰিলেও সিটো ফালৰ ৰখীয়া ব্যৱস্থা বৰ কটকটীয়া। এনে এটা অৱস্থাত সৈন্যবিষয়াসকলে বিজয়ক পদে পদে বিপদ আৰু বিঘিনি থকা এই দুঃসহ অভিযানৰ পৰা বিৰত থাকিবলৈ বাৰে বাৰে অনুৰোধ কৰিছিল। কিন্তু বিজয় কোনোপধ্যেই সৈমান নহ'ল। তেওঁ তেওঁৰ মনৰ আকোৰগোজ, আৰু দৃঢ়তা প্ৰকাশ কৰি ক'লে যে হাজাৰ বাধা বিঘিনি আহক তেওঁ তিব্বতত সোমাব আৰু উত্তৰ-পূৰ্ব দিশলৈ তেওঁ যাব। কিয় যাব বুলি সোধাৰ কোনো উত্তৰ তেওঁ নিদিলে। সৈন্যবাহিনীৰ ছাউনীত থকা বিষয়াকিজনৰ মনত স্বাভাৱিকতে সন্দেহ জাগিল। বিজয়ৰ নিচিনা এজন সাধাৰণ মানুহৰ তিব্বতৰ ভিতৰৰ সেই দুৰ্গম অঞ্চলত কি প্ৰয়োজন থাকিব পাৰে? ভূতত্ত্ব বা ভূ-কম্পন কোনো বিষয়ৰে বিজয় বিশেষজ্ঞ নহয়; তেনেহলে বিজয়ৰ এনে অস্বাভাৱিক আৰু দুৰ্গম অভিযানৰ কাৰণ কি? এনে ধৰণৰ অকলশৰীয়া অভিযানৰ কি ৰহস্য? সামৰিক বিষয়াকিজনে নিজৰ ভিতৰতে আলোচনা কৰি অৱশেষত বিজয়ক যাবলৈ নিদিয়াটোকে ঠিক কৰিলে। উভতি যাবলৈ কেইবাবাৰো বহুত ধৰণে বুজাই চালে। কিন্তু বিজয় নিজৰ সিদ্ধান্তত অলৰ অচৰ। বিজয়ক কোনো প্ৰকাৰেই বুজাব নোৱাৰি তেওঁলোকে বিজয়ৰ অজ্ঞাতে নজৰ বন্দী কৰি ৰখাটো ঠিক কৰিলে। কেইদিনমানৰ পিছত এটা মিলিটেৰী কনভয় সেই সীমান্তৰ পথেদি তিব্বতলৈ যাব আৰু বিজয়কো একেলগে পঠিয়াই দিব বুলি তেওঁলোকে বিজয়ক ক'লে। তেওঁলোকৰ কথা প্ৰথমতে বিজয়ে বিশ্বাস কৰিছিল। কিন্তু দহদিন পাৰ হৈ যোৱাৰ পিচতো কনভয় যোৱাৰ কোনো লক্ষণ দেখা নগ'ল। তেতিয়া বিজয়ে বুজিব পাৰিলে যে এইটো সৈন্য বিষয়াসকলৰ ছলনাহে।

ইয়াৰ পিচৰ তিনি দিন কোনো ধৰণৰ সন্দেহ উদ্ৰেক নকৰাকৈ বিজয়ে কটালে। কিন্তু এইকিদিন তেওঁৰ পিঠিত বান্ধি লোৱা কিটু বেগটোত প্ৰয়োজনীয় বস্তু ভৰাই সাজু কৰি ৰাখিলে। বেগটোত বৰ

বিশেষ বস্তু নাছিল। পিন্ধা কাপোৰ-কানি কেইখনমান, আহিবৰ সময়ত দদাইদেৱে ভৰাই দিয়া কিছুমান দৰব, এখন ডায়েৰী, তাৰ ভিতৰত এখন তিব্বতৰ মেপ। সেই ডায়েৰীখনৰ ভিতৰত প্ৰায় দুহেজাৰমান টকাৰ নোট ; এই টকাখিনি ৰণবীৰ দদাইদেৱে বিজয়ৰ ভীষণ আপত্তি সত্বেও জোৰকৈ দিছিল। ডাকঘৰৰ ইনলেণ্ড, খাম কিছুমানো দদাইদেৱে বেগটোত সুমুৱাই দিছিল। ইতিমধ্যে স্বল্পভাষী বিজয়ৰ লগত মিলিটাৰী বিষয়াকিজনে বেছি কথা ক'বলৈ এৰিছিল।

এদিন ৰাতিহে ডিনাৰ টেবুলত বিজয়ে উপযাচি ক'লে যে তেওঁ চিন্তা কৰি দেখিলে যে দিনে দিনে ঠাণ্ডা বেছিকৈ পৰাৰ কাৰণে এতিয়া ভিতৰলৈ নোযোৱাটোৱেই ভাল হ'ব। তাতকৈ যিমান সোনকালে পাৰে ঘৰলৈ ঘূৰি যোৱাটোকে তেওঁ ইচ্ছা কৰিছে। এনেকুৱা অভাৱনীয় কথা শুনি সৈন্য বিষয়াকিজনে বৰ আনন্দ পালে। তেওঁলোকে ক'লে, অহা দুই এদিনৰ ভিতৰতে যিমান সোনকালে পৰা যায় বিজয়ক ঘূৰাই পঠোৱাৰ ব্যৱস্থা কৰিব।

এইখিনি মিছা কথা বিজয়ে কৈছিল, সেইদিনা ৰাতি যাতে তেওঁৰ ওপৰত অনবৰত ৰখা নজৰ শিথিল হয়। বিজয় ভবা মতেই কাম হ'ল। সৈন্য বিষয়াসকলে বিজয়ৰ কথাত বিশ্বাস কৰি স্বাভাৱিকতে সেইদিনা ৰাতি পহৰা কাৰ্য্য কিছু শিথিল কৰি দিছিল। এই সুযোগেই বিজয়ে যোৱা তিনিদিন বিচাৰি আছিল। নিজক সম্পূৰ্ণৰূপে সজ্জিত কৰি সেইদিনা পিচৰাতি বিজয় পলাল। গাত পুল অভাৰ, জেকেট, পেন্ট, ভৰিত হান্টিং বুট, মূৰত টুপী আৰু পিঠিত সেই বেগটো। সেইটো সময়ত অকলশৰীয়া গাৰ্ডটো বোধকৰো অফিচাৰৰ কোৱাৰ্টাৰবিলাকৰ আনটো মূৰত আছিল। সেই সময়খিনিতেই এজন নতুন গাৰ্ড আহে। এইখিনি সময়ৰ বাবেই বিজয়ে বাট চাই আছিল। তাঁৰৰ বেৰাবে যেৰাও কৰি ৰখা ছাউনীটোৰ পৰা ওলাই অহা বৰ সহজ কথা নহয়। তথাপি এজোপা জোপোহা গছৰ অন্ধকাৰৰ সুযোগ লৈ তাঁৰৰ বেৰাখন বেছ কষ্টৰে পাৰ হৈ হাবিয়ে হাবিয়ে তেওঁ কিছুদূৰ যাবলৈ ধৰিলে। পুৱতি নিশা হৈছে যদিও অটব্য হাবিখনত তেতিয়াও ঘনঘোৰ অন্ধকাৰ। হাতত থকা দীঘলীয়া টৰ্চটো জ্বলাবলৈও ভয়। ধৰা পৰিলে সৰ্বনাশ ঘটি যাব। সৈন্য বিষয়াকিজনে ভদ্ৰতাৰ মুখা খুলি বিজয়ৰ প্ৰতি কঠোৰ

ব্যৱহাৰ কৰিব। এইফালেও ভয়। কাৰণ অবৈধভাৱে সোমোৱা কাৰণে তিব্বতী সীমান্তৰ পহৰাদাৰৰ ওচৰত ধৰা পৰিলে তেওঁ অকথ্য পৰিস্থিতিৰ সম্মুখীন হ'বলগীয়া হ'ব।

বিজয়ৰ ভাগ্য ভাল। সেই হাবিৰ মাজত আন্ধাৰৰ মাজতো এটা লুংলুঙীয়া বাট তেওঁ বিচাৰি পালে। ইখন হাতত থকা লাঠিডালেৰে তেওঁ বৰ সাৱধানেৰে খুপি খুপি গৈ থাকিবলৈ ধৰিলে। এনেদৰে প্ৰায় এঘণ্টামা গৈ থকাৰ পিছত ঘন অৰণ্যৰ গছ-গছনিবোৰ লাহে লাহে কমি আহিবলৈ ধৰিলে। সম্মুখৰ এটা দিশৰ পৰা এটা ক্ষীণ পোহৰ বাগৰি আহিবলৈ ধৰিলে। সেইটোৱেই পূব দিশ। সম্মুখত অস্পষ্ট এটা পাহাৰ। এৰি অহা অৰণ্য আৰু ওচৰৰ গছ-গছনিৰ পৰা চৰাই-চিৰিকতিৰ মাতে এটা নতুন দিনৰ উজ্জ্বল আৰু আশাভৰা ৰাতিপুৱাৰ শুভ ইঙ্গিত বহন কৰি আনিছে।

ভয়-ভীতি, অজান ভৱিষ্যতৰ আশঙ্কা আৰু উত্তেজনাৰে প্ৰায় আঢ়ৈ ঘণ্টা একেৰাহে অটব্য অৰণ্য পাৰ হৈ আহি মুকলি ঠাইত থিয় হৈ বিজয়ে অনুভৱ কৰিলে তেওঁৰ বেছ ভাগৰ লাগিছে। ইমান সময় মনটোক একাগ্ৰভাৱে পৰিশ্ৰান্ত কৰি ডাঠ অৰণ্যৰ গছ-গছনিৰ মাজেদি পলাই আহোতে শৰীৰটোৰ পিনে চাবলৈ কোনো চেতনা নাছিল। এতিয়া পূব আকাশৰ ক্ষীণ পোহৰত শৰীৰলৈ চাই তেওঁ দেখিলে হাত ভৰি ঠায়ে ঠায়ে ক্ষত-বিক্ষত হৈছে। সোঁ-আঁঠুটোত তেজ ওলাইছে। সেই ঠাইখিনিত পেণ্টটো ফাটি গৈছে। ঘন অৰণ্যৰ মাজেদি সৰু পাহাৰটোৰ ওপৰেদি আহোতে এবাৰ উজুতি খাই পৰি গৈছিল। এতিয়া মনত পৰিছে। কিন্তু বিজয়ৰ এতিয়া খুব পিয়াহ লাগিছে। এই পাহাৰ আৰু অৰণ্যৰ মাজত ক'ত পানী পাব! পিঠিৰ বোজাটো মাটিত থৈ গছ এজোপাৰ তলত বিজয় বহিল। ভাগৰ আৰু পিয়াহত উপায়হীন হৈ লাহে লাহে পোহৰ হৈ অহা পূব আকাশৰ পিনে চাই থাকিল।

চাই থাকোঁতে থাকোঁতে তেওঁৰ চকুত যিটো দৃশ্য উদ্ভাসিত হ'ল, তেওঁৰ শৰীৰ আৰু মন ৰোমাঞ্চিত হৈ উঠিল। গোটেই শৰীৰত যেন এটা পুলকৰ শিহৰণ বৈ গ'ল। উস্ কি অপূৰ্ব দৃশ্য! অস্পষ্ট পোহৰৰ পূব দিশৰ পৰা বিচ্ছুৰিত হৈ অহা পাতল গুলপীয়া ৰঙৰ শাৰী শাৰী ৰেখাই আকাশ উজ্জ্বল কৰি তুলিলে। বিস্তৰ

গছ্‌-গছনি আৰু ওখ চাপৰ পাহাৰৰ মাজে মাজে সৰকি অহা সূৰুযৰ ছটা। প্ৰকৃতিৰ এই অপূৰ্ব দৃশ্য নয়ন ভৰি চাবৰ কাৰণে থিয় হৈ বিজয়ে পুনৰ দিগন্তলৈ চাই পঠিয়ালে। মনটো তৃপ্তিৰে ভৰি গ'ল। কি অপূৰ্ব সৌন্দৰ্য্য! শাৰী শাৰী শুভ্ৰ পৰ্বত। ধবলগিৰি শ্ৰেণীৰ সিপাৰৰ পৰা যেন খুব লাহে লাহে সূৰ্য্যটো ওলাই আহিছে। তুষাৰাবৃত পাহাৰৰ বগা আৱৰণত নতুন দিনৰ বাবে ওলাই অহা সূৰ্য্যৰ কোমল ৰশ্মিয়ে এনে এটা বিতোপন আৰু মহিমামণ্ডিত দৃশ্যৰ সৃষ্টি কৰিছে, তাক কিছুসময় একান্ত মনে চাই থকাৰ পিচত অনুভৱ কৰিব পাৰি ভগৱানৰ সৃষ্টি কিমান সুন্দৰ, আৰু সৃষ্টিকাৰী ভগৱান কিমান উদাৰ।

ক্ষন্তেকৰ কাৰণে হলেও নিজৰ দুখ-ভাগৰৰ কথা পাহৰি গৈছিল বিজয়ে। হঠাৎ মানুহৰ কণ্ঠস্বৰ শুনি বিজয় চক খাই উঠিল। অদূৰত মাইকী মানুহে কথা পাতি যোৱা যেন লাগিল। সচকিত হৈ বিজয়ে বেগটো তুলি লৈ গছৰ আঁৰ হৈ শব্দ অহাৰ পিনে চাবলৈ ধৰিলে। অলপ সময় চোৱাৰ পিচতেই দেখিবলৈ পালে পাহাৰৰ নামনিয়েদি তিনি চাৰিজনী মাইকী মানুহে কথা পাতি গৈ আছে। হাতত কলহ। মাইকী মানুহ কিজনীৰ সাজ-পোছাক মলিয়ন, ফটা শাৰী। চেহেৰাবোৰ ৰুক্ষ। মূৰত ওৰণি। উত্তৰ প্ৰদেশৰ সীমান্ত অঞ্চলৰ গাঁৱৰ মানুহ বুলি তেওঁ অনুমান কৰিলে। মানুহকিজনীয়ে কলহ লৈ যোৱা দেখি বিজয়ে বুজিলে ওচৰতে ক'ৰবাত পানী আছে। হয়তো পাহাৰী নিজৰাৰ পানী। মনটো ভাল লাগি গ'ল। পিয়াহত অণ্ঠ কণ্ঠ শুকাই গৈছিল।

মানুহকিজনী যিফালে গৈছিল সেইফালে বিজয়ো যাবলৈ ধৰিলে। তেতিয়া সূৰ্য্যৰ পোহৰ চৌদিশে বিয়পি পৰিছে। সন্মুখৰ পাহাৰটোৰ ওপৰখিনি বেলিৰ পোহৰত ৰঙা আৰু উজ্জ্বল হৈছে। চেন্তেষৰ মাহৰ ৰাতিপুৱাৰ এই ব'দজাক বৰ ভাল লাগে। খৰখৰকৈ আগবাঢ়ি গ'ল। ওচৰতে নিশ্চয় গাঁও আছে।

পাহাৰটোৰ নামনিয়েদি কিছুদূৰ যোৱাৰ পিচতেই ওপৰৰ পৰা পানী বাগৰি পৰাৰ শব্দ শুনা গ'ল। তাৰ লগতে মাইকী মানুহৰ কথা বতৰাৰ কলকলনি। কিন্তু একো নভবাকৈ এইদৰে যোৱাটো বোধকৰো বিজয়ৰ পক্ষে উচতি হোৱা নাছিল। বিজয়ৰ দৰে

অচিনাকি পৰদেশী মানুহ এটাক দেখি যে মাইকী মানুহ কিজনীয়ে ইমান ভয় খাব তেওঁ ভাবিব পৰা নাছিল। বস্তুত ওপৰৰ পৰা জৰ্‌জৰ্‌কৈ বাগৰি অহা নিজৰাটোৰ ওচৰলৈ লৰালৰিকৈ কোবেৰে যোৱা বিজয়ক দেখি সেই গ্রাম্য মাইকী মানুহকিজনীয়ে ভীষণভাৱে উচপ খাই উঠিল। লগে লগে এনেকুৱা উচ্চস্বৰে আটাইকিজনীয়ে চিঞৰি উঠিল যেন কোনোবা শত্রুৱেহে আক্রমণ কৰিবলৈ আহিছে। শিক্ষা-দীক্ষা একেবাৰে নথকা, সংস্কাৰাৱদ্ধ আৰু দুৰ্গম আওহতীয়া ঠাইত বসবাস কৰিলে মাইকী মানুহ কিয় মতা মানুহৰো অপৰিচিত আৰু অচিনাকি মানুহৰ প্রতি ভীতি আৰু সন্দেহৰ ভাৱ জাগিব। ভয়ত চিঞৰ মৰা মানুহকিজনীক বিজয়ে বুজাবলৈ চেষ্টা কৰিলে, তেওঁ এজন ভ্রমণকাৰী আৰু পানীৰ পিয়াহতহে এই নিজৰাটোৰ ওচৰলৈ আহিছে বুলি মুখেৰে চিঞৰি আৰু হাতৰ অঙ্গী ভঙ্গীৰে বাৰে বাৰে বুজাবলৈ কৰা চেষ্টা অথলে গ'ল। আতঙ্কগ্রস্তা হৈ মূৰত কোনোমতে কলহ তুলি লৈ অপূৰ্ব কৌশলেৰে ভাৰসাম্য ৰক্ষা কৰি লৰ মাৰিলে। বিজয়ৰ আচৰিত হোৱাৰ বাহিৰে আৰু কি উপায় আছে! লৰালৰিকৈ হেঁপাহ পলুৱাই পানী খালে আৰু মুখ-হাত খুব ভালকৈ ধুই ললে। পাহাৰৰ নিজৰাৰ নিৰ্মল আৰু শীতল পানীয়ে তেওঁৰ শৰীৰৰ সকলো অৱসাদ দূৰ কৰি পেলালে। নিজকে সজীৱ লাগি গ'ল।

মুখ হাত ধোৱাৰ পিচত বিজয় কিন্তু তাত নৰ'ল। ইয়াত বেছি সময় থাকিলে কিবা এটা বিপদ হ'ব বুলি তেওঁৰ মনে কৈছিল। এই মানুহকিজনীয়ে গাঁৱলৈ গৈ সিহঁতৰ মতাবোৰক যেতিয়া পাহাৰৰ নামনিত অচিনাকি ভয়লগা পৰদেশী মানুহ এটাৰ আবিৰ্ভাৱৰ কথা ক'বগৈ তেতিয়া গাঁৱৰ মানুহবোৰে বিজয়ক বিচাৰি যে নাহিব তাৰ কোনো নিশ্চয়তা নাই! অহাৰ পিচত বিজয়ৰ অৱস্থা কি হ'ব, সেইটো বিজয়ে অনুমান কৰি পাহাৰৰ ৰাস্তা ধৰিলে। পাহাৰটোৰ সিটো পাৰতো হয়তো এনেকুৱা পাহাৰী নিজৰা নিশ্চয় আছে; হয়তো ওচৰত গাঁৱো থাকিব পাৰে। তাতেই ক'ৰবাত বহি মনে মনে সৰকাই অনা কটী খাই পেটৰ ভোক মাৰিব পাৰিব। মেপখনো এবাৰ চাই লব লাগিব।

হাতৰ লাঠিডালেৰে পাহাৰী ৰাস্তাৰ কঠিন পাথৰবোৰ খুন্দিয়াই

খুন্দিয়াই বিজয় ওপৰলৈ উঠি যাবলৈ ধৰিলে। ৰাস্তাটো একেবাহে উঠি যোৱা ধৰণৰ নাছিল। মাজে মাজে ৰাস্তাটো তললৈ নামি গৈছিল। কেতিয়াবা আকৌ ৰাস্তাটো অকোৱা পকোৱা। ৰাতিপুৱাৰ প্ৰথম ৰ'দজাক ভালেই লাগিছিল, বিজয়ৰ বিশেষ কষ্ট একো হোৱা নাছিল। কিন্তু মুকলি মনেৰে আগবাঢ়ি যোৱাৰ উপায় তেওঁৰ নাছিল। যদি কোনোবা আহি তেওঁৰ সম্মুখত উপস্থিত হয়হি, তিব্বতী পহৰাদাৰো হ'ব পাৰে, কোনোবা ভাৰতীয় মানুহো হ'ব পাৰে। বিজয়ৰ গতি-বিধিত যদি সিহঁতৰ সন্দেহভাব সৃষ্টি হয়, ধৰি লৈ গৈ আকৌ যদি সেই সৈন্য বাহিনীৰ ছাউনীত গতাই দিয়গৈ, তেন্তে ইমান আশা ভৰষা, মনৰ কামনা বাসনা সকলো শেষ হৈ যাব। এৰি থৈ অহা গাঁৱৰ মানুহেও হাঁহি পিচফালৰ পৰা তেওঁক মনে মনে ঘেৰি ধৰিবহি পাৰে। সেইটো আশঙ্কাও নোহোৱা নহয়। সেয়েহে যিমান সোনকালে পাৰে পাহাৰৰ উঠা-নমা পথটোৱেদি যাবলৈ ধৰিলে। পাহাৰৰ পথ মুঠেই সমান নহয়। বাটটো ঠেক আৰু ওখোৰা মোখোৰা। ৰাস্তাত ক'ৰবাত ক'ৰবাত হয়তো ওপৰৰ পৰা খহি পৰা মস্ত পাথৰ। এনেকুৱা পাথৰে ঠায়ে ঠায়ে ৰাস্তাও বন্ধ কৰি থোৱাৰ নিচিনা কৰিছে। ক'ৰবাত হয়তো ডাঙৰ খোৰোং আৰু ক'ৰবাত পাহাৰৰ গাতেই গুহাৰ নিচিনা ডাঙৰ গাঁত। গাঁত দেখি বাঘ আৰু পাহাৰী ভালুকৰ কথা মনলৈ অহাত মনটো কঁপি উঠিছিল। কিন্তু মনটো ইমান দুৰ্বল কৰিলে চলিব কেনেকৈ? এয়া মাত্ৰ অভিযান আৰম্ভহে। আহিবৰ সময়ত দদাইদেৱে বাৰে বাৰে কোৱা কথাকিষাৰলৈ মনত পৰিছে, সেইবোৰ অচিনাকি পাহাৰ আৰু জঙ্ঘলত খোজে খোজে মৃত্যু লুকাই থাকে। প্ৰতিটো খোজতেই সাৱধান। চকু আৰু কাণ সজাগ আৰু সক্ষম কৰি ৰাখিব লাগিব। দদাইদেৱে ৰিভলভাৰটো লৈ আনিবলৈ কৈছিল। কিন্তু বিজয়ে দদাইদেউৰ এইষাৰ কথা নেৰাখিলে। কিন্তু এতিয়া এই গহীন আৰু শুকান পাহাৰটোৰ মাজেৰে সচকিত মনেৰে আগুৱাই গৈ থাকোঁতে বিজয়ে অনুভৱ কৰিলে ৰিভলভাৰটো লৈ অনা হ'লেই ভাল আছিল। আৰু কিমান দিন এনেকৈ যাব লাগিব, তাৰতো কোনো ঠিকনা নাই। দুৰ্গম পাহাৰ, বৰফ, অৰণ্যৰ বাধা-বিঘিনি আঁতৰাই মৃত্যুক জয় কৰি আগুৱাই যাব পাৰিলেহে তেওঁ অভীষ্ট সিদ্ধি লাভ কৰিব পাৰিব।

শুদা হাতেৰে কিমান দিন মৃত্যুক ভেটা দিব পাৰিব! লক্ষ্যস্থান পোৱাৰ আগতেই যদি মৃত্যুক আঁকোৱালি লবলগীয়া হয় তেন্তে তেওঁৰ ইয়ালৈ অহাৰ সাৰ্থকতা ক'ত ? যাৰ কাৰণে বাৰটা বছৰ একাগ্ৰচিত্তে বাট চাই ৰ'ল, যাৰ স্মৃতিয়ে তেওঁৰ অৱচেতন মনত বাস্তৱিক জগতৰ কোনো ঘটনাই কোনো প্ৰলেপ পেলাব নোৱাৰিলে, সেই কামনাৰ প্ৰতীক পৰম মহিমাময়ী চিৰ আকাংক্ষিতা নাৰীৰ সাক্ষাৎ লাভৰ আগতেই যদি বিজয়ৰ মৃত্যু ঘটিবলগীয়া হয়, তেন্তে সেই অলৌকিক শক্তিধাৰিণী নাৰীয়ে বীৰ্য্যবাহনক ক্ষমা কৰিবনে ?

অৱশেষত বিজয়ে নির্বেঘ্নে পাহাৰটো পাৰ হ'ল। ভাগ্য ভাল, পাহাৰীয়া বাটটোত তেওঁ কাকো লগ পোৱা নাছিল। পাহাৰটো পাৰ হোৱাৰ পিচতেই কিছু সমতল ভূমি আৰু তাৰ পিচত আকৌ অৰণ্য আৰম্ভ হ'ল। অৰণ্যৰ মাজেদি এটা লুংলুঙীয়া বাট। ৰাতিপুৱাৰ পৰা পেটত একো নপৰা কাৰণে বিজয়ৰ ভোক লাগিছিল। পাহাৰটো পাৰ হৈ সমতল পোৱাৰ লগে লগে ভোকটো বেছিকৈ চৰিল। ভগৱানৰ কৃপা, পাহাৰটোৰ নামনিতে ওপৰৰ পৰা এটা নিজৰা বৈ আহিছে। ওচৰলৈ গৈ দেখে, সৰু নিজৰা, কিন্তু পানীখিনি নির্মল, ফটফটীয়া। মাটিত পৰাৰ আগতে পানী ধৰিবলৈ কোনোবাই বাঁহ এফালো বান্ধি থৈছে। দেখি বিজয়ে বুজিলে ইয়ালৈ পানী নিবলৈ মানুহ আহে। তেনেহলে ওচৰত নিশ্চয় গাঁও আছে। থাকিলেই যেনিবা, বিজয়ে ভয় কৰিবলগীয়া কি কাৰণ আছে। ভ্রমণকাৰী, তিব্বত চাবলৈ আহিছে বুলি কৈ দিব। ইমানবোৰ কথা ভাবিলে আৰু ইমান ভয়ে ভয়ে চলিলে তেওঁৰ এই দুর্গম অভিযান কেতিয়াও সিদ্ধি নহ'ব।

নিজৰাটোৰ ওচৰলৈ গৈ পিঠিৰ বেগটো নমাই থৈ ভালকৈ মুখ হাত ধুই ললে আৰু বেগত অনা ৰুটী আৰু সিজোৱা কণী উলিয়াই খাবলৈ ধৰিলে। এই কিবিধ বস্তু ৰাতিয়েই মিলিটেৰী কেন্টিনৰ পৰা আনি মনে মনে বেগটোত সুমুৱাই থৈছিল। বৰ ভোক লাগিছিল। ৰাতিপুৱাৰ এই খাদ্যখিনিয়ে তেওঁক যেন নতুন জীৱন দিলে। পানী ভৰোৱা বটলটোত পানী ভৰাই লৈ আকৌ যাত্রা আৰম্ভ কৰিলে।

ইয়াৰ পিচৰ পথছোৱা সমতল অৰণ্যৰ মাজেদিয়ে চলিল। পাহাৰ বগাবলগীয়া অৱস্থা নহয় যদিও এনেকুৱা গহীন আৰু নির্জন অৰণ্যই দিনৰ ভাগতো অকলশৰীয়া বিজয়ৰ মনত ঘনে ঘনে আশঙ্কা আৰু আতঙ্কৰ সৃষ্টি কৰিছিল। চৰাই-চিৰিকটিৰ বাহিৰে কোনো শব্দ নাই। কিন্তু খোজ কঢ়াৰ পথত হঠাৎ গছৰ ফেৰেঙনি ৰা জোপোহাৰ পৰা মাজে মাজে একোটা অদ্ভুত ধৰণৰ শব্দ শুনায়, যিবোৰে বিজয়ক উচপ্ খুৱাই দিয়ে। এনেদৰে প্রায় দুঘণ্টামান

যোৱাৰ পিচত আকৌ এটা পাহাৰ আৰম্ভ হ'ল। পাহাৰটো ক্ৰমান্বয়ে ওপৰলৈ উঠি গৈছে। সেই পাহাৰৰ নামনিতে এখন সৰু নদী। জুৰিতকৈ অলপ বহল। পানী বৰ শীতল। পানীখিনি দেখি বিজয়ৰ গা ধুবৰ মন গ'ল।

নৈ আৰু পাহাৰৰ নামনিত দুটা মস্ত শিলৰ মাজত বেগটো থৈ কাপোৰ-কানি সলাই গা ধুবলৈ নামিল। উস্ কি ঠাণ্ডা পানী! নৈখনৰ সেই ঠাইখিনিত পাহাৰৰ ছাঁ। ৰ'দ একেবাৰে পৰা নাছিল। গোটেই শৰীৰটো ঠেৰেঙা লাগি গ'ল। কিন্তু গা ধোৱাৰ অন্তত শৰীৰ আৰু মন বৰ সজীৱ লাগি গ'ল। এটা যেন নতুন শক্তি মনলৈ আহিল। গা ধুই শিল দুটাৰ আঁৰলৈ যাওঁতে এটা ঘটনা ঘটিল। ক'ৰবাৰ পৰা এজাক বান্দৰ আহি বিজয় থিয় হোৱা পাহাৰৰ পিনে গোট খালে আৰু বিজয়ৰ গালৈ সৰু সৰু শিলৰ টুকুৰা দলিয়াবলৈ ধৰিলে। এনেকুৱা অভাৱনীয় উৎপাতত বিজয় অতীষ্ঠ হৈ পৰিল। সিহঁতক খেদিবলৈ বিজয়েও তলৰ পৰা শিল আৰু মাটিৰ চপৰা মাৰিবলৈ ধৰিলে। কিন্তু পাহাৰী বান্দৰবোৰক খেদা ইমান সহজ নাছিল। আজিৰ পৰা বাৰবছৰৰ আগতে তেওঁলোক ঠিক একেধৰণৰ বান্দৰৰ উৎপাতৰ সম্মুখীন হৈছিল। সেয়া আছিল সুদূৰ ভাৰত মহাসাগৰৰ মাজত। সেই পুষ্পকনগৰী দ্বীপটো পোৱাৰ আগতে যি সৰু দ্বীপত বিজয়হঁতে নাও চপাইছিল তাতেই পাইছিল, এটা ডাঙৰ বান্দৰৰ জাক। সেই সৰু দ্বীপটো কলগছেৰে ভৰি আছিল। সেইদিনা ৰণবীৰ সিং দদাইদেৱেহে কৌশলেৰে বান্দৰবোৰ খেদিছিল। এতিয়া লগত দদাইদেউ বা প্ৰসাদ কোনো নাই। একেবাৰে অকলশৰীয়া। এই দেও-মনিচ নোহোৱা নিজান আৰু গহীন পাহাৰৰ নামনিত হিংস্ৰ আকাৰ ধাৰণ কৰিব খোজা এই বান্দৰজাকক খেদি পঠিওৱাৰ কোনো উপায় বিজয়ে বিচাৰি নেপালে। সিহঁতে বিজয়ক নিশ্চয় এটা অচিনাকি প্ৰাণী বুলি ধৰি লৈছে। লগত বন্দুক বা তেনেজাতীয় শব্দ সৃষ্টি কৰিব পৰা অস্ত্ৰ থকা হলেও ইহঁতক খেদি পঠিওৱা টান কাম নহ'লহেঁতেন। শুকান পাত গোটাই জুই একুৰা ধৰি দিলে সিহঁত ভয় খাই পলাব পাৰে নেকি বুলি তেওঁ ভাবিলে।

ঠিক তাকে কৰিব খোজোতে হঠাৎ আচম্বিতে বান্দৰজাকে

চকুৰ পচাৰতে হুৰমূৰকৈ পাহাৰৰ ওপৰলৈ উঠি নাইকিয়া হৈ গ'ল। কিবা এটা দেখি ভয় খাই সিহঁত তৎক্ষণাৎ পলাল। কি দেখিলে সিহঁতে ? চাৰিওফালে বিজয়ে চালে। হঠাৎ চকুত পৰিল অদূৰত মূৰত পাগুৰি মৰা প্ৰায় ১৫/২০ টা মান মানুহ আহি আছে। পিন্ধনত সৰু লেতেৰা ধুতি আৰু গাত বনিয়ন আৰু চোলা। প্ৰায় প্ৰত্যেকটোৰ হাততেই একোডাল লাঠি। সিহঁত ভাৰতীয় মানুহ বুলি অনুমান হ'ল। সিহঁতক দেখি কিবা এটা অজান আশঙ্কাত বিজয়ে ভয় খালে। সিহঁতক দেখা দিলে জানোচা বিজয়ৰ কিবা বিপদেই হয়। আকৌ ধৰি নি যদি মিলিটেৰী কেম্পত গতাই দিয়েগৈ! একো নজনাকৈ দেখা নিদিয়াটোৱেই লাভ হ'ব। মস্ত পাথৰ দুটাৰ চেপতে তাপ্ মাৰি বিজয় লুকাই থাকিল। বিজয়ৰ ভাগ্য প্ৰসন্ন আছিল, মানুহবোৰ বিজয়ৰ প্ৰায় কাষেদিয়ে পাৰ হৈ গ'ল। কিন্তু বিজয়ক নেদেখিলে। মানুহবোৰ ক'ৰ পৰা আহিছে আৰু ক'লৈ গৈছে। কিবা এটা বিশেষ কাৰণত বৰ খৰধৰকৈ যোৱা যেন লাগে। মানুহকিটাই কথাও পাতি যোৱা নাই। কোনে জানে, সিহঁতে কিজানি বিজয়কেই বিচাৰি ফুৰিছে। ভাবি-চিন্তি তেওঁ সন্ধিয়ালৈকে তাতেই সোমাই থাকিবলৈ স্থিৰ কৰিলে। লগত অনা আহাৰেৰে পেটৰ ভোকটো মাৰি ললে আৰু তিব্বতৰ মেপখন মেলি পৰীক্ষা কৰিলে। এই পাহাৰটো খুব থিয়। ইয়াৰ নাম হৈছে নাগ্তিৱা। ভূগোলৰ বিৱৰণ মতে ইয়াৰ উচ্চতা দহ হাজাৰ ফুট আৰু পাহাৰটোৰ ওপৰখণ্ড একেবাৰে পৰিত্যক্ত আৰু ঘন অৰণ্যেৰে ভৰা। এই ওখ পাহাৰটোৰ ওপৰলৈ উঠাৰ কোনো প্ৰশ্নই নুঠে।

গধূলি নৌহওঁতেই বিজয়ে পাহাৰৰ কাষেদি অন্য পথ আছেনেকি পৰীক্ষা কৰি লাহে লাহে অগ্ৰসৰ হ'ল। বিজয়ৰ ধাৰণা ভুল হোৱা নাছিল। পাহাৰটোৰ কাষেদি সমতলভূমিৰ ওপৰত এটা লুংলুঙীয়া বাট আছে। গভীৰ অৰণ্যতো বাদেই, হাবি-জঙ্গলো বেছিকৈ নাই। হাতত থকা টৰ্চৰ পোহৰেৰে প্ৰায় গোটেই ৰাতি সেই সমতল ভূমিয়েদি তেওঁ যাবলৈ ধৰিলে। বাটত কোনো ধৰণৰ বাধাবিঘিনি নেপালে। আনকি ৰাতিচৰ কোনো জন্তু-জানোৱাৰো দেখা নেপালে। ইতিমধ্যে বিজয়ে মনে মনে স্থিৰ কৰিছিল যে ৰাতি যিমানদূৰ পাৰে তেওঁ ভৰি চলাই আগবাঢ়ি যাব আৰু দিনত এটা নিৰাপদ স্থান বাছি

লৈ দিনটো শুব। এনে সিদ্ধান্ত যে ভুল আছিল, পিচত তেওঁ বুজি পালে।

--পূব আকাশ লাহে লাহে পোহৰ হৈ আহিবলৈ ধৰিলে। তেতিয়া সমভূমি অঞ্চলৰ ক'ৰবাত ক্ষন্তেক শুবৰ কাৰণে ভাল আৰু নিৰাপদ ঠাই আছে নেকি তেওঁ চাই যাবলৈ ধৰিলে। আগদিনা তেওঁ গোটেই দিনটো শিলৰ গুহাত বেছ ভালদৰে শুব পাৰিছিল কাৰণেই এই গোটেই ৰাতিটো কোনো ধৰণৰ অৱসাদ অনুভৱ নকৰাকৈ খোজ কাঢ়ি আহিব পাৰিছে। কিন্তু প্ৰতিদিনেই এনেকুৱাকৈ ৰাতিটো আগত লৈ পাহাৰ আৰু জঙ্গলৰ মাজেদি খোজকাঢ়ি অগ্ৰসৰ হ'ব পাৰিব জানো ?

তেতিয়া কাহিলি কাহিলি পোহৰ হৈ আহিছে। চকুৰে যিমানদূৰ মনিব পাৰি বিজয়ে সন্মুখলৈ চাই বুজিলে যে সমতলভূমি বেছ কিছুদূৰ চলিছে। তেওঁ খোজৰ গতি মন্থৰ কৰি জিৰাবৰ কাৰণে ভাল সুবিধাজনক ঠাই আছে নেকি চাবলৈ ধৰিলে! ঠিক তেনে সময়তেই যি দেখিলে বিজয় চক খাই উঠিল আৰু কঁপিবলৈ ধৰিলে। তেওঁৰ সন্মুখত প্ৰায় ১০/১২ হাত দূৰৈৰ এজোপা ডাঙৰ গছৰ ফেৰেঙনিত এটা নাহৰফুটুকী বাঘ বহি আছে। বাঘটোৰ চাৰিওফালে গছৰ পাত। আতঙ্কগ্ৰস্ত হৈ আত্মৰক্ষাৰ কোনো উপায় বিচাৰি নেপাই বিজয় কঁপিবলৈ ধৰিলে। অস্ত্ৰ বুলিবলৈ তেওঁৰ কঁকালত এখন দীঘল দা। এটা নাহৰফুটুকী বাঘৰ সন্মুখত দাখন অতি নগণ্য। পিচলৈ উভতি লৰ মৰাটোও বেছি বিপদজনক কথা হ'ব। লগে লগে সাহস সঞ্চয় কৰি তেওঁ ভাবিলে, যি হ'ব লগা আছে সেয়াতো হ'বই। গতিকে ভয় কৰি একেঠাইতে থিয় হৈ থকাটো অৰ্থহীন কথা। এক পলকতে মনৰ সকলো সংশয় আৰু ভয় দূৰ কৰি অতি ধীৰে ধীৰে সাৰ শব্দ নোহোৱাকৈ গছজোপাৰ পৰা বাৰ গজমান দূৰেদি পাৰ হৈ গ'ল। কোনো দুৰ্ঘটনা নঘটিল। কিন্তু এটা অজান ভয়ে তেওঁৰ পিচে পিচে বেছ কিছুদূৰ খেদিলে।

লাহে লাহে বেলি ওলাই আহিল আৰু তাৰ উজ্জ্বল ৰেঙণি পৰ্বত, সমতল, হাবি-বননি সকলোতে বিয়পি পৰিল। এটা নতুন দিনৰ আগমনে অলপ আগতে ঘটা ভয়বিহ্বল মুহূৰ্ত নাইকিয়া কৰি পেলালে। বিজয়ে চাৰিওফালে এবাৰ চালে। ওচৰতে এটা নিজৰাৰ

শব্দ শুনিবলৈ পালে। শব্দৰ পম খেদি খেদি গৈ আন এটা সৰু পাহাৰৰ পৰা বৈ অহা নিজৰা এটা পালেগৈ। নিজৰাটোৰ কাষত মানুহৰ খোজ আছে। ইয়ালৈও নিশ্চয় পানী নিবলৈ আহে। তেওঁ কোনো নাহোতেই লৰালৰিকৈ মুখ-হাত ধুই কাষত থকা গছ-গছনিৰ মাজত সোমাল। গছ-গছনিবোৰ পাৰ হোৱাৰ পিচতেই এখন সৰু পথাৰ। পথাৰৰ মাজতে এজোপা গছ। বেছ্ জোপোহা গছজোপা। ওচৰলৈ গৈ ওপৰলৈ চাই দেখে এডাল বৰ সুন্দৰ আৰু আহল বহল ফেৰেঙনি আছে। মাটিৰ পৰা বেছি দূৰৈত নহয় যদিও পাতে ঢাক খুৱাই থৈছে। শুবলৈ বা জিৰাবলৈ বেয়া নহ'ব। এইফালেদি বৰকৈ মানুহ-দুনুহ আহে বুলিও মনে নধৰে। ভবা মতেই ওপৰলৈ উঠি গৈ বেগৰ পৰা কণী আৰু পাওৰুটী উলিয়াই খাই ললে আৰু জোতা-মোজা খুলি মুকলি হৈ বহল ফেৰেঙনিৰ ডালটোত শুই পৰিল।

এইদৰে কিমান সময় শুই আছিল বিজয়ে নেজানে। এবাৰ তলৰ পৰা কোনোবাই চিঞৰাত হঠাৎ টোপনি ভাঙি গ'ল আৰু তললৈ চাই দেখিলে এটা শকত আৱত থোলোকা মানুহে তেওঁলৈ চাই মিচিক মাচাককৈ হাঁহিছে আৰু কিবাকিবি কথা কৈছে। মানুহটোৰ ভাষা একেবাৰে দুৰ্বোধ্য। তাৰ ভাষাৰে কিবা সুধিছে বুলি বিজয়ে অনুমান কৰিলে।

মানুহটোক দেখি কিয় জানো বিজয়ৰ কিবা এটা ভাল লাগি গ'ল। তেওঁ অনুভৱ কৰিলে, মানুহটোক যেন বিশ্বাস কৰিব পাৰিব, নিৰ্ভৰ কৰিব পাৰি!

লাহে লাহে বিজয় গছৰ পৰা মাটিলৈ নামি আহিল। মানুহটোৰ ভিতৰত কিবা অভিসন্ধি আছে নেকি প্ৰথম দৃষ্টিত বুজা টান যদিও চিঞৰ বাখৰ কৰি ভল্‌ভলাই কথা কোৱা মানুহটো বেয়া প্ৰকৃতিৰ নহয় যেনেই বিজয়ে অনুভৱ কৰিলে। তদুপৰি এই মানুহটো বেয়া হলেও এতিয়াতো কৰিবলগীয়া কোনো উপায় নাই। সিহঁতৰ ঠাই, সিহঁতৰ ৰাজ্য, সিহঁতৰ কথা-বতৰা; গতিকে সন্মুখত থকা সৰু পথাৰখনেদি পলাই যাওঁ বুলিও যোৱাৰ সাধ্য নাই। ইতিমধ্যে ওপৰৰ পৰা নামি অহা বিজয়ৰ হাতৰ পৰা পিঠিত বান্ধি লোৱা বেগটো তিব্বতীটোৱে হাতখন আগবঢ়াই নিজে ললেই। ওপৰৰ পৰা

নামি বিজয়ে গছজোপাৰ তলত বহি জোতাযোৰ পিন্ধিলে। পিন্ধোতে মনে মনে ভাবিলে- এই তিব্বতী মানুহটোৱে মোক এনেকৈ লৈ গৈ যদি বিপদত পেলাব খোজে তেতিয়া মই কি কৰিম ? মোক যদি নি সি তিব্বতৰ জিলা বা গাঁৱৰ প্ৰশাসনৰ ওচৰত গতাই দিয়েগৈ তেতিয়া মোৰ কি দশা হ'ব ? ইমান কষ্ট আৰু বিপদ বিঘিনি অতিক্ৰম কৰি অহাৰ সকলোবোৰ শ্ৰম অথলে যাব, কি কৰা যায় !

ভাবি ভাবি এবাৰ আওকণীয়াকৈ বিজয়ে মানুহটোলৈ চালে। সি মুখত প্ৰচণ্ড কৌতূহল লৈ অতি আগ্ৰহেৰে বিজয়লৈ চাই আছে। তাৰ সৰু সৰু চকু দুটাত কোনো ধৰণৰ অভিসন্ধি বা বেয়া উদ্দেশ্যৰ ছাঁ বিজয়ে নেদেখিলে। বৰং গোটেই মুখখনত এটা সৰু ল'ৰাৰ সৰলতাহে আছে। বৰ বেছি ওখ নহয় মানুহটো। চাৰিফুট মান হ'ব। হাত-ভৰিবোৰ চুটি চুটি। মূৰৰ চুলিবোৰ থিয় থিয়। নাক চুটি। কাণত বগা ধাতুৰে নিৰ্মিত দুটা সৰু বলয়। মানুহটোৰ পীত-বৰ্ণ শৰীৰটো উদং হৈ আছিল। একো পিন্ধা নাই। তলত এটা জাঙ্গিয়া। হাত-ভৰি, কলাফুল বেছ আটিল। মানুহটোৰ বয়স ঘপহকৈ ঠাৱৰ কৰা টান। কিন্তু ত্ৰিছতকৈ বেছি হ'ব নেলাগে বুলি বিজয়ে ভাবিলে।

পাহাৰৰ মাজেদি অহা সূৰ্য্যৰ পোহৰ চাৰিওপিনে পৰিছে। কিন্তু ঠাণ্ডা ভাৱটো আছে। গছজোপাত সূৰ্য্যৰ ৰেঙণি পৰিছে যদিও বিজয় ঠাণ্ডাত মাজে মাজে কঁপি উঠিছে। অথচ এই তিব্বতী মানুহটো শুদা গাৰেই আছে। জোতাযোৰ পিন্ধি থিয় হোৱাৰ পিচত হাঁহিমুখীয়া মানুহটোৰ আকৌ এবাৰ মিচিকঁকৈ হাঁহি মাৰি সিহঁতৰ ভাষাতে কৰ্কশ স্বৰত কিবা কৈ হাতেৰে কিবা এটা দেখুৱালে। বিজয়ে উমানতে বুজিলে, তাৰ লগত যাবৰ কাৰণে সি বাৰে বাৰে কিবা কিবি কৈ আছে। তাৰ মনটো পাবৰ কাৰণে তালৈ চাই বিজয়ে হাঁহি এটা মাৰিলে আৰু হিন্দীতে সুধিলে কলৈ যাব লাগিব। হিন্দুস্তানী ভাষাৰ জ্ঞান মানুহটোৰ নাই। বিজয়ৰ প্ৰশ্ন শুনি বৰ কৌতূহলেৰে সি মুখলৈ চাই থাকিলে।

উপায়ান্তৰ হৈ তাৰ পিচে পিচে বিজয় গৈ থাকিবলৈ বাধ্য হ'ল। হাবিৰ মাজেদি যোৱা বাটটো এৰি এটা সৰু লুংলুঙীয়া বাটেদি সি যাবলৈ ধৰিছে। হাতত তাৰ বিজয়ৰ বেগটো। সৰুফুটীয়া

মানুহটোৱে যিমান সহজতে কলাফুল কঁপাই কঁপাই লুংলুঙীয়া বাটটোৱেদি আগবাঢ়ি গৈছে, বিজয়ে কিন্তু তেনেদৰে যাব পৰা নাই। মানুহটোৰ মুখখনো বৈ থকা নাই। অনৰ্গল কিবাকিবি কৈ গৈ আছে আৰু মাজে মাজে ঘূৰি বিজয়লৈ চাই এটা হাঁহিও মাৰিছে। ইমানদিনে বিজয়ৰ এটা ধাৰণা আছিল যে তিব্বতী বা হিমালয় পাহাৰ অঞ্চলৰ মানুহবোৰে সাধাৰণতে কম কথা কয়। কিন্তু এতিয়া দেখিছে, মানুহটোৱে অনৰ্গল বকি আছে। অথচ ভাগৰিও পৰা নাই। এবাৰ লুংলুঙীয়া বাটটো এটা পাহাৰৰ কাষেদি গ'ল। পাহাৰটো বেছ ওখ। ওখোৰা মোখোৰা পাহাৰটোৰ শৃঙ্গটো ইমান তলৰ পৰা দেখা সম্ভৱপৰ নহয়। পাহাৰটোৰ এটা অংশত বৰফ পৰিছে। কিন্তু পাহাৰৰ নামনিৰ এই বাটটোত একেবাৰে পৰা নাই। ঠাইখিনি সেমেকা। পাহাৰটোৰ নিশ্চয় এটা নাম আছে। কিন্তু মেপখন আছে বেগটোত। বেগটো খুলি মেপখন উলিয়াই চোৱা মেলা কৰোঁতে মানুহটোৱে বা কি উৎপাত কৰে তাৰ একো ঠিকনা নাই। সিহঁতৰ ভাষাতে নানা ধৰণৰ প্ৰশ্ন সুধি অত্যাচাৰ আৰম্ভ কৰিব, তাতকৈ মনে মনে ইয়াৰ পিচে পিচে গৈ থকাই ভাল। তাৰ গাঁৱৰ কৰ্তৃপক্ষৰ ওচৰলৈকে নিয়ক বা কোনোবা শত্ৰুৰ শিবিৰলৈকে নিয়ক, প্ৰথমতেই তেওঁ খাবলৈ খাদ্য আৰু পানী বিচাৰিব। শুই উঠাৰ পিচৰে পৰা যিমানে সময়বোৰ গৈ আছে সিমানেই তেওঁৰ ভোক বেছিকৈ লাগি আহিছে। অথচ এই মানুহটোক পেটৰ ভোকৰ কথা কোৱাৰো কোনো উপায় নাই।

এই দৰে গৈ থাকোতে পাহাৰটোৰ এটা দিশ পোৱাৰ লগে লগে ইয়াৰ এটা শৃঙ্গ বিজয়ৰ চকুত পৰিল। সূৰ্য্যৰ উজ্জ্বল পোহৰ সেই শৃঙ্গটোৰ ওপৰত পৰিছে। শুকু গম্ভীৰ শৃঙ্গটোৱে এজন ধ্যান মগ্ন যোগীৰ ছবি তেওঁৰ মনলৈ আনি দিলে। সূৰ্য্য দেৱতাই তেওঁৰ অকৃপণ হাতেৰে পৃথিৱীৰ সকলোতে একে ৰশ্মিৰে কৰুণা কৰে। কিন্তু সেই কৰুণাৰ ৰূপ আৰু সৌন্দৰ্য্য সকলোতে একে নহয়। তিব্বতৰ এই অজান পাহাৰটোৰ ওপৰত পৰা সূৰ্য্যৰ কিৰণে যি মহিমামণ্ডিত ৰূপৰ সৃষ্টি কৰিছে, তাৰ লগত এটা ৰূপৰ তুলনাই এতিয়া বিজয়ৰ মনলৈ আহিছে। প্ৰখৰ শক্তিৰ অধিকাৰী সূৰ্য্য, তাৰ ৰূপ কেতিয়াবা অতি প্ৰচণ্ড, ভয়াবহ আৰু কেতিয়াবা শান্ত সমাহিত আৰু পবিত্ৰ।

অখণ্ড যৌৱনৰ অধিকাৰী সূৰ্য্য, তেওঁ অমিত বিক্ৰমী। তেওঁৰ আলফুলীয়া মিঠা পৰশত মানুহে জীৱনীশক্তি আহৰণ কৰে আৰু তেওঁৰ ক্ৰুদ্ধ দৃষ্টিৰ চাৱনিত মানুহ ভয়ত কঁপি ছাটিফুটি কৰে। কিন্তু ভয়ঙ্কৰ শৰীৰত থকা শান্তিৰ প্ৰলেপ বুলাই দিয়া তেওঁৰ হাত দুখনৰ কথা কোনে পাহৰিব পাৰে। এফালে ভয়ঙ্কৰ ৰূপ আৰু আনফালে কোমলতা। যৌৱন, শক্তি, নিষ্ঠুৰ, কোমলতা এই সকলোৰে সমষ্টি এই সূৰ্য্যদেৱতা। মানুহটোৰ পিচে পিচে যাওঁতে ইমানবোৰ কথা বিজয়ে সজ্ঞানে ভবা নাছিল। লুংলুঙীয়া বাটটোত থকা সৰু সৰু গছ-গছনিবোৰৰ মাজেদি যাওঁতে অৰ্দ্ধচেতন মনৰ মাজত এই কথাবোৰে লুকা-ভাকু খেলিছিল। হঠাৎ শৃঙ্গটোৰ ওপৰত থকা বগা ডাঙৰ শিল এটা সূৰ্য্যৰ পোহৰত তিৰবিৰাই থকা দেখি নিজৰ অজ্ঞাতেই বিজয়ে অস্ফুট স্বৰত চিঞৰি উঠিল– 'মহাশ্বেতা !'

আগে আগে গৈ থকা মানুহটোও সেই সময়ত মনে মনে গৈ আছিল। বিজয়ৰ মুখৰ শব্দ শুনি সি ঘূৰি বিজয়লৈ এটা কৌতূহলৰ দৃষ্টিৰে চালে। সেই শৃঙ্গটোৰ পৰা বিজয়ৰ চকু তেতিয়াও নমা নাছিল। মানুহটোৱে বোধকৰো ভাবিলে পাহাৰটোৰ নাম কি তাকে বিজয়ে সুধিছে। সি তেতিয়া অতি উৎসাহেৰে চিঞৰি কৈ উঠিল– "বুদ্ বুদ লা। বুদ্ বুদ লা।"

বিজয়েও মানুহটোলৈ চাই হাঁহিলে। পাহাৰটোৰ নামটো জনাৰ পিচত তেওঁৰ মনটো ভাল লাগিল। তেওঁ মানুহটোৰ হাতৰ পৰা বেগটো লৈ তাৰ ভিতৰৰ পৰা মেপখন উলিয়াই চালে। ঠিকেই, পাহাৰটোৰ নাম 'বুদ বুদ লা।' ইয়াৰ উচ্চতা ওঠৰ হাজাৰতকৈও বেছি। এতিয়া যিটো শৃঙ্গ তেওঁ দেখিছিল, সেইটো তলৰ কোনোবা এটা শৃঙ্গ। দুয়ো আকৌ আগবাঢ়িবলৈ ধৰিলে। দুয়োৰে মনটো যেন লাহে লাহে ওচৰ চাপি আহিছে।

দুয়ো এনেদৰে কিছু সময় গৈ থকাৰ পিচত লুঙলুঙীয়া বাটটো টিলা এটাৰ মাজেদি উঠি গ'ল। সৰু টিলা। বোধকৰো লক্ষ্যস্থান পাবৰ হৈছেহি। এনেতে আলিটোৰ কাষৰ সৰু সৰু জোপোহা গছবোৰৰ মাজেৰে কেইটামান গাহৰি লোদোৰ পোদোৰকৈ পাৰ হৈ গ'ল। বনৰীয়া গাহৰিৰ ক্ষিপ্ৰতা, চাল-চলন ইহঁতৰ গাত নাই। ঘৰচীয়াই হ'ব। সম্ভৱ, নিচেই কাষতেই গাঁও আছে। হঠাৎ মুৰ্গী,

গাহৰি আদি মাতিবলৈ যিধৰণে চিঞৰি মাতে, তেনে ধৰণে ওপৰৰ পৰা মাইকী মানুহৰ কণ্ঠস্বৰ শুনা গ'ল। সেই মাত শুনি তিব্বতী মানুহটোৱে বিজয়লৈ চাই সৰু সৰু দাঁতকিটা উলিয়াই হাঁহিলে আৰু কিবা এটা ক'লে। কি কৈছে সিহে জানে।

টিলাটোৰ এটা কেঁকুৰি ঘূৰাৰ পিচতে কেইটামান ঘৰ চকুৰ আগত জিলিকি উঠিল। টিলাটোৰ ওপৰত ঘৰ মাত্ৰ কেইটামানহে। সেইখন এখন গাঁও নে এটা চুবুৰী বিজয়ে ধৰিব নোৱাৰিলে। ঘৰৰ চালবোৰ চুঁৰৰী গৰুৰ ছালেৰে তৈয়াৰী। এটা ঘৰৰ সম্মুখত এজনী গাভৰু মাইকী মানুহে 'টুট্ টুট' শব্দ কৰি চিঞৰি আছে। হঠাৎ বিজয়ৰ আগে আগে গৈ থকা তিব্বতীটোক দেখি আচৰিত হৈ মানুহজনীয়ে অচিনাকি বিজয়লৈ চালে। সিও মাত্ৰ ক্ষন্তেক সময়ৰ কাৰণেহে; তাৰ পিচত মানুহটোলৈ চাই হাঁহি এটা মাৰিলে। বোধকৰো এই মানুহটোৰেই ঘৈণীয়েক। অপৰিচিত বিদেশীক দেখি লাজত ঘৰৰ ভিতৰলৈ লৰ মাৰিব বুলি বিজয়ে ভাবিছিল। কিন্তু মানুহজনীয়ে সহজ, সৰল আৰু স্বাভাৱিকভাৱে হাঁহি হাঁহি থিয় হৈ গিৰীয়েকৰ পিনে চাই থাকিলে।

লৰা-লৰিকৈ আগবাঢ়ি গৈ গিৰীয়েকে কিবাকিবি ক'লে। তেতিয়া কিশোৰী ঘৈণীয়েকে বিজয়লৈ চাই আকৌ এটা হাঁহি মাৰি পাহাৰী হৰিণীৰ দৰে দপ্ দপ্ কৈ লৰ মাৰি ঘৰৰ ভিতৰলৈ সোমাই গ'ল; ইতিমধ্যে মানুহটোও ঘৰৰ ভিতৰ সোমাল আৰু বিজয়কো সোমাবলৈ ঠাৰে-চিঁয়াৰে আৰু অদ্ভুত ভাষাৰে ক'লে। এই তিব্বতী মানুহটোৱে কিয় বিজয়ক ইয়ালৈ আনিছে আৰু এতিয়া কিহৰ কাৰণে তাৰ ঘৰত সোমাবলৈ কৈছে, সেইবোৰ এতিয়ালৈকে বিজয়ে একো নেজানে। আতঙ্কগ্ৰস্ত মনটো অৱশ্যে অলপ মুকলি লাগিছে মানুহটোৰ ঘৈণীয়েকক দেখি। ঘোৰ ক'লা আকাশখনৰ একোণত যেন এচমকা পোহৰ। মুক্ত চঞ্চলা হাঁহিমুখীয়া সৰল মাইকী মানুহ এজনীৰ পৰা কিবা বিপদ আহিব পাৰে বুলি বিজয়ৰ ভাবিবলৈ মন নগ'ল। আৰু এই মানুহটোতো এই মানুহজনীৰে গিৰীয়েক।

ঘৰ বুলিবলৈ এটা কোঠাই। মাজত ডাঠ কাপোৰ এখন আঁৰি কোঠাটো দুভাগ কৰিছে। সিফালে ৰন্ধা-মেলা কৰে হবলা। ধোঁৱা-আলাঙ্কুৰে ভৰি আছে। কোঠাটোত খিৰিকী বুলিবলৈ একো

নাই। এখন বাঁহেৰে তৈয়াৰী খাট। তাৰ ওপৰত কাপোৰ-কানি। খহটা উলৰ কাপোৰবোৰ। মাটিত কাঠৰ বাকচ এটা। পিন্ধা কাপোৰ-কানি বেৰত ওলোমাই থোৱা আছে।

মানুহটোৱে ক'ৰবাৰ পৰা কাঠৰ ভগা টুল এখন আনি তাত বিজয়ক বহিবলৈ ইঙ্গিত দিলে। লগে লগে কাঠৰ থাল এখনত সিজোৱা কচু আৰু কিছুমান ডাঙৰ পাত আৰু জলকীয়া লৈ ঘৈণীয়েকজনী ওলাই আহিল আৰু বিজয়ৰ হাতত দিলে। আকৌ গৈ মস্ত পাত্ৰ এটাত পানী লৈ আনিলে। বিজয়ৰ মনটো বৰ ভাল লাগি গ'ল। বৰ ভোক লাগিছিল। বাহিৰলৈ ওলাই মুখ-হাত ভালকৈ ধুই লৈ থালখন হাতত তুলি ললে। বিজয়ৰ বাবে তেতিয়াও এটা আচৰিত ঘটনা বৈ আছিল।

ৰুক্ষ চুলিত এডলীয়া বেণীৰে ঢক্ ঢক্ কৈ বগা ষোল্ল সোতৰ বছৰীয়া কিশোৰী ঘৈণীয়েকজনী বিজয়ৰ ওচৰলৈ আহি একেবাৰে গাৰ কাষত থিয় হৈ ভঙা ভঙা হিন্দীত ক'লে "খোৱা। খুব ভোক লাগিছে হবলা ?" বিজয় অবাক হ'ল। এইটো বিজয়ৰ এটা মধুৰবিস্ময়। বিজয়ৰ বৰ ভাল লাগি গ'ল। সাগৰত ডুবি যোৱা মানুহটোৱে যেন এডাল কুটা বিচাৰি পালে। আনন্দত বিজয়ে তাইলৈ চালে। তাইও হাঁহিলে। সেই হাঁহিটোত এটা তৃপ্তিৰ আনন্দ ফুটি উঠিছিল।

কচুৱেই হওঁক বা কেতিয়াও খাই নোপোৱা শাকেই হওঁক কেইবাদিনৰ মূৰত পৰম তৃপ্তিৰে বিজয়ে খালে। পেট ভৰি গ'ল। এতিয়া বিজয়ে বহুখিনি স্বস্তি অনুভৱ কৰিছে। এতিয়া খোৱা বোৱা কৰাৰ পিচত ভঙা ভঙা হিন্দীৰে সুধি পুচি মানুহজনীৰ পৰা কিছু কথা গম পাব পৰা যাব। ছোৱালীজনীৰ মুখত এটা আত্মসন্তুষ্টিৰ আনন্দ জিলিকি উঠিছিল।

খোৱা শেষ হ'লত তাই সুধিলে আৰু লাগিব নেকি। বিজয়ে নেলাগে বুলি ক'লে। গিৰীয়েকে তাৰ শুদা থালখনত শব্দ কৰি কিবা এটা কোৱাত তাই কপট খঙেৰে প্ৰকাশ কৰি তাৰ মূৰত টোকৰ এটা মাৰি খিল্ খিল্ কৈ হাঁহিবলৈ ধৰিলে আৰু থালখন আঁজুৰি নি ভিতৰৰ পৰা কচু আৰু শাক অলপমান আনি দিলেহি। ছোৱালীজনী বৰ ৰাংঢালী। হাঁহিয়ে থাকে। সামান্য কথাতে খিল্

খিল্ কৈ হাঁহে ।

তাই এইবাৰ বিজয়ৰ পিনে চাই বৰ আগ্ৰহেৰে সুধিলে, “বহুত দিন খোৱা নাছিলা নহয় ? আহিলা ক’ৰ পৰা ? ক’ৰ মানুহ তুমি ?”

বিজয়ে হিন্দীতেই তেওঁৰ কথাবোৰ ক’লে। ইয়াৰ পৰা দক্ষিণ-পূবৰ পিনে, য’ত আজি কিছুদিনৰ আগতে ডাঙৰ ভূমিকম্প হৈছিল তালৈ যাবলৈকে বিজয় আহিছে বুলি ক’লে । ছোৱালীজনীয়েৰ লাগি আপোন পাহৰা হৈ বিজয়ৰ কথাবোৰ শুনি যাবলৈ ধৰিছে । বিজয়ৰ প্ৰতিটো শব্দ যেন তাই গিলিহে যাবলৈ ধৰিছে । এনেতে গিৰীয়েকটোৱে হুৰহুৰাই কিবা এটা ক’লে । তাই তেতিয়া সিহঁতৰ ভাষাত উত্তৰ দিলে । কথাবোৰ শুনি যেন সি বৰ আচৰিত হ’ল আৰু চকখাই উঠাৰ দৰে চিঞৰি উঠিল– “গাৰ্‌লা মান্ধাতা । গাৰ্‌লা মান্ধাতা ।”

মানুহটোৰ ভাৱৰ এনে আকস্মিক পৰিৱৰ্তনত বিজয়ো খুব আচৰিত হ’ল । প্ৰশ্নবোধক দৃষ্টিৰে তেওঁ ঘৈণীয়েকজনীলৈ চালে । তাইও এটা বিস্ময় মিশ্ৰিত স্বৰেৰে ক’লে “তেওঁ গাৰ্‌লা মান্ধাতাৰ কথা কৈছে । এইটো তিব্বতৰ এটা বৰ ওখ শৃঙ্গ । ইয়াৰ ওচৰতে কৈলাশ পাহাৰ আছে । তিব্বতৰ ভিতৰৰ বৰ ধুনীয়া ঠাই বুলি শুনিছোঁ । কিন্তু কোৱা শুনিছোঁ বৰ ভয়ঙ্কৰ ঠাই । তোমালোকৰ শিৱ মহাদেৱ কৈলাশ পাহাৰত থাকে । আমাৰ মানুহেও তেওঁক মানে । কিন্তু তালৈ যোৱাটো বৰ কষ্ট । আমাৰ মানুহে বিশ্বাস কৰে তালৈ যি মানুহ যায়, সি ঘূৰি আহিব নোৱাৰে । বিশেষকৈ গাৰ্‌লা মান্ধাতা বেছি বিপদজনক ।”

কথাখিনি জানি বিজয়ৰ খুব ভাল লাগিল । কিন্তু ইমান কম বয়সীয়া ছোৱালী এজনীয়ে ইমানবোৰ কেনেকৈ জানিলে বা শিকিলে সেইটোতো বিজয় কম আচৰিত নহ’ল ।

তাই ইমানবোৰ কথা কেনেকৈ জানিলে বুলি সোধাত ঘৈণীয়েক- জনীয়ে ক’লে এইবোৰ কথা তিব্বতীৰ সকলো মানুহেই জানে । আনকি যিবোৰ ভাৰতীয় ব্যৱসায়ী ইয়ালৈ আহিছে সিহঁতেও মহাদেৱৰ পৱিত্ৰ ধাম কৈলাশ শিখৰলৈ যাবলৈ সাহস নকৰে ।

বিজয় আৰু ঘৈণীয়েকজনীয়ে পতা কথাবোৰ একো বুজি

নোপোৱা গিৰীয়েকটোৱে তেতিয়া কিবা এটা ক'লে। ঘৈণীয়েকেও কিবা কিবি কৈ শলাগিলে। তাৰ পিচত বিজয়লৈ চাই তাই ক'লে- "কিহৰ কাৰণে তেনেকুৱা এখন দুৰ্গম ঠাইলৈ যাব খুজিছা ? সেই গাব্‌লা মান্ধাতা পাহাৰৰ ওপৰত বোলে কোনো বস্তি নাই। এখন ডাঙৰ জঙ্গল পাৰ হোৱাৰ পিচতহে হেনো সেই পাহাৰটো পায়গৈ।"

কিহৰ কাৰণে তালৈ যাবলৈ ওলাইছে তাৰ উত্তৰলৈ নগৈ কথাটো ঘূৰাবৰ কাৰণে বিজয়ে সুধিলে সেই কৈলাশ শিখৰৰ কাষৰ পাহাৰটোতেই ভূমিকম্প হৈছিল নেকি, সেই পাহাৰটো পাবলৈ ইয়াৰ পৰা কিমানদিন লাগিব ?

মানুহজনীয়েও নেজানে। তাই গিৰীয়েকক সুধিলে। এইবাৰ গিৰীয়েকে বেছ চিন্তা কৰি কৰি উত্তৰ দিলে। তাই তেতিয়া বিজয়ক ক'লে, "সেই গাব্‌লা মান্ধাতা পাহাৰ আৰু কৈলাশ শিখৰৰ মাজৰ ঠাইখিনিতে বোলে ভূমিকম্প হৈছিল। সাত আঠ দিন এৰা ধৰাকৈ পাহাৰৰ মাটি কঁপি আছিল। গাব্‌লা মান্ধাতাৰ কাষৰ সৰু সৰু পাহাৰৰ ওপৰৰ পৰা বহুত পাথৰ খহি পৰিছিল। ডাঙৰ ডাঙৰ পাথৰে ভূমিকম্পৰ পিচৰে পৰা ৰাস্তা বন্ধ কৰি ৰাখিছে।" এইখিনি কথা উশাহ নসলোৱাকৈ কৈ থকাৰ বাবে তাইৰ বোধকৰো ভাগৰ লাগি গৈছিল। ক্ষন্তেক মনে মনে থাকি হঠাৎ তাইৰ কিবা এটা মনত পৰাত চিঞৰি কৈ উঠিল- 'আৰু এটা কথা। গাবলা মান্ধাতাৰ ভূমিকম্প হৈ পৃথিৱী কঁপি থকা সময়ত পাহাৰৰ পৰা এটা ডাঙৰ তৰা ওলাই আকাশত আনবোৰতকৈ বেছিকৈ চিকমিক কৰি থাকে।"

এইষাৰ শুনি বিজয়ে ক্ষন্তেকৰ কাৰণে হলেও নিজকে পাহৰি গ'ল। উত্তেজিত হৈ পৰিল আৰু থিয় হৈ "কোন পিনে, কোনপিনে ?" কৈ চিঞৰিবলৈ ধৰিলে।

বিজয়ৰ এনে অস্বাভাৱিক ব্যৱহাৰত মানুহজনীতো চক খাই উঠিলে, আনকি বিছনাত বাগৰ দি থকা তিব্বতীটোও গিৰিপকৈ আহি বিজয়ৰ ওচৰ চাপিল। সি ঘৈণীয়েকক কিবা এটা ক'লে। তেতিয়া তাই ক'লে "তুমি কি কাৰণে তেনেকুৱা কৰিছা ? সেই তৰাটোৰ কথা মিছা নহয়। বহুত দূৰৈৰ পৰা কেতিয়াবা দেখা পোৱা যায়। কেতিয়াবা আমিও ইয়াৰ পৰা দেখোঁ। সদায় নেদেখোঁ। তোমাৰ যদি কপাল ভাল হয়, তুমিও আজি ৰাতি দেখিবা।"

আকৌ উৎফুল্ল হৈ পৰিল বিজয়। উত্তেজনাত ইমান সময় বেচেৰী ছোৱালীজনীৰ হাতখন ধৰি আছিল।

ঘৰৰ গৃহস্থ চাৰঙ আৰু তাৰ কিশোৰী ঘৈণীয়েকে যতনেৰে বিছনা এখন ঠিক কৰি দিছিল। মাত্ৰ এটা কোঠা। তাতেই ডাঙৰ তক্তা আৰু তাৰ ওপৰত ট্ৰিপালৰ টুকুৰা আৰু তিব্বতৰ জঙ্ঘলত হোৱা এবিধ শুকান পাত আৰু তাৰ ওপৰত ফটা কাপোৰ পাৰি বিজয়ৰ কাৰণে এখন বিছনা কৰি দিছিল। কেইবাদিনো ভালকৈ শুবলৈ নোপোৱা বিজয়ৰ সেইখন বিছনাতে ভাল টোপনি আহিব লাগিছিল। কিন্তু ৰাতি যি ঘটিল, তাৰ উত্তেজনাত গোটেই ৰাতিটো তেওঁৰ টোপনি বাৰে বাৰে ব্যাহত হ'ল।

সেই দিনা চাৰঙৰ ঘৈণীয়েকে যেতিয়া কৈছিল ইয়াৰ পৰা বহুদূৰত থকা গাৰ্‌লা মান্ধাতা আৰু কৈলাশ পাহাৰৰ ওপৰৰ আকাশত এটা খুব উজ্জ্বল তৰা জিলিকি থাকে আৰু ভূমিকম্প হোৱাৰ পিচদিনাৰ পৰা গধূলি সেই উজ্জ্বল তৰাটোৰ আবিৰ্ভাৱ ঘটে, সেইদিনা বিজয় আনন্দৰ উত্তেজনাত ৰব নোৱাৰি একেবাৰে ব্যাকুল হৈ পৰিছিল। সেয়েহে মনত তীব্ৰ উৎকণ্ঠা লৈ অতি আশা আৰু প্ৰত্যাশাৰে অতিপাত ঠাণ্ডাৰ মাজতো সেইদিনা ৰাতি চাৰঙৰ ঘৰৰ চোতালৰ টিলাটোৰ পৰা একান্তচিত্তে গাৰ্‌লা মান্ধাতা পাহাৰ থকাৰ পিনে চাই থাকিবলৈ ধৰিলে। ৰাতিৰ ঠাণ্ডাৰ লগতে মাজে মাজে আহি থকা হিমসনা এছাটি দুছাটি বতাহে কম্বল, পুল্‌ অভাৰ ভেদ কৰি বিজয়ৰ শৰীৰৰ ভিতৰৰ হাড়বোৰ কঁপাই দিছিল। কিন্তু ঘৰৰ ভিতৰত দপ্‌ দপকৈ জ্বলি থকা জুইকুৰাৰ ওচৰলৈ যোৱাৰ কোনো ধৰণৰ ইচ্ছা মনত জাগি উঠা নাছিল। কামনাৰ শেষ লক্ষ্য বস্তু আছিল যেন সেই তৰাটো, যিটোক চাবৰ কাৰণে তেওঁ কঁপি কঁপি টিলাটোত ৰৈ আছে। গধূলিৰ পৰা থিয় হৈ থকা বিজয়ৰ কাষত আছিল চাৰঙ আৰু তাৰ ঘৈণীয়েকজনী। এই ছোৱালীজনীয়েই বিজয়ৰ অন্তৰত জগাই তুলিছিল প্ৰচণ্ড কৌতূহল। এই কৌতূহলৰ সফল চৰিতাৰ্থই হয়তো বিজয়ৰ এই দুঃসাহসিক অভিযানৰ লক্ষ্য স্থানৰ দিক নিৰ্ণয় কৰিব।

চঞ্চলমতি তিব্বতী তৰুণ চাৰঙ কিছুসময় বিজয়ৰ ওচৰত থিয়

হৈ থকাৰ পিচত কিবা এটা অস্থিৰতা আৰু অধৈৰ্য্যই বাৰে বাৰে তাক চঞ্চল কৰি তুলিলে। বেছি সময় থিয় হৈ থাকিব নোৱাৰিলে। সৰু সৰু চকুকিটা ডাঙৰ কৰি হাত জোকাৰি ঘৈণীয়েকক কিবাকিবি ক'লে। তাৰ পিচত চাৰঙে বিজয়লৈ চাই এটা হাঁহি মাৰিলে আৰু ঘৰৰ ভিতৰলৈ গৈ গাত দীঘলীয়া গৰম চোলা আৰু মূৰত উলৰ টুপীটো সুমুৱাই ল'লে। কঁকালত কিবা এটা বান্ধি ললে। বোধকৰো সেইখন দা। এই নিমাত নিসাৰ নিস্তব্ধ ৰাতি চাৰঙ ক'ৰবালৈ যাবলৈ ওলাইছে নেকি, ক'লৈ যাব এতিয়া, কিয় যাব, কেতিয়া ঘূৰি আহিব ইত্যাদিবোৰ প্ৰশ্ন নিয়মমতে বিজয়ৰ মনত ভুমুকি মাৰিব লাগিছিল। কিন্তু সন্ধিয়াৰ পৰা বিজয়ৰ দৃষ্টি আৰু মন আকাশৰ সুদূৰ সেই দিশটোৰ প্ৰতি এনেকুৱাকৈ নিবিষ্ট হৈ আছিল যে অতিথি- পৰায়ণ গৃহস্থক কিবা এটা সোধাৰ কৰ্তব্যৰ কথাও পাহৰি গৈছিল। আঁঠুলৈকে সুমুৱাই লোৱা গৰম জোতাযোৰৰ শব্দ তুলি তুলি যেতিয়া চাৰঙ তাৰ ঘৰৰ পৰা টিলাটোৰ লুংলুঙীয়া পথত নামিল, তেতিয়া তাৰ ঘৈণীয়েকজনীয়েও ৰিং মাৰি চিঞৰি চিঞৰি আকৌ কিবা এটা ক'লে। সিও পিচলৈ নোচোৱাকৈয়ে কিবা এষাৰ মন্তব্য কৰিলে।

তাই ঘৰৰ ভিতৰলৈ গ'ল আৰু মূৰত টুপী এটা পিন্ধিলে আৰু গাত খহটা উলৰ চাদৰ এখন লৈ ওলাই আহিল। বিজয়ৰ মূৰত টুপী আছিল। তেতিয়া সম্ভৱ সাতমান বাজিছিল। কিন্তু তিব্বতৰ এই দুৰ্গম পাহাৰৰ মাজত তেতিয়া মাজৰাতি যেন লাগিছিল। বহুত দূৰে দূৰে কুকুৰৰ ভুক্ ভুকনি আৰু হাবিৰ পৰা অহা জিলিৰ নিচিনা কিছুমান পোকৰ শব্দ।

তাই ভিতৰৰ পৰা ওলাই আহি আকৌ হাঁহি হাঁহি ক'বলৈ ধৰিলে "চাৰঙ এঠাইলৈ গৈছে পহু মাংস আনিবলৈ। যদি নেপায়, তেন্তে বৰ্তাপৰ ঘৰৰ মুৰ্গী এটা তাৰ গৰালৰ পৰা মনে মনে লৈ [illegible] বোলে। বৰতাপ এতিয়া শুই টোপনি গ'ল। তাৰ যি নাক বাজে [illegible]মাকৰী বাঘে তাৰ নাকৰ আৱাজ শুনি ভয়তে ওচৰলৈকে নাহে।" এইবুলি তাই আকৌ খিল্ খিল্‌কৈ হাঁহিবলৈ ধৰিলে আৰু একেবাৰে বিজয়ৰ গাৰ কাষত থিয় হ'লহি।

তাইৰ কথাবোৰ শুনি বিজয় আচৰিত হ'ল। সুধিলে "পহু মাংস? বৰতাপ? এইবোৰ কি? মই বুজা নাই।"

এইবাৰ তাই সামান্য গহীন হৈ চকুকিটা ডাঙৰ কৰি ক'বলৈ ধৰিলে– "তই আমাৰ ঘৰত মেহমান্ আহিছ্। তোক আজি কচু আৰু শাক খাবলৈ দিছোঁ। আমি খুব লাজ পাইছোঁ। পহুমাংস মানে একেবাৰে পোৱালি ইয়াক্। তিব্বতী ভাষাত বেলেগ নাম কয়। আমাৰ ভূটীয়াবিলাকেও ইয়াক বেলেগ কয়।" ... কৈশোৰৰ চপলতা পূৰামাত্ৰাই তাইৰ শৰীৰ আৰু কথা-বতৰাত ফুটি উঠিছে। কিন্তু সেইবোৰলৈ সিমান বেছি মন নকৰি এইবাৰ বেছিকৈহে আচৰিত হৈ বিজয়ে সুধিলে– "তই তিব্বতী নহয় নেকি ? ভূটীয়াহে নেকি ?"

তাই বিজয়ৰ কৌতূহল নিবৃত্ত কৰি ক'লে– "অ, মই ভূটীয়াহে। নহলে তোৰ লগত কাম চলাব পৰা ভঙা টুটা হিন্দী কেনেকৈ ক'লোহেঁতেন।"

শুনি বিজয় বহুখিনি নিশ্চিন্ত হ'ল। কিন্তু চঞ্চল, চটফটীয়া এই তিব্বতী ডেকাটোৱে এই সৰু ৰাংঢালি ভূটীয়া ছোৱালীজনী পালে কেনেকৈ ? সংসাৰ পতা বেছি দিন হোৱা নাই যেন লাগে।

তথাপি সুদূৰ আকাশৰ পিনে দৃষ্টি নিবদ্ধ ৰাখিয়েই বিজয়ে সোধো নে নোসোধোকৈ প্ৰশ্ন কৰিলে– "কিন্তু তহঁতৰ বিয়া হ'ল কেনেকৈ ? তই ভূটীয়া আৰু চাৰঙ তিব্বতী।"

তাই ক'লে– "এইবিলাক বহুত কথা। এতিয়াৰ পৰা দুইবছৰমানৰ আগতে মই মোৰ দেউতা আৰু আমাৰ গাঁৱৰ মানুহৰ লগত টক্চেন মেলালৈ আহিছিলোঁ। মোৰ লগত আন মাইকী মানুহ আৰু ছোৱালীও আহিছিল। টক্চেনত বছৰত এবাৰ খুব ডাঙৰ মেলা হয়। তাত বহুত ভাল ভাল ইয়াক্ ওলায়, ইয়াকৰ চামৰা ওলায়, উলৰ বহুত ৰকমৰ গৰম কাপোৰ চোলা, জন্তুৰ চামৰাৰ পৰা বনোৱা হৰেক ৰকমৰ চোলা, টুপী, কম্বল ওলায়। বহুত ৰকমৰ মণি ওলায়, গছৰ ছাল আৰু শিপাৰ পৰা বনোৱা দৰৱ আদি মেলাত তিব্বতীবিলাকে বেচিবলৈ আনে। আমিও বহুত ধৰণৰ গছৰ পৰা তৈয়াৰ কৰা দৰৱ, হিং, দামী দামী পাথৰ, উলৰ চুৱেটাৰ, টুপী– এইবোৰ লৈ আনো। এই টক্চেন মেলাতেই চাৰঙৰ লগতে আমাৰ চিনাকি হ'ল। সি মেলালৈ বহুত ইয়াক্ আৰু পহুৰ চামৰা লৈ আহিছিল। আমাৰ দেউতাইও দামী পাথৰৰ মণি আৰু হিন্দুস্তানৰ পৰা কিনি অনা পাথৰৰ তথাগতৰ মূৰ্তি আনিছিল। বৰ ধুনীয়া মূৰ্তি

আছিল। চাৰঙে আমাৰ দেউতাৰ পৰা তথাগতৰ বহুত মূৰ্তি কিনিছিল। কিন্তু মেলাত দেউতাৰ হঠাৎ অসুখ হ'ল। দেউতাৰ মৃগী বেমাৰ আছিল। কিবা কাৰণত মৰম লাগি চাৰঙে দেউতাক বহুত শুশ্ৰূষা কৰিলে। দেউতাক তাৰ ঘৰলৈ লৈ গ'ল। আমি টক্‌চেন বজাৰৰ ওচৰৰ এটা ডাঙৰ ঘৰত আছিলোঁ। সেইটো এজন তিব্বতী বেপাৰী মানুহৰ ঘৰ আছিল। দেউতাক তাৰ ঘৰলৈ নিওঁতে মইও গ'লোঁ। মোক দেখি তাৰ ভাল লাগিল হবলা। তাৰ ঘৰত কোনো নাছিল। তাৰ মাক-বাপেক বহুত দিনৰ আগতেই মৰিল। মোৰো বেয়া লগা নাছিল। মই আপত্তি নকৰিলোঁ। সি পিচত আমাৰ ভূটানৰ গাঁৱৰ ঘৰলৈ গ'ল। লগত পাঁচখন নোমাল জন্তুৰ ছাল আৰু দুটা ইয়াক্। তাৰ পিচত আমাৰ ওচৰত থকা বৌদ্ধ-মঠৰ লামাক সাক্ষী ৰাখি আমাৰ নিয়মমতে বিয়া হৈ গ'ল।"

ছোৱালীজনীৰ অকপট আৰু সৰল মনৰ কথাবোৰ শুনি বিজয়ৰ মনটো বৰ ভাল লাগি গ'ল। নিজৰ বিয়াৰ কথা ইমান দ্বিধাহীনভাৱে আৰু অকণো লাজ নকৰাকৈ কোনোবা এজনী ভাৰতীয় ছোৱালীয়ে ক'ব পাৰিবনে? বিশেষকৈ কেইঘণ্টামানৰ চিনাকি এজন ডেকা ল'ৰাৰ আগত। ইহঁতৰ শৰীৰ আৰু মনত মিহলি হৈ থকা প্ৰকৃতিৰ সৰলতাই বোধকৰো ইহঁতৰ ৰক্ষা কৱচ।

কিন্তু ছোৱালীজনীৰ নামটো এতিয়ালৈকেতো বিজয়ে জনা নাই। এই কেইঘণ্টামানৰ ভিতৰতে অতি আপোন যেন লাগি যোৱা চাৰঙ পত্নী এই কিশোৰী ছোৱালীজনীক তেওঁ সুধিলে– "তোৰ নামটো কি?"

এইবাৰহে তাই লাজ কৰিলে। ক'লে, তাইৰ নামটো বৰ বেয়া। ক'বলৈ লাজ লাগে। সৰুতে মাকে তাইক এই বেয়া নামটো দিছিল। সৰুতে বোলে তাই অলপ কথাতে খুব চিঞৰি চিঞৰি কান্দিছিল। সেইটো খঙতে মাকে বেয়া নাম এটা দি মাতিছিল।

"তথাপি শুনোচোন, কি নাম?" বিজয়ে সুধিলে।

"সেইটো নাম নকওঁ। মোক চাৰঙ আৰু ইয়াৰ গাঁৱৰ মানুহে চেংবাও বুলি মাতে। চাপাৰাঙৰ পৰা এজন ডাঙৰ মানুহে মোক দেখি চেংবাও বুলি মাতিছিল। সেইকাৰণে চাৰঙেও মাতে, আন মানুহবোৰেও মাতে। চেংবাও মানে কিবা ভাল কথা বুলি শুনিছোঁ।

কিন্তু আচল মানেটো কি মই নেজানো। তুমি জানা নেকি ?" তাইৰ প্ৰশ্নটো শুনি বিজয়ে হাঁহি দিলে। বিজয়ে জানিব কেনেকৈ ?

তথাপি বিজয়ে নোকোৱাকৈ থাকিব নোৱাৰিলে "মই কেনেকৈ জানিম ? তিব্বতী ভাষা নেজানো। ভূটীয়া ভাষাও নেজানো। তথাপি তই অনবৰত হকে-বিহকে হাঁহি থকা কাৰণেই তোক বোধহয় এই নামটো দিছে। সৰুতে কান্দি থকা কাৰণে যি নাম দিছিল তাৰ ওলোটাটো। নহয় জানো ?"

"কি জানো ?" বুলি তাই আকৌ মিচিকৈকৈ হাঁহিলে আৰু লগে লগে কিবা এটা যেন মনত পৰাত তাই আকৌ ক'লে- "এটা কথা কিন্তু ! চাৰঙে যে পহু মাংস আনিবলৈ গৈছে তই কাৰো আগত নকবি দেই। কাৰণ ইয়াত মাংস খোৱাটো বৰ পাপ কাম। মঠৰ লামাই জানিলে আমাক ইয়াৰ পৰা খেদি দিব।"

"তেনেহলে চাৰঙে মাংস আনিবলৈ যোৱাৰ কি দৰ্কাৰ আছিল ? মইতো মাংস খাব খোজা নাই। মোৰ কাৰণে তহঁতে কেলেই ইমান চিন্তা কৰিছ ? মইতো কালিলৈকে যামগৈ।"

এইবাৰ তাই হঠাৎ গহীন হৈ পৰিল। এটা কপট খং প্ৰকাশ কৰি বিজয়ৰ মুখলৈ চালে, বিজয়ে সঁচাকৈয়ে কৈছে নে ধেমালি কৰিছে, তাকেই বোধকৰো বুজিবলৈ চেষ্টা কৰিলে। তাৰ পিচত তাই দেখোন টিলাটোৰ পৰা নামি যোৱা আন্ধাৰ বাটটোৰ পিনে চাই হঠাৎ চিঞৰি চিঞৰি কুকুৰটোক মাতিবলৈ ধৰিলে। ক্ষন্তেক পিচতে বিৰাট আকাৰৰ কুকুৰটো নেজ জোকাৰি চেংবাওৰ পিচফালে থিয় হ'ল। এছাটি হিম-শীতল বতাহ টিলাটোৰ ওপৰেদি বাগৰি গ'ল। বিজয় কঁপি উঠিল। তাইও হি হি হি শব্দ কৰি গাৰ চাদৰখন আকৌ ভালকৈ মেৰিয়াই ল'লে।

কুকুৰটোক চেংবাওৱে হঠাৎ কি কাৰণত মাতিলে বিজয়ে বুজিব নোৱাৰিলে। তাইৰ কি হ'ল বুলি সুধিব খোজোতেই তাই দূৰৈৰ আকাশৰ পিনে চাই হঠাৎ জোৰেৰে চিঞৰ এটা মাৰি দিলে। সেই চিঞৰত বিজয় উচপ খাই উঠিল। তাইলৈ উদগ্ৰীৱ হৈ চাওঁতে তাই বহু দূৰৈৰ আকাশত অতি উজ্জ্বলভাৱে জিলিকি তিৰ্‌বিৰাই থকা তৰা এটালৈ আঙুলিয়াই উত্তেজিত স্বৰত চিঞৰি ক'বলৈ ধৰিলে- "সৌৱা সৌৱা, চা, সেইটো তৰা। গাৰ্‌লা মান্ধাতা পাহাৰ সেই

পিনেই আছে। ভূমিকম্পৰ পিচদিনাৰ পৰা গধূলি সেই ডাঙৰ তৰাটো সদায় ওলায়। মই চাৰিদিন দেখিছোঁ। তোমাৰ কপাল খুব ভাল। প্ৰথম দিনাই তুমি দেখিলা। আনবোৰ তৰাতকৈ কিমান ডাঙৰ দেখিছা। ইয়াৰ ওচৰত থকা লামাবিলাকে কৈছে, ভগৱান বুদ্ধ যেতিয়া এই পৃথিৱীত আহিছিল তেতিয়াও হেনো গাৰ্‌লা মান্ধাতা আৰু কৈলাশ পাহাৰৰ ওপৰৰ আকাশত এনেকুৱাকৈ ডাঙৰ তৰা ওলাইছিল। এমাহ এনেকৈ ওলাই পিচত বোলে লাহে লাহে নাইকিয়া হৈ গৈছিল।"

চকুৰ পলক নেপেলোৱাকৈ একেথৰে অভিভূত হৈ সেই উজ্জ্বল জ্যোতিষ্কটোৰ পিনে চাই থকাৰ মাজতে বিজয়ৰ মুখৰ পৰা অজ্ঞাতে ওলাই আহিল 'এমাহ।'

চেংবাওৱে বিজয়ৰ পিনে চাই বৰ আচৰিত হ'ল। নতুনকৈ অহা এই মানুহটোৰ হঠাতে কি হ'ল ? ইমান অভিভূত হৈ কি চাইছে ? মুখেদি বিৰ্ বিৰ্ কৈ কি বকিছে ? ডেকা মানুহটোৰ চকুত লাহে লাহে পানীও বিৰিঙি উঠিছে। বহুদূৰৈত থকা তৰাটোলৈ ইমান ভয় আৰু ভক্তি ভাবেৰে চাবলৈ কি হ'ল ? যোৱা বছৰ তাই আৰু চাৰঙ চাপাৰাঙলৈ যাওঁতে তাত থকা বিৰাট মঠটোলৈ গৈছিল। তাত দেখিছিল, বৌদ্ধ লামাসকলে হাতত সৰু কাঁহ লৈ বজাই বজাই সুৰ লগাই স্তোত্ৰ পাঠ কৰিছিল আৰু মঠৰ ভিতৰত থকা জীৱন্ত আকাৰৰ ডাঙৰ ধ্যানমগ্ন বুদ্ধদেৱৰ মূৰ্তিৰ পিনে তীৰ্থযাত্ৰীসকলে এটা ভয় আৰু গভীৰ ভক্তিৰে চাই মূৰ দোঁৱাইছিল। কাৰো মুখত এটা সামান্য শব্দও নাহিল। এতিয়া বিজয়ৰ চকু আৰু মুখতো ঠিক একেটা ভাবেই দেখিবলৈ পোৱা গৈছে। লগতে তাই এজনী সৰু ছোৱালী হৈও অনুভৱ কৰিছে, এই ডেকা মানুহটোৰ ভিতৰখন ক্ৰমান্বয়ে চঞ্চল হৈ উঠিছে। পাৰিলে এতিয়া এই মুহূৰ্ততে সেই তৰাটোৰ ওচৰলৈ উৰি গুচি যাব। ক্ৰমাৎ উত্তেজিত হৈ পৰা বিজয়ে এবাৰ চিঞৰি দিলে– "চাৰঙ ক'লৈ গ'ল ? মই এতিয়াই ইয়াৰ পৰা যাম। যিমান দূৰেই নহওঁক, মই সোনকালে পাবগৈ লাগিব।.. চেংবাও। তই চাৰঙ আহিলে ক'বি, মই যাওঁ। মই তহঁতৰ ওচৰত সদায় কৃতজ্ঞ হৈ থাকিম। মোক বহুত যতন কৰিছ। .. মই এতিয়াই যাব লাগিব। তহঁতে মোক যাবলৈ এৰি দে।"

বিজয়ৰ এই অস্বাভাৱিক পৰিৱৰ্তনত কিশোৰী চেংবাও হতবাক হৈ তেওঁৰ মুখলৈ কিছু সময় চাই থাকিল। তাৰ পিচত বিজয়ৰ হাতখন ধৰি অতি মৰমেৰে ক'লে– "এতিয়া ভিতৰলৈ বলা। জুইৰ ওচৰত বহিবা। পানী গৰম কৰিম। মোৰ লগত চাহপাত আছে। মাখন আছে। মাখন মিহল কৰা গৰম চাহ খাই উঠাৰ পিচত এই ৰাতি তোমাৰ যদি যাবৰ সাহস হয় যাবা। বাধা নিদিওঁ। কিন্তু চাৰঙ্ অহাৰ আগতে মোক অকলে এৰি থৈ তুমি যদি গুচি যোৱা, সি আহি খুব দুখ কৰিব। তুমি থকা কাৰণেহে চাৰঙে মোক এৰি গৈছে। ব'লা ভিতৰলৈ।"

ছাটকৈ বাস্তৱলৈ ঘূৰি আহিল বিজয়। মধ্য তিব্বতৰ চেৰচক্ গাঁৱৰ এই টিলাটোৰ ওপৰত পৰা জোনৰ ক্ষীণ পোহৰত তেওঁ সবল বালিকা চেংবাওলৈ চালে। তাইৰ চকু মুখত থকা নিষ্পাপ সৰলতাই তাইৰ হাতখন পৱিত্ৰতাৰে অচঞ্চল কৰি তুলিছে। এটা সৰু ল'ৰা মাকৰ পিচে পিচে যোৱাৰ দৰে বিজয় চেংবাওৰ পিচে পিচে গৈ ঘৰৰ ভিতৰত সোমাল ভিতৰৰ জুইকুৰা প্ৰায় নুমাই গৈছিল।

তাই লৰালৰিকৈ জুইকুৰা খুচৰি খৰি জাপি দি ফুৱাবলৈ ধৰিলে। এবাৰ দপ্‌কৈ জুইকুৰা জ্বলি উঠিল। কিশোৰী চেংবাওৰ মুখখন জিলিকি উঠিল। বিজয়ে দেখিলে, মাতৃ আৰু ভগ্নীৰ মুখত দেখা দিয়া এটা মৰম আৰু স্নেহৰ লুকাভাকু তাইৰ মুখত ক্ষন্তেকৰ কাৰণে খেলি গ'ল।

কিন্তু বিজয় বাৰে বাৰে অন্যমনস্ক হৈ গৈছিল।

এই উজ্জ্বল জ্যোতিষ্কটো দেখাৰ পিচৰে পৰা বিজয় ক'ব নোৱাৰাকৈয়ে নিজৰ সত্ত্বা হেৰুৱাই পেলাইছিল। ঠেৰেঙা জাৰৰ অন্ধকাৰ চোতালৰ পৰা আঁতৰি আহি এবাৰ বহিছিল ঘৰৰ ভিতৰৰ বিছনাখনত আৰু এবাৰ বহিছিলগৈ চোতালৰ সন্মুখত থকা ডাঙৰ শিলটোৰ ওপৰত। কুকুৰটোও লগে লগে আহি কাষত থিয় হৈছিল। কোনোবা এবাৰ তালৈ চাই বিজয়ে তাৰ পিঠিত থপৰিয়াই মৰম কৰি দিছিল। নেজ লৰাই লৰাই সিও বিজয়ৰ মুখখনলৈ চাইছিল। এই দুৰ্ঘোৰ আন্ধাৰৰ মাজতো তিব্বত দেশীয় এই চাৰিঠেঙীয়া জন্তুটোৱে বিজয়ৰ এই মুহূৰ্তত মনৰ অৱস্থা বুজিবলৈ হয়তো চেষ্টা কৰি চাইছিল।

উৎক্ষিপ্ত হৈ পৰা মনটোৱে তেতিয়া যেন বিজয়ৰ শৰীৰটোক বাৰে বাৰে কৈছিল ; তেওঁ ঘূৰি আহিব, তাৰ প্ৰমাণ তুমি আজি পালা। তেওঁ আজিৰ পৰা বাৰবছৰৰ আগতে এই পৃথিৱীৰ পৰা আঁতৰি যাবলগীয়া হোৱাৰ আগমুহূৰ্তত তেওঁ আকৌ এই পৃথিৱীলৈ ঘূৰি অহাৰ ইঙ্গিতৰ বিষয়ে যেনেদৰে কৈ গৈছিল, আজি ঠিক সেই ইঙ্গিতেই তুমি দেখিছা। এতিয়া পলম নকৰিবা।

কিন্তু হিমালয়ৰ নামনিৰ তিব্বতৰ মাজ ৰাতিৰ এই ঠেঁটুৱৈ ধৰা জাৰত এতিয়া ইয়াৰ পৰা ওলাই যোৱাৰ উপায় নাই। তদুপৰি অথনিয়ে ওলাই যোৱা চাৰঙও এতিয়ালৈকে ঘূৰি নাহিল। কিয় দেৰী কৰিছে বা এতিয়ালৈকে কিয় ঘূৰি অহা নাই জনাৰো কোনো উপায় নাই। গিৰীয়েক ঘূৰি নহাৰ দুশ্চিন্তা ঘৈণীয়েক নামৰ এই চপলা সৰুফুটীয়া ভুটীয়া ছোৱালীজনীৰ মুখতো ফুটি উঠা নাই। চাৰঙ্ প্ৰায়ে এনেকৈ ৰাতি ওলাই যায় নেকি ? ৰাতি ঘূৰি নাহে নেকি ? সি এনেকৈ যায় যদি ঘৰত অকলশৰীয়াকৈ গাভৰু ঘৈণীয়েকজনী এৰি থৈ কেনেকৈ যায়। এইখন দেশত তেনেকুৱা ভয় আশঙ্কাৰ কোনো কাৰণ নাই নেকি ? নেথাকিব নেনেকৈ ? পৃথিৱীৰ সকলোতেই মানুহৰ আদিম প্ৰবৃত্তিয়ে সদায়ে প্ৰধান্য লাভ কৰি আহিছে, তেনেস্থলত তিব্বত কিয় ব্যতিক্ৰম হ'ব। তিব্বতৰ ইতিহাস পঢ়ি যিমানদূৰ জনা যায়, শাসনকৰ্তাৰ ক্ষমতাৰে ক্ষমতাশালী গা্‌ৰেপান্‌সকলৰ যৌন-লীলাই কেতিয়াবা তিব্বতৰ বৌদ্ধ মঠসমূহৰ পৱিত্ৰতাকো স্পৰ্শ নকৰাকৈ থকা নাই। জনসমাজত ব্যভিচাৰ আৰু লাম্পত্য ইমান বেছি প্ৰকট হলেও মানুহৰ যৌন-লিপ্সা ইয়াতো আছে। তেনে অৱস্থাত চাৰঙে এজনী পাট গাভৰু ষোড়শী ঘৈণীয়েকক কি সাহসত এৰি যাব ? অৱশ্যে এনেকুৱাও হ'ব পাৰে যে ইয়াৰ সমাজ ব্যৱস্থাত অবাধ যৌন আচৰণ কোনো দোষণীয় কথা নহয়। কিন্তু কঠোৰ অনুশাসন থকা বৌদ্ধ সমাজত এইটো অসম্ভৱ কথা বুলি অনুভৱ কৰিলে বিজয়ে।

অন্ধকাৰৰ মাজত শিলটোৰ ওপৰত বহি বিজয়ে আকাশ-পাতাল ভাবিবলৈ ধৰিলে। চাৰঙৰ ঘৰৰ ভিতৰখনতো নিস্তব্ধ হৈ আছে। চাৰঙৰ ঘৈণীয়েকজনী বোধকৰো শুলৈগে। ৰাতি বহুত হৈ গ'ল। সহজ সৰল পাহাৰৰ ছোৱালী। গিৰীয়েকটো অহা নাই কাৰণে তাইও

সাৰে থাকিব লাগিব বুলি ইইঁতে অকণো নেভাবে। সি এটা সময়ত আহিব কিন্তু সেইবুলি তাই নুশুবনে? শুইছে ভালেই কৰিছে। বিজয়েও মুক্ত, ভালেই কৰিছে বুলি এই মুহূৰ্তত উপলব্ধি কৰিলে। কাৰণ সৰু এখোটালী ঘৰটোৰ ভিতৰত থকা চাৰপ্ত আৰু ঘৈণীয়েকৰ বিছনাখনৰ প্ৰায় কাষতেই আলহী বিজয়ৰ কাৰণে বিছনা এখন ঠিক কৰি থোৱা আছে। এতিয়াহে বিজয়ে উপলব্ধি কৰিলে এই মাজৰাতি অকলশৰীয়া ঘৰটোত গিৰীয়েক নোহোৱা অৱস্থাত তাই শুই থকা বিছনাখনৰ পৰা এহাত দূৰৈত বিজয় শুই থকাটো একেবাৰে বেয়া আৰু অশালীন কথা। সেই কাৰণেই তাইও বিজয় বাহিৰৰ শিলত বহি থকাটো মনে মনে বোধকৰো বেয়া পোৱা নাই। এইখিনি ভাবি বিজয়ে বৰ স্বস্তি অনুভৱ কৰিলে।

ইতিমধ্যে কুকুৰটো বিজয়ৰ কাষত বহি ল'লে। এইটো মুহূৰ্তত বৰ আপোন যেন লাগিল কুকুৰটোক। অন্ধকাৰৰ মাজত দূৰৰ পৰা আন কুকুৰৰ দুই এটা ভুকনি আহিছে। ইয়াত কুকুৰবোৰে বৰকৈ নুভুকে নেকি? মাজে মাজে সঘনাই ওচৰৰ হাবিৰ পৰা বনৰীয়া পোকৰ মাত। জিলিৰ মাতৰ লগত মিল থকা এই পোকবিলাকৰ শব্দৰ বাহিৰে পৃথিৱীখন লাহে লাহে বৰ নিজান হৈ পৰিছে। বিজয়ৰ চকুত ঘোপমৰা অন্ধকাৰবোৰ সহজ হৈ আহিছে। আন্ধাৰৰ মাজেদি আকাশৰ তৰাবোৰ চাই চাই বিজয় লাহে লাহে আপোন পাহৰা হৈ আহিবলৈ ধৰিছে। ক'লাৰ হেনো কোনো সৌন্দৰ্য্য নাই। কিন্তু এই ক'লা আন্ধাৰৰ মাজত কিবা এটা সুন্দৰতা বিচৰণ কৰা যেন বিজয়ে অনুভৱ কৰিলে। কেৱল নিজৰ লগত মানুহে কোনোবাদিনা কথা পাতে জানো? বিকৃত মস্তিষ্কৰ মানুহে হয়তো নিজৰ লগতে বিৰ্বিৰ্ কৈ বকি কথা পাতি থাকে। কিন্তু বিজয়তো মগজুৰ দোষ থকা মানুহ নহয়। তেন্তে নিশ্ছিদ্ৰ অন্ধকাৰৰ মাজত মুখেৰে অকণো শব্দ নকৰাকৈ নিভৃতে আৰু নিৰলে নিজৰ লগত কথা পাতিবলৈ ইমান মন গৈছে কেলেই? বিজয়ৰ নিজৰ লগত বুজা-পৰা কৰিবলৈ প্ৰবল বাসনা জাগিছে। বোধকৰো আজিৰ পৰা আঢ়ৈ হেজাৰ বছৰৰ আগতে সিদ্ধাৰ্থই এনে এটা বাসনাৰ ওচৰত নিজক সমৰ্পণ কৰি আত্ম জিজ্ঞাসাৰ কাৰণে মহাশূন্যত ওপঙি থকা এটা পৰম বিন্দুত মনটো লীন কৰি দিছিল আৰু লাভ কৰিছিল এটা সাধনাৰ

সিদ্ধি– পৰম বুদ্ধত্ব। এটা অতি সাধাৰণ মানুহ হৈ নিজকে বুদ্ধদেৱৰ সাধনা আৰু প্ৰজ্ঞাৰ লগত তুলনা কৰিবৰ্লৈ ইচ্ছা কৰাটো বিজয়ৰ পক্ষে এটা ডাঙৰ ধৃষ্টতা। কিন্তু এনে মহাশূন্যৰ অনন্ত আকাশৰ তলত ঘনঘোৰ অন্ধকাৰৰ মাজতেই বোধকৰো এটা নিৰহঙ্কাৰ আৰু অকপট মনেৰে মানুহে নিজৰ অস্তিত্বটো অনুভৱ কৰিবলৈ অৱকাশ বিচাৰি পায়। অতীতৰ কথা, পুষ্পকনগৰী, মহাশ্বেতা আৰু তেওঁৰ প্ৰতিটো কথা আৰু আচৰণ এটা এটাকৈ এখন স্পষ্ট ছবিৰ দৰে চকুৰ আগত ভাঁহি আহিবলৈ ধৰিলে। নাৰী যদি কামনাৰ প্ৰতীক আৰু ভোগৰ সামগ্ৰী হয়, তেন্তে বিজয়ৰ দৃষ্টিত মহাশ্বেতা কিয় ব্যতিক্ৰম হ'ল। মহাশ্বেতা মাটিত নাইকিয়া হৈ যোৱাৰ আগলৈকে তেওঁৰ লগত যিকিদিন সান্নিধ্য বাঢ়ি আহিছিল, সেইকিদিনৰ এদিনোতো বিজয়ে অন্তৰত কোনো ধৰণৰ কামনা অনুভৱ কৰা নাছিল। অথচ এই পৃথিৱীত বিজয়ে দেখা নাৰীৰ ভিতৰত মহাশ্বেতাৰ ৰূপ আছিল অতুলনীয়। তেওঁ আছিল ৰূপৰ সৌন্দৰ্য্যশালিনী। অপৰূপা– অনন্ত যৌৱনা। কিন্তু আচৰিত কথা, সেই নাৰীক লাভ কৰিবলৈ বিজয়ৰ অন্তৰত জ্বলি উঠিছিল অনিৰ্বাণ দীপ শিখাৰ দৰে এটা বাসনা– যি বাসনাত কামনাৰ ৰূপ আৰু গোন্ধ দুয়োটাই নাছিল। সেয়া আছিল নিষ্কাম।

নিজৰ ভাবতেই ইমানেই মগ্ন হৈ পৰিছিল যে এই মাজ নিশা যে এছাটি প্ৰবল বতাহ আৰু এটা উৎকট গোন্ধে প্ৰাণী, জন্তু-জানোৱাৰৰ মনবোৰ হঠাৎ সচকিতে সজাগ কৰি দিছিল, সেই জ্ঞানো বিজয়ৰ নাছিল। কাষত বহি থকা কুকুৰটোৱেও হঠাতে এটা আতঙ্কগ্ৰস্ত স্বৰেৰে ভুকি উঠিল। বিজয় চক খাই উঠিল।

মহাশ্বেতা সেই অগ্নিকুণ্ডৰ কাষত মাটিত বিলীন হৈ যোৱাৰ আগ মুহূৰ্তত সেই বাঘৰ আবিৰ্ভাৱত তেওঁ যি গোন্ধ পাইছিল, সেই গোন্ধ যেন এতিয়া তেওঁৰ নাকত লাগিছে। তাৰ পিচত ইন্দ্ৰিয় সজাগ হৈ উঠাৰ লগে লগে মহাশূন্যৰ পৰা যেন কঁপি কঁপি ভাঁহি আহিল এটা শব্দ– বীৰ্য্যবাহন! সচকিত হৈ থিয় হৈ চাৰিওপিনে এবাৰ চাওঁতেই যেন কোনোবাই থাপ মাৰি বিজয়ৰ হাতখন ধৰি চাৰঙৰ ঘৰৰ পিনে টানি নিলে আৰু খোলা দুৱাৰেদি সুমুৱাই ক্ষীপ্ৰবেগেৰে দুৱাৰখন জপাই দিলে। বিজয় ইমানেই আত্ম সমাহিত হৈ আছিল

যে কোনে এনেকৈ টানি আনিছে তেওঁ ঠাৱৰ কৰিব পৰা নাছিল। সজাগ অৱস্থালৈ ঘুৰি আহি তেওঁ উত্তেজিত হৈছিল। ঘৰৰ ভিতৰৰ বিছনাখনত বহি ভিতৰত জ্বলি থকা জুইৰ পোহৰত দেখিলে তেওঁৰ বাহুটোত ধৰি আছে চাৰঙৰ ঘৈণীয়েক চেংবাওৱে। তাইৰ মুখখনত এখন ভয়বিহ্বল ছবি। তাই কঁপিছে। বাহিৰত তেতিয়াও অলপ আগলৈকে শান্ত হৈ বহি থকা কুকুৰটোৰ প্ৰচণ্ড চিঞৰ।

ক্ষন্তেক বহি প্ৰকৃতিস্থ হোৱাৰ পিচত এটা বিস্ফোৰিত দৃষ্টিৰে চাৰং-পত্নীৰ মুখলৈ চাই বিজয়ে সুধিলে- "কি হৈছে ? তুমি কেলেই তেনেকুৱা কৰিছা ? মোক কিয় টানি আনিছা ? তুমি কঁপি আছা কেলেই ?"

চাৰঙৰ বালিকা ঘৈণীয়েকে তেতিয়াও কঁপি আছিল। তাইৰ হাতখনেৰে বিজয়ৰ বাহুটোত খামোচ মাৰি ধৰি আছিল। ছোৱালীজনীৰ এনে আচৰণত অবাক হৈ বিজয়ে তাইৰ হাত দুখন লাহে লাহে আঁতৰাই আকৌ সুধিলে -"তুমি নেমাতা কেলেই ? কি হৈছে ? চাৰঙৰ কিবা বিপদ হৈছে নেকি ? কিবা খবৰ পাইছা নেকি ?"

চাৰঙৰ নাম লোৱাত তাইৰ মুখখন আকৌ আতঙ্কগ্ৰস্ত হৈ পৰিল। এইবাৰো একো নেমাতিলে।

"বাহিৰত কিবা জন্তু ওলাইছে নেকি ?" তাই মূৰ জোকাৰিলে।

"কি তেন্তে ? বাঘ ? ভালুক ? বনৰীয়া ম'হ ? কিবা ভয়াবহ জন্তু ?"

এইবাৰো তাই মাতিব নোৱাৰিলে। মাত্ৰ ডাঙৰ ডাঙৰ চকু দুটাৰে ঘনে ঘনে মূৰটো লৰাবলৈ ধৰিলে। তেনেহলে বাঘ, ভালুক, জন্তু জানোৱাৰ একো নহয় ? কি তেনেহলে যাৰ ভয়ত তাই এতিয়াও কঁপি আছে, আৰু এতিয়াও বিজয়ৰ ওচৰৰ পৰা আঁতৰি যোৱা নাই ? আকৌ এবাৰ বিজয়ে সুধিলে "কি বস্তু ? কি ওলাইছে বাহিৰত ? মোক যে বাহিৰৰ পৰা টানি আনিলা, কাৰণ কি ?"

এইবাৰ কোনোমতে কঁপা কঁপা মাতেৰে তাই কিবা এটা ক'লে। যাৰ অৰ্থ বিজয়ৰ অকণো বোধগম্য নহ'ল। লগতে তাই অতি ক্ষীণ আৰু ফুচ্ফুচাই কোৱাৰ দৰে চাৰঙৰ নাম উচ্চাৰণ কৰি

কিবা এটা ক'লে। এইবাৰ বিজয়ে সামান্যকৈ বুজিলে যে বাহিৰত এনে এটা বস্তু ওলাইছে, যাৰ নাম লোৱাটোও ভীষণ বিপদৰ কথা আৰু সেইটো ওলোৱাৰ কাৰণে তাইৰ মনত দুৰ্যোৰ আশঙ্কা হৈছে যে চাৰঙৰ কিবা এটা বিপদ হ'ব। তাই ফুচফুচ্‌কৈ কথা কৈ আকৌ বিজয়ৰ কান্ধত হাতখন থলে আৰু তাইৰ মূৰটো কান্ধত থৈ কিছু সময় মনে মনে ৰ'ল। বিজয়েও অনুভৱ কৰিলে ভয়ত ধক্‌ধককৈ থকা তাইৰ বুকুৰ শব্দত বিজয়ৰ গোটেই শৰীৰটোও কঁপি গৈছে।

তিব্বতৰ এই অখ্যাত অজ্ঞাত টক্‌চেন্‌ গাঁৱলৈ আহি এনেকুৱা এটা অভাৱনীয় পৰিস্থিতিত পৰিব বুলি বিজয়ে ভাবিব পৰা নাছিল। তাই কিহৰ কাৰণে ভয় খাইছে তাইহে জানে। কিবা এটা অজ্ঞাত কাৰণত তাই যে ভীষণভাৱে আতঙ্কিত হৈছে সেইটো ধ্ৰুৱপ। কিন্তু সেইটো কাৰণতেই এজনী বিবাহিতা ছোৱালীয়ে তাইৰ গিৰীয়েকৰ অনুপস্থিতিত এটা অৰ্দ্ধচিনাকি ডেকাক সাৱটি থাকিব এইটো বিজয়ৰ কাৰণে ভাবিব নোৱাৰা কথা। বিজয়ে বৰ অস্বস্তি অনুভৱ কৰিবলৈ ধৰিলে। অথচ তাই বিজয়ক সাৱটি যেনেদৰে মূৰটো তেওঁৰ কান্ধত পেলাই থৈছে, তাক গুচাই দিবলৈও বিজয়ৰ মনটো বেয়া লাগিল। কি কৰিব এতিয়া তেওঁ ? এইবাৰ মন কৰিলে, ছোৱালীজনীয়ে কেৱল কঁপিয়েই থকা নাই, মুখেদি বিৰ্‌বিৰকৈ কিবা মন্ত্ৰ গোৱাৰ দৰে বকি আছে।

"তুমি খুব ভয় খাইছা বুলি বুজিছোঁ। কিন্তু হঠাৎ কি দেখিলা ? কিবা অহা বুলি গম পালা নেকি ? চাৰঙৰ কিবা বিপদ হ'ল বুলি তুমি কিয় আশঙ্কা কৰিছা ?"

এইবাৰ তাই মুখেৰে মাতিলে। কিন্তু তাকো ভয়ে ভয়ে আৰু ফুচফুচাইহে, যেন তাইৰ কথা কোনোবাই শুনিলে সাংঘাতিক বিপদ ঘটিব। তাই ডোখৰ ডোখৰকৈ যিখিনি ক'লে তাৰ অৰ্থ হ'ল, গাৰ্‌লা মান্ধাতা আৰু কৈলাশ পাহাৰৰ পিনৰ আকাশত যেতিয়াৰ পৰা উজ্জ্বল নক্ষত্ৰটো ওলাইছিল, তাৰ কেইদিনমানৰ পিচৰে পৰা এইটো অঞ্চলত মাজৰাতি মাজে মাজে এটা বৰ ডাঙৰ আৰু অদ্ভুত ধৰণৰ প্ৰাণী ঘূৰি ফুৰে। আজি কেইদিনমানৰ আগতে ইয়াৰ পৰা অলপ দূৰৈৰ মন্‌ট্‌চেত এনেকৈ সেই প্ৰাণীটো ওলাইছিল আৰু ৰাতি সেই গাঁৱৰ মানুহ এটাক পাই তাৰ ডিঙি মুচৰি তাৰ তেজ খাই গুচি গৈছিল।

মানুহটো লগে লগে মৰিল। সেই জীৱটো অহাৰ আগে আগে বৰ জোৰেৰে এছাটি বতাহ বৈ যায় আৰু বতাহত ডাঙৰ বাঘ আবিৰ্ভাৱ হোৱাৰ গোন্ধ ভাঁহি আহে। এতিয়াও গোন্ধটো বাহিৰত আছে। বিজয়ে বাহিৰত বহি থকা হ'লে কি হ'লহেঁতেন ভগৱান বুদ্ধইহে জানে। বতাহৰ লগতে তীব্ৰ গোন্ধটো পোৱাৰ লগে লগে তাই মূঠিত প্ৰাণটো লৈ বাহিৰলৈ ওলাই আহি বিজয়ক টানি ভিতৰলৈ লৈ আনিছে।

চাৰং-পত্নীৰ কথা শুনি বিজয় বৰ অভিভূত হৈ পৰিল। বেচেৰী সৰল ছোৱালীজনী– নিজৰ প্ৰাণটো বিপদত পেলাইও বাহিৰলৈ ওলাই আহিছিল, আলহী বিজয়ক বচাবলৈ।

তাই আকৌ আতঙ্কগ্ৰস্ত স্বৰেৰে ক'বলৈ ধৰিলে "চাৰং এতিয়াও আহি পোৱা নাই। ৰাতিৰ ভিতৰত সি যদি নাহে তেতিয়াতো ভালেই। কিন্তু এতিয়া যদি আহে আৰু বাটত এই দানৱজাতীয় প্ৰাণীটোৰ সন্মুখীন হয় তেন্তে চাৰঙক বচোৱা এই পৃথিৱীত কাৰো সাধ্য নাই।" এইখিনি কথা কৈ তাই কান্দিবলৈ ধৰিলে।

ছাটকৈ বিজয়ৰ মনত এটা কথা খেলাই গ'ল। সেই বতাহ ছাটি আৰু তীব্ৰ গোন্ধটোৰ লগে লগে মহাশূন্যৰ পৰা কোনোবাই বীৰ্য্যবাহন বুলি চিঞৰা তেওঁ শুনা যেন পাইছিল। সেয়া তেনেহেলে কি ভুল নাছিল? যদি ভুল শুনা নাছিল, সেই শব্দটো আৰু দানৱৰ আবিৰ্ভাৱৰ মাজত কিবা সম্পৰ্ক আছে নেকি? এই দানৱটো কি? কোন? এই গ্ৰাম্য অশিক্ষিত তিব্বতীবোৰৰ কু-সংস্কাৰৰ প্ৰতীক নেকি? কিন্তু বীৰ্য্যবাহন নামটো ক'ৰ পৰা উচ্চাৰিত হৈছিল? মহাশ্বেতাৰ বাহিৰে এই নামটো আনে জনাৰ কোনো উপায় নাই। বিজয় প্ৰৱলভাৱে ৰোমাঞ্চিত হৈ পৰিল।

লগে লগে তেওঁ কৰ্তব্য স্থিৰ কৰি কান্ধৰ পৰা ছোৱালীজনীৰ মূৰটো নমাই থিয় হৈ হাতত টৰ্চটো ল'লে আৰু দুৱাৰখন খুলিবলৈ গ'ল। এইবাৰ তাইও লৰালৰিকৈ আহি বিজয়ৰ হাতখন থাপ মাৰি ধৰি চিঞৰি সুধিলে– "ক'লৈ যোৱা তুমি।"

"মই চাৰঙক বিচাৰি যাব লাগিব। সি ক'লৈ গৈছে মোক কোৱা। মই তাক লৈ আনিম।"

তাই চিঞৰি চিঞৰি ক'বলৈ ধৰিলে– "তুমি চাৰঙক বিচাৰি

নেপাবা । সি যদি বাছি থাকে নিজেই আহিব । এতিয়া তুমি ওলাই গ'লে হাবিৰ পৰা সেই দানৱটো ওলাই আহি তোমাক মাৰিব । তুমি নেযাবা ।"

এটা গভীৰ আত্মবিশ্বাসেৰে বিজয়ে ক'লে– "মোক দানৱটোৱে নেমাৰে, মই জানো । সি মোক মাৰিব নোৱাৰে । গতিকে মোক বাট এৰি দিয়া । মই যাওঁ আৰু চাৰওক বিচাৰি লৈ আনো । মাত্ৰ সি কোন পিনে গৈছে আৰু ক'ত আছে মোক কোৱা ।"

বিজয়ৰ কথা শুনি তাই আচৰিত হৈ তেওঁৰ চকুলৈ চালে । তাৰ পিচত বিজয়ৰ পিঠিত মূৰটো থৈ ক'লে– "মই কৈছোঁ তুমি চাৰওক বিচাৰি নেযাবা । তুমি নোপোৱা । আৰু পালেও··· পালেও··· ।"

"কি হ'ল কোৱা ? পালেও কি হ'ব ?"

"চাৰওেই তোমাক মাৰিব, খুন কৰিব ।"

এইবাৰ বৰ আচৰিত হ'ল বিজয় । চাৰওে তাক মাৰিব ? কিন্তু কিয় ? কিহৰ কাৰণে ? কোনোধৰণৰ অসৎ ব্যৱহাৰ বা শত্ৰুতাতো বিজয়ে চাৰওৰ প্ৰতি কৰা নাই । তেন্তে কি কাৰণে ? তেনেহলে বিজয় আকৌ কোনোবা দুষ্কৃতিকাৰীৰ ষড়যন্ত্ৰৰ বলি হ'লনেকি ? বিজয়ৰ কি অপৰাধ ?

এইবাৰ বিজয় উত্তেজিত স্বৰতে চিএৰি দিলে ! "মই তোমালোকৰ কি শত্ৰুতা কৰিলো যে চাৰওে মোক খুন কৰিব ? নেমাতা কিয় ।"

তথাপি তাই একো নেমাতিলে । বোবা হৈ থাকিল আৰু উচুপি উচুপি বিজয়ৰ পিঠিত মূৰটো থৈ কান্দিবলৈ ধৰিলে । বিজয়ৰ এই অস্বস্তিকৰ মুহূৰ্তবোৰ দুশ্চিন্তাৰ মাজেৰে পাৰ হৈ যাবলৈ ধৰিলে ।

বিজয়ৰ কাৰণে এইটো এটা অভাৱনীয় আৰু অস্বস্তিকৰ পৰিস্থিতি। গিৰীয়েক ঘৰত নথকা অৱস্থাত এজনী কম বয়সীয়া ছোৱালীয়ে এজন ডেকা মানুহৰ পিঠিত মূৰটো থৈ উচুপি উচুপি কান্দি আছে মাজ ৰাতি। মাত্ৰ কেইটামান ঘণ্টাৰ চিনাকি। ছোৱালীজনীৰ মূৰটো থৈ কান্দি থকা পৰিস্থিতিটো বিজয়ে কোনো পধ্যে মানি ল'ব পৰা নাই। তাইৰ মূৰটো আঁতৰাই ঘূৰি দিলেই কান্দি থকা ছোৱালীজনী যে বিজয়ৰ বুকুৰ মাজত সোমাই নপৰিব তাৰ কি ঠিকনা আছে। বৰ বিপদত পৰিল বিজয়। এইটোৱেই বোধকৰো এটা চৰম সংকটকালিন মুহূৰ্ত, য'ত পুৰুষে নিজৰ সুকীয়া সত্বাৰ কথা উপলব্ধি কৰে। এনেকুৱা সময়তেই বোধকৰো জিতেন্দ্ৰীয় পুৰুষবো ভৰি পিছলি পৰে।

মনৰ ভিতৰত বাৰে বাৰে খুন্দা মাৰি সুৰুঙা সৃষ্টি কৰিব খোজা আদিম প্ৰবৃত্তিৰ ঘঁৰিয়ালটোৱে বিজয়ৰ সংযমৰ বান্ধটো দুৰ্বল কৰিবলৈ প্ৰয়াস কৰিলে। কিন্তু বিজয় প্ৰয়োজনতকৈ অধিক সাৱধান আৰু সচেতন হ'বলৈ চেষ্টা কৰিলে। দায়িত্বজ্ঞান, কৰ্তব্যপৰায়ণতা, মনুষ্যত্ব এই আটাইকেইটা গুণৰ কথা বাৰে বাৰে তেওঁ স্মৰণ কৰিবলৈ ধৰিলে। পিঠিত দি থকা মূৰটো লাহেকৈ আঁতৰাই বিজয়ে ক'লে—"চোৱা, তুমি কেলেই ইমান বেছি কান্দিছা মই একো বুজিব পৰা নাই। আৰু তোমাৰ গিৰীয়েৰা নথকা অৱস্থাত তোমাৰ এনেকুৱা ধৰণৰ ব্যৱহাৰ ভাল হৈছে জানো ? এইটো অন্যায় কথা। মই তোমাৰ অচিনাকি। মোৰ ওপৰত বিশ্বাস ৰাখি তোমাৰ চাৰণে তোমাক অকলে এৰি গৈছে। অথচ তুমি এতিয়া এনেকুৱা অদ্ভুত আচৰণ কৰিছা মই খুব বেছি আচৰিত হৈ পৰিছোঁ। আনহাতে তুমি কৈছা যে তোমাৰ গিৰীয়েৰ চাৰণে মোক পালে হত্যা কৰিব। এইটো কথাও মোৰ কাৰণে দুৰ্বোধ্য আৰু ৰহস্যজনক হৈ পৰিছে। এইবোৰ কি কথা কোৱাচোন।"

তাইৰ উচুপনি বন্ধ হ'ল। বিজয়ৰ কান্ধৰ পৰা মূৰটো গুচাই তাই এইবাৰ বিজয়লৈ চাই ক্ষোভত কৈ উঠিল— "সি মোক বিয়া

কৰাই অনা নাই। চাৰং মোৰ মতা নহয়। মোৰ দেউতা ইয়ালৈ আহোতে দেউতাৰ বেমাৰ হৈছিল। তেতিয়াই চাৰঙে দেউতাৰ তালাপি কৰি সুস্থ কৰিছিল। সেই সময়তেই চাৰঙে দেউতা আৰু মোৰ খুড়াইঁতৰ আগত কথা দিছিল যে বৌদ্ধমঠত প্ৰধান লামা অহাৰ পিচতেই সি মোক আমাৰ প্ৰথামতে বিয়া কৰাব। কিন্তু সি মোক বিয়া নকৰালে বৰং এদিন টক্‌চেনৰ পৰা যেতিয়া গাৰপন্ আহিছিল, তেতিয়া চাৰঙে মোৰ দেউতা খুড়াইঁতৰ বিপক্ষে বহুত মিছা কথা লগাই দেউতাইঁতক মা ধৰ কৰালে। উপায় নেপাই দেউতাইঁত তিব্বত এৰি পলাই গ'ল। তে.তিয়াৰ পৰা মই বন্দীৰ নিচিনা ইয়াতে আছোঁ। সি জোৰকৈ তাৰ মাইকী কৰি ৰাখিছে।"

বিজয়ৰ কাৰণে এইটো এটা নতুন কথা। মুখেৰে একো শব্দ কৰিব নোৱাৰি অবাক হৈ আকৌ কান্দিবলৈ আৰম্ভ কৰা এই হতভাগিনী ভূটীয়া ছোৱালীজনীলৈ চালে। কিছু সময়ৰ আগলৈকে বিজয়ে ভাবিছিল, ইহঁত দুটা কিমান সুখী গিৰীয়েক ঘৈণীয়েক। ভাবিছিল, এতিয়ালৈকে ল'ৰা-ছোৱালী হোৱা নাই, এইটোৱেই বোধকৰো ইহঁতৰ একমাত্ৰ দুখ। কিন্তু এতিয়া দেখিছে এই ফুল কুমলীয়া ছোৱালীজনীৰ কপালত ভগৱান বুদ্ধই এতিয়াই বহু কষ্ট লিখি দিলে। তাইৰ গোটেই জীৱনটো সম্মুখত পৰি আছে।

সৰল, অসহায় ছোৱালীজনীলৈ বিজয়ৰ সহানুভূতি জাগিল। বৰ মৰম লাগি গ'ল। নিজৰ ভনী এজনী হোৱা হ'লে এনেকুৱাই হ'লহেঁতেন কিজানি। তাইৰ হাতখনত ধৰি সুধিলে, "তোমাৰ আচল নাম কি?"

তাই উত্তৰ দিলে, 'চেংবাও'।

"এটা কথাৰ উত্তৰ দিয়াচোন। তুমি ইমানকৈ কান্দিছা কেলেই? চাৰঙৰ কিবা বিপদ হ'ব বুলি আশঙ্কা কৰিয়ে বোধকৰো কান্দিছা নহয়নে?"

তাই এইবাৰ আত্ম-বিশ্বাসৰ সুৰত উত্তৰ দিলে– "নহয়। চাৰঙৰ বিপদ হ'ব পাৰে বুলি মই অকণো ভয় কৰা নাই। সি ৰাতি ফুৰা মানুহ। ৰাতি সি ঘৰত নেথাকে। ঘূৰি ফুৰে। গতিকে ৰাতিৰ আন্ধাৰক সি ভয় নকৰে। ৰাতি ওলোৱা বনৰীয়া জীৱ-জন্তু, ভূত-প্ৰেতবোৰেও তাক একো কৰিব নোৱাৰে। চাৰঙে সেইবোৰলৈ

অকণো ভয় নকৰে ।"

"চাৰং ৰাতি ফুৰা মানুহ ? মই একো বুজা নাই । কি কাম কৰে সি ? খেতি-বাতি নাই নেকি ? ৰাতি জঙ্গল, পাহাৰ-পৰ্বতত কি কাম কৰে ?"

একেলগে ওপৰা উপৰিকৈ প্ৰশ্ন কৰিলে বিজয়ে । চাৰং আৰু এই ছোৱালীজনীৰ জীৱন বৰ ৰহস্যময় যেন অনুমান হৈ আহিছে । প্ৰথম দৃষ্টিত চাৰঙক বৰ সহজ-সৰল আৰু হোজা যেন লাগিছিল । কিন্তু এতিয়া লাহে লাহে জটিল যেন লাগি আহিছে । ৰাতি এজনী গাভৰু ছোৱালী ঘৰত এৰি থৈ সি ক'লৈ যায় আৰু কি কৰিবলৈ যায় ?

বিজয়ৰ প্ৰশ্ন শুনি চেংবাওৱে সন্ত্ৰস্ত দৃষ্টিৰে দুৱাৰৰ পিনে এবাৰ চালে আৰু প্ৰায় ফুচ্‌ফুচাই কোৱাৰ দৰে ক'লে– "চাৰং এটা ডকাইত । সুযোগ আৰু সুবিধা পালেই সি ডকাইতি কৰে ।"

"ডকাইতি ? চাৰং ডকাইত ?"

"ওঁ । অকলে কিন্তু নকৰে । তাৰ লগত আৰু তিনি চাৰিটা মানুহ আছে । বাৰ্‌খাত ইহঁতৰ আচল চৰ্দাৰটো থাকে । তাৰ ঘৰত ঘোঁৰা আছে, বন্দুক আছে, দা-যাঠি আছে, মুখা আছে । যিদিনা ডকাইতি কৰিব তাৰ আগদিনা গোটেই ৰাতি ইহঁতে আলোচনা কৰিব আৰু মদ খাব ।"

"মদ খোৱাটো ইয়াত নিষিদ্ধ নহয় জানো ?"

তাই এটা কাঠ হাঁহি মাৰি ক'লে– "হয় । কিন্তু ডকাইতি কৰাটো তাতোকৈও বেছি বেয়া কাম । কালিলৈ সম্ভৱ ইহঁতে ক'ৰবাত লুটপাত ডকাইতি কৰিব । সেই কাৰণে চাৰঙে আজি ইমান সোনকালে নাহে ।"

বিজয়ৰ কৌতূহল ক্ৰমাৎ বাঢ়িবলৈ ধৰিলে– "কিন্তু ইহঁতে লুটপাত বা ডকাইতি কৰে ক'ত ? কেনেকৈ কৰে ? তুমি কেনেকৈ জানিব পাৰিলা চেংবাও ?"

ইতিমধ্যে চেংবাও লাহে লাহে প্ৰকৃতিস্থ হৈ আহিছে । বিজয়ৰ কান্ধত আকৌ হাতখন থৈ তাই ক'বলৈ ধৰিলে– "এনেকুৱা সময়তেই চীন আৰু ভূটানৰ পৰা দল বান্ধি বহুত বেপাৰী আহে । সিহঁতে বহুত বস্তু মেলাত বিক্ৰী কৰিবলৈ আনে । তোমালোকৰ দেশ

ভাৰতবৰ্ষৰ পৰাও আহে। অলপতে ছামৃচাং ক্ৰকচুম আৰু গিয়াবৃনাকত মেলা বহিব। খুব ডাঙৰ মেলা হয়। এইবিলাকত বস্তু বেচা-কিনা কৰিবলৈ এই বেপাৰীবোৰ আহে।"

বিজয়ে সুধিলে– "এই বেপাৰীবোৰক ৰাস্তাত ধৰি ইহঁতে ডকাইতি কৰে নেকি ?"

"তেনেকৈ নকৰে। এই বেপাৰীবোৰে যেতিয়া ৰাতি তম্বু তৰি জিৰণি লয়, সেই সময়তেই চাৰংহঁতেও বোলে বেপাৰীৰ ভেশচন ধৰি ব্যৱসায়ৰ কথা পতাৰ ছল কৰি বেপাৰীৰ তম্বুত সোমায়। ব্যৱসায়ৰ কথা পাতি পাতি হেনো ডকাইতকিটাই বেপাৰীবোৰক মদ খুৱাবলৈ আৰম্ভ কৰে। মদৰ নিচাত মতলীয়া হওঁতে চাৰংহঁতে বস্তু, টকা পইচা লুট কৰি নিয়ে।"

"কিন্তু কোনো ঠাইতে বাধা নেপায় নে ? বেপাৰীবিলাকৰ হাততো অস্ত্ৰ, হাতিয়াৰ, বন্দুক থাকিব পাৰে।"

"বাধা পায়। বহুত ঠাইত বাধা পায়। জীৱনৰো ভয় থাকে। য'ত বাধা পায় তাৰ পৰা পলাই যায়। চাৰং এবাৰ অলপৰ কাৰণে বাচিছে। তাৰ ভাগ্য ভাল, তাৰ ভৰিত বন্দুকৰ গুলী লাগিছিল। বহুতদিন ঘৰত পৰি আছিল। জঙ্গলত গছৰ পাতৰ দৰৱ লগাওঁতে লগাওঁতে ভাল হ'ল।"

চেংবাওক যিমান আকৰী আৰু সৰল বুলি ভাবিছিল, আচলতে তাই বোধকৰো কিছু চালাক-চতুৰ। নহলে ইমানবোৰ কথা কেনেকৈ জানিব ? কথাবোৰো বেছ সুন্দৰকৈ ক'ব জানিছে।

"কিন্তু চেংবাও তুমি চাৰঙৰ বিষয়ে ইমানবোৰ কথা জানিলা কেনেকৈ ? সি তোমাক কৈছে নেকি ?"

"লুট কৰিবলৈ যাওঁতে ভৰিত যে জখম্ হৈছিল, তেতিয়াই মই জানিব পাৰিলোঁ। তেতিয়া তালাপি কৰোঁতে সি কথাবোৰ লুকুৱাব নোৱাৰিলে আৰু মই বাৰে বাৰে সোধোঁতে সি সকলোবোৰ কথা কৈ দিলে। মই যাতে কাৰো আগত নকওঁ মোৰ হতুৱাই শপতো খুৱাই ললে।"

"কিন্তু তুমি তো মোৰ আগত কথাবোৰ ক'লা। সি যদি গম পায় তেতিয়া ?"

"তাৰ নিচিনা বদমাচ, ঠগ আৰু ডকাইত এটাক মই এতিয়া

ভয় নকৰোঁ। মোৰ যি হয় হ'ব। সি মোক বহুত দুখ দিছে। এতিয়া মই মৰিবলৈও ভয় নকৰোঁ।"

চেংবাওৰ স্পষ্ট কথাবোৰে বিজয়ক চক খুৱাই দিলে। বিজয়ে জানে এনেকুৱা ধৰণৰ পাহাৰী ছোৱালীবোৰে আবেগত কথা নকয় বা সঁচা মিছা কথা কৈ পুৰুষৰ মন ভুলাবও নেজানে। তাইৰ কথাবোৰৰ পৰা গম পোৱা গৈছে যে চেংবাও সাহসী ছোৱালী। নহলে নির্জন এই টিলাটোৰ ওপৰত গাভৰু ছোৱালী হৈ ৰাতি অকলে থাকিব নোৱাৰিলেহেঁতেন। কেৱল সাহসীয়ে নহয়, দুঃসাহসীও হ'ব লাগিব।

বিজয়ে সুধিলে, "কিন্তু ৰাতি অকলশৰে তুমি কেনেকৈ ইয়াত থাকা ? ভয় নেলাগেনে ?"

"ভয় লাগিলে কি কৰিম ? উপায় তো নাই। একমাত্র ভৰষা এই কুকুৰটো। মোৰ হাততো হাতিয়াৰ আছে।"

ক্ষন্তেক ৰৈ কিবা এটা ভাবি তাই আকৌ ক'লে- "মোৰ আৰু এটা মানুহ আছে। মোৰ বন্ধু। আমাৰ ভূটানৰ মানুহ। বেছি দূৰৈত নেথাকে। চাৰং নেথাকিলে সি আহি মোৰ খা-খবৰ লয় আৰু বিপদ-আপদৰ গোন্ধ পালে সি মোৰ ওচৰত থাকে।"

আকৌ আচৰিত হ'ল বিজয়। চাৰং নথকা অৱস্থাত তাইৰ স্বজাতি বেলেগ এটা মানুহে আহি তাইৰ খবৰ লয়, এই কথাখিনি তাই অকণো দ্বিধা নোহোৱাকৈ কৈছে। বোধকৰো তাই বিজয়ৰ মনৰ ভিতৰৰ প্রশ্নটো ধৰিব পাৰিলে। তাই ক'লে- "বয়স তোমাৰ নিচিনাই হ'ব। বিয়া কৰোৱা নাই। ওচৰৰ গাঁৱত তাৰ এখন দোকান আছে।"

"কিন্তু সি যে তোমাৰ ওচৰলৈ আহে চাৰঙে নেজানেনেকি ? চাৰঙে চিনি পায় নে নেপায় ?"

"পায়। সি যে মোৰ খবৰ লয় সেইটো চাৰঙে জানে। কিন্তু ৰাতিও যে আহে সেইটো হে এতিয়ালৈকে নেজানে।"

"চেংবাও, তুমি তোমাৰ ভূটানৰ এই মানুহটোক ভাল পোৱা নেকি ?"

এইবাৰ চেংবাওৱে আকৌ হঠাৎ পূর্বৰ ৰাংঢালী স্বভাৱটো ঘূৰাই পালে। তাই খিল্‌খিল্‌কৈ হাঁহিলে আৰু ক'বলৈ ধৰিলে- "তুমি

কিয় মোক তেনেকৈ সুধিলা ? মানুহটো সঁচাকৈ খুব ভাল। মোক খুব ভাল পায়।"

"তুমি ? তুমি ভাল নোপোৱা নেকি ?"

"কলোঁ নহয়, মানুহটো ভাল। মোক ইমান সহায় কৰে মোৰ বিপদ আপদ হয় বুলি খবৰ ৰাখে। মই কেলেই বেয়া পাম ? সি মোক ভাল পায়।"

চেংবাও কেৱল সাহসীয়ে নহয়, তাই চালাকো। ভূটানৰ স্বজাতি মানুহটোক তাইও ভাল পায় নেকি এই কথা কিন্তু তাইৰ মুখত প্ৰকাশ নেপালে। লাহে লাহে ছোৱালীজনীক ৰহস্যময়ী যেন লগা হৈ আহিছে। তাই চাৰঙক ভাল নেপায়। ভূটানৰ এই মানুহটোকো তাই বোধকৰো নাৰীত্বৰ প্ৰেম দিয়া নাই। কি তাইৰ ৰহস্য ? দুটা পুৰুষৰ মাজত থাকি তাই কাকোৱেই ভাল পাব পৰা নাই নে ? এইবোৰ ভাবি থাকোতে হঠাৎ বিজয়ে অনুভৱ কৰিলে এইবোৰ ভাৱনা বিজয়ৰ পক্ষে অনধিকাৰ চৰ্চা। চেংবাওৱে কাক ভাল পায় বা নেপায় সেইটো বিজয়ৰ নিচিনা এটা অৰ্দ্ধ-চিনাকি ভাৰতীয়ৰ কি প্ৰয়োজন ? তাতকৈ বৰং আচল কথাটো দেখোন ইমান সময় সোধাই হোৱা নাই। ইমান সময় অবাবতে সময়বোৰ নষ্ট কৰাৰ নিচিনা হ'ল।

বিজয়ে সুধিলে– "বাৰু চেংবাও, কোৱাচোন। তুমি যে কৈছা চাৰঙে মোক হত্যা কৰিব। কি কাৰণে সি মোক মাৰিব ? মোৰ অপৰাধ কি ?"

"তোমাৰ অপৰাধ তুমি ভাৰতীয়।"

"মানে ? কি কৈছা ? ভাৰতীয় মাত্ৰেই অপৰাধী নেকি ?"

"কথাটো তেনেকুৱা নিচিনাই হৈছে। যোৱা বছৰ এটা ঘটনা ঘটিছিল। ভাৰতৰ পৰা এটা বেপাৰীৰ দল আহিছিল। সেই দলটোত এজন তোমাৰ নিচিনা ডেকা মানুহ আছিল। মানুহজনৰ হাতত পইচা বহুত আছিল। চাৰঙে কেনেবাকৈ গম পাই মানুহটোক এই ঘৰলৈ ফুচুলাই আনিলে। মানুহটোক লুট কৰাৰ মতলব্। কিন্তু মানুহটো খুব চালাক আছিল। সি চাৰঙৰ মতলব্ ধৰিব পাৰিছিল। আচলতে প্ৰথমতে ধৰিব পৰা নাছিল। মইয়ে ভাৰতীয় মানুহটোক কৈ দিছিলোঁ। যেতিয়া মানুহটোক ইয়াত বহিবলৈ দি চাৰং কিছু সময়ৰ

কাৰণে ওলাই গৈছিল, তেতিয়াই মই চাৰঙৰ আচল মতলবৰ কথা কৈ দিছিলোঁ। সেই ভাৰতীয় মানুহটোৱে মোক এডাল ধুনীয়া মুক্তাৰ মালা দিছিল। বৰ সুন্দৰ। অলপ সময়ৰ কাৰণে মই মানুহটোক লগ পাইছিলোঁ। কিন্তু মোৰ বহুত দিনৰ আপোন যেন লাগিছিল। মোৰ কথা শুনি সেই ভাৰতীয় ডেকাজনে মোক মুক্তাৰ মালাডাল দি পলাই গুচি গ'ল। সেই দিনাৰ পৰা ভাৰতীয় মানুহ দেখিলে চাৰঙৰ ভিতৰত বেয়া মতলব জাগি উঠে। সেইদিনাই সি প্ৰতিজ্ঞা কৰিছিল যে ভাৰতীয় মানুহ পালেই সি টকা-পইচা লুটি লব আৰু হত্যা কৰিব।"

এতিয়া আচল ৰহস্যটো জনাৰ পিচত বিজয় বহাৰ পৰা থিয় হ'ল। এতিয়া আৰু ইয়াত থকাটো উচিত নহ'ব। যিমান ৰাতিয়ে নহওঁক, বাহিৰত যিমানেই বিপদ নাথাকক ইয়াত থকাটো বিজয়ৰ পক্ষে অকণো সমীচীন নহ'ব। চেংবাওৰ চকুলৈ চাই আন্তৰিকতাৰে বিজয়ে ক'লে– "চেংবাও। তুমি আজি মোৰো জীৱন ৰক্ষা কৰিছা। তোমাক উপহাৰ হিচাপে দি যাবলৈও মোৰ হাতত একো নাই। মই এটা অতি দুৰ্গম যাত্ৰাত ওলাইছোঁ। এই ৰাতিটো শেষ হোৱাৰ লগে লগে মই আকাশত নতুন্ নক্ষত্ৰ দেখা দিয়া কৈলাশ পাহাৰ আৰু গাৰ্লা মান্ধাতা পাহাৰৰ পিনে ৰাওনা হলোহেঁতেন। কিন্তু মই ৰাতিপুৱাবলৈ বাট নেচাওঁ। তুমি মোক সাৱধান কৰি দিছা যেতিয়া মই এতিয়াই যাওঁ। ভগৱান বুদ্ধই মোক নিশ্চয় ৰক্ষা কৰিব।"

কথাবোৰত বোধকৰো অলপ আবেগ মিহলি হৈ পৰিছিল।

বিজয়ৰ কথা শুনাৰ পিচত হঠাৎ চেংবাওৰ এটা পৰিৱৰ্তন ঘটিল। এই পৰিৱৰ্তনত বৰ চক খাই উঠিল বিজয়। চেংবাও বিজয়ৰ বুকুৰ ওচৰলৈ আহি আচম্বিতে সাৱটি ধৰিলে আৰু ক'বলৈ ধৰিলে– "ওঁহো, মইও যাম তোমাৰ লগত। ভাৰতীয় মানুহ মোৰ বৰ আপোন। তোমাক মোৰ খুব ভাল লাগিছে। আজি মোৰ বিশ্বাস হৈছে, তুমিহে মোক ৰক্ষা কৰিব পাৰিবা। মোক এৰি নেযাবা। চাৰঙে মোক মাৰি পেলাব। মোক এৰি নেযাবা।"

ছোৱালীজনী যে হঠাতে এনেকৈ বুকুত সোমাই পৰিব বিজয়ে এক মুহূৰ্তৰ আগতেও ভাবিব পৰা নাছিল। কি কৰিব, একো ভাবি নেপালে। গোটেই শৰীৰটো কঁপিবলৈ ধৰিলে। লগতে অভিভূত হৈ

পৰিল। অৱশেষত কঁপা স্বৰেৰে ক'লে– "তুমি এইবোৰ কি কৰিছা, কি কৈছা চেংবাও। এইটো অসম্ভৱ কথা। তুমি বুদ্ধিমতী ছোৱালী। এনেকুৱা কৰিব নেপায়। মোক যাবলৈ দিয়া তোমাৰ এই মৰম মই কেতিয়াও নেপাহৰোঁ। চাওঁ, মোক এৰি দিয়া।"

তাইৰ সাৱটি ধৰা হাত দুখন গুচাবলৈ চেষ্টা কৰাৰ সময়তেই হঠাৎ চাৰঙৰ বিকট চিঞৰত দুয়ো প্ৰৱলভাৱে উচপ্ খাই উঠিল। উন্মাদ চেহেৰা, ৰঙা চকু আৰু হাতত এখন মস্ত দাৰে চাৰঙে দুৱাৰখন প্ৰচণ্ড জোৰেৰে আজুৰি খুলি দিলে আৰু সিহঁতৰ ভাষাতে আস্ফালন কৰিবলৈ ধৰিলে। প্ৰথম অৱস্থাত চক খাই উঠিছিল যদিও সহজাত প্ৰবৃত্তিৰে বিজয়ে আত্মৰক্ষাৰ বাবে বেৰত আওজাই থোৱা বাঁহৰ লাঠিডাল দাঙি ললে। কিন্তু চাৰঙে এটা মুহূৰ্ততে হাতত দাখন তুলি লৈ বিজয়ৰ পিনে প্ৰচণ্ড বেগে অগ্ৰসৰ হ'ল।

ঠিক তেনে সময়তেই চকুৰ পচাৰতে আকৌ এটা অত্যন্ত আচৰিত ঘটনা ঘটি গ'ল। বাহিৰত এটা ভয়ঙ্কৰ শব্দ শুনা গ'ল। বাঘৰ গৰ্জন। লগে লগেই দুৱাৰমুখত বিৰাট আকাৰৰ এটা বাঘৰ আবিৰ্ভাৱ ঘটিল আৰু এটা পলকৰ ভিতৰতেই চাৰঙৰ বাহুটোত তাৰ আগ ঠেং দুটাৰে থাপ মাৰি আজুৰি বাহিৰলৈ টানি লৈ গ'ল। এটা চেকেণ্ডৰ ভিতৰতে ঘটনাটো ঘটি গ'ল। বিজয়ৰ হাতৰ লাঠি মাটিত সৰি পৰিল। চেংবাওৱে থৰথৰকৈ কঁপি মাটিত বাগৰি গ'ল।

লগে লগে বাহিৰৰ ঘোপ মৰা অন্ধকাৰ বিদীৰ্ণ কৰি এটা তীব্ৰ আৰ্তনাদ ভাহি আহিল। সেইটো চাৰঙৰ কণ্ঠৰ পৰা ওলাই অহা শেষ চিঞৰ আছিল।

তাৰ পিচত কিছুসময় গোটেই টিলাটোত মৃত্যুৰ শীতলতা বিৰাজ কৰিছিল। বিজয় নিৰ্বাক হৈ পৰিছিল আৰু চেংবাও মাটিত সংজ্ঞাহীন হৈ পৰি আছিল।

এটা মুহূৰ্তৰ ভিতৰতে চকুৰ আগতেই কিমান ডাঙৰ ঘটনা এটা ঘটি গ'ল, পৃথিৱীৰ কোনো মানুহেই বোধকৰো গম নেপালে। গোটেই ৰাতিটোৱেইতো কম আশ্চৰ্য্যপূৰ্ণ নাছিল। ৰাতিৰ প্ৰতিটো প্ৰহৰ পাৰ হৈ গৈ থকাৰ লগে লগে বিচিত্ৰ ধৰণৰ ঘটনাবোৰো ঘটিবলৈ ধৰিছিল। তিব্বতৰ এই সৰু টিলাটোৰ ওপৰৰ এনে অদ্ভুত ঘটনা ঘটিব বুলি জনা হ'লে বিজয়ে কেতিয়াও তেওঁৰ অভিযানৰ মাজত

ৰাতিৰ জিৰণি হিচাপে ইয়াত আশ্ৰয় নললেহেঁতেন।

পৰস্ত্ৰী চেংবাওৰ তেওঁৰ ওচৰত কৰা আকুতি, সকলো সময়তে হাঁহি থকা ছোৱালীজনীৰ বিজয়ৰ বুকুত সোমাই কন্দা, হঠাৎ আবিৰ্ভাৱ হোৱা চাৰঙৰ উন্মাদ চেহেৰা আৰু ভগৱানৰ অভিপ্ৰেত দূত হিচাপে ঘৰটোত প্ৰৱেশ কৰা প্ৰকাণ্ড বাঘটো আৰু চাৰঙৰ ওপৰত বাঘটোৰ আক্ৰমণ –এই সকলোবোৰ কথা ভাবিব নোৱাৰা দৃশ্য। এসময়ৰ সাহসী চিকাৰী বিজয়ৰ মনটোও ভয়ত ঘনে ঘনে কঁপিছিল। কাৰণ এই ঘটনাৱলীৰ মাজত প্ৰকৃতিগত বন্য পৰিবেশৰেই স্বাভাৱিকতা নাছিল, ইয়াত এনেকুৱা এটা ভয়ঙ্কৰভাৱ লিপ্ত হৈ আছিল, যাৰ ওপৰত অলৌকিকতাৰ ছাঁ পৰিছিল। কিন্তু এতিয়াও দুটা কথা বিজয়ৰ বাবে দুৰ্বোধ্য হৈয়ে ৰ'ল। প্ৰথমতে ইমান আদৰ সাদৰকৈ বিজয়ক নিজৰ ঘৰলৈ আনি খাবলৈ ববলৈ দি তাৰ পিচত ক্ষন্তেক পিছতে ঘূৰি আহিব বুলি হাঁহি মুখে ওলাই যোৱা চাৰঙে বিজয়ক কিয় হত্যা কৰিব খুজিছিল? কেইঘন্টামানৰ পৰিচয়ৰ সময়ছোৱাত বিজয়ে ভুলতো চাৰং বা চেংবাওৰ ওচৰত কোনো ধৰণৰ অপৰাধ কৰা নাছিল। বৰং ঘৈণীয়েক চেংবাওক অকলশৰীয়াকৈ এৰি যোৱা কাৰণে বিজয় আচৰিতহে হৈছিল আৰু চেংবাওৰ ওচৰত তেওঁৰ আশ্চৰ্য্যভাৱ প্ৰকাশহে কৰিছিল। চঞ্চল, পাট-গাভৰু চেংবাওক অকলশৰীয়া ঘৰটোত পাই বিজয় বৰ সতৰ্ক হৈ পৰিছিল, চেংবাওক কোনো ধৰণৰ অশালীন ব্যৱহাৰ কৰা নাছিল। বৰং আনহাতে চেংবাওহে চঞ্চল হৈ পৰিছিল, মাজ ৰাতিৰ প্ৰায় অন্ধকাৰ কোঠাত তাইহে ঘনে ঘনে বিজয়ৰ শৰীৰৰ তেনেই কাষ চাপি আহি বোধকৰো প্ৰৰোচিত কৰিছিল। তেতিয়াও স্বভাৱজাত সংস্কাৰ আৰু স্বমৰ্য্যাদাৰ প্ৰতি সজাগ বিজয়ে প্ৰতি মুহূৰ্ততে নিজক সংযত কৰি ৰাখিবলৈ সক্ষম হৈছিল। তেনেহলে বিজয়ৰ গাত কি দোষ আছিল, যিহৰ কাৰণে চাৰঙে তেওঁক হত্যা কৰিবলৈ উদ্যত হৈছিল? দ্বিতীয়টো কৌতূহল হ'ল, বাঘটো হঠাতে আৰ্বিভাৱ হৈ চাৰঙক আক্ৰমণ কৰিলে আৰু প্ৰায় ঘৰৰ ভিতৰৰ পৰাই আজুৰি বাহিৰলৈ টানি লৈ গ'ল। বাঘটো ক'ৰ পৰা আহিল? ঘৰৰ ভিতৰত তিনিটা প্ৰাণী থকা সত্ত্বেও খঙত উন্মত্ত হৈ পৰা চাৰঙকহে কিয় বাছি ল'লে? ৰাতি চেংবাওৱে কোৱা মতে, যোৱা কেইদিনমান ধৰি

বিশেষকৈ গাৰ্লা মান্ধাতা পাহাৰৰাজিৰ পিনে থকা আকাশত উজ্জ্বল জ্যোতিষ্কটো ওলোৱাৰ পিচৰে পৰা এটা বৃহৎ আকাৰৰ বাঘ এইটো অঞ্চলত ওলাই তিব্বতীসকলৰ মাজত এটা সন্ত্রাসৰ সৃষ্টি কৰিছে। এইটোৱেই বোধহয় সেই একেটা বাঘেই। বাঘটো সঁচাকৈয়ে ডাঙৰ আৰু ভয়ঙ্কৰ। এই বাঘ, সেই নক্ষত্র আৰু এইটো অঞ্চলত বিজয়ৰ আগমন- এই তিনিওটাৰে কিবা এটা মিল আছে নেকি ?

নিথৰ হৈ বহুসময় এইবোৰ কথাকে বিজয়ে ভাবিলে। কিন্তু কোনোধৰণৰ সূত্র বিচাৰি নেপালে, যিহৰ দ্বাৰা এই জটিল জটটোৰ গুৰি বিচাৰি পাব পাৰে। ইপিনে এতিয়া বাহিৰলৈ ওলাই যোৱাৰো কোনো উপায় নাই। ভয়ঙ্কৰ ঘটনাটো ঘটি যোৱা আধা ঘণ্টামানেই হৈ গ'ল। কিন্তু বাহিৰত এতিয়াও নিচ্ছিদ্র অন্ধকাৰ বিৰাজ কৰি আছে। ঘড়ীটোলৈ চালে। তেতিয়াও তিনি বজা নাই। কাহিলি কাহিলি পোহৰৰ এটা সামান্য আভাস পোৱা হলেও তেওঁ ওলাই গ'লহেঁতেন। এতিয়া এই গোটেই টিলাটোকেই অভিশপ্ত যেন লাগি গৈছে। কিন্তু লগে লগে আন এটা ভাবে আহি তেওঁৰ মনটো আকৌ অস্বস্তিৰে ভৰাই পেলালে।

চেংবাও তেতিয়াও সংজ্ঞাহীন হৈ মাটিত পৰি আছে। আচৰিত পৰিস্থিতিটোৱে চেংবাওৰ কথা একেবাৰে পাহৰাই দিছিল। নিজৰ ওপৰতে বৰ ধিক্কাৰ জন্মিল বিজয়ৰ। তাইৰ জ্ঞান ঘূৰাই আনিবৰ কাৰণে ইমান সময় কিবা এটা কৰিব লাগিছিল। চকুৰ আগতে জীৱন্ত গিৰীয়েকটোক বাঘে বাহিৰলৈ নি মাৰি পেলালে, এই ভয়াবহ দৃশ্য ঘৈণীয়েকজনী হৈ তাই সহ্য কৰিব কেনেকৈ ? তাই জ্ঞান হেৰুৱাই পেলালে।

ঘৰটোৰ এচুকত তেতিয়াও চাকিটো জ্বলি আছিল। শলিতা শেষ হৈ আহিছে। জুহালৰ জুইকুৰাৰ পোহৰো কমি আহিছে। বাস্তৱ অৱস্থালৈ ঘূৰি আহি কৰ্তব্য-সজাগ বিজয় মাটিত পৰি থকা চেংবাওৰ ওচৰলৈ আহিল। ভাত ৰন্ধা চৌকাটোৰ কাষত থকা মেলাহি মুখৰ কলহৰ পৰা হাতেৰেই পানী এচলু আনি চেংবাওৰ চকুত মাৰি দিলে। আকৌ এবাৰ পানী আনি তাইৰ মূৰত আৰু চকুৱে-মুখে সানি দিলে। চকুত পানী মৰাৰ লগে লগে তাই এবাৰ জিকাৰ খাই উঠিল আৰু চকু দুটা মেলিবলৈ চেষ্টা কৰিলে আৰু

গভীৰ আতঙ্কৰ স্বৰত চিঞৰি উঠিল।

বিজয়ে তাইৰ মূৰত হাতখন দি শান্ত্বনাৰ সুৰত ক'লে, "চেংবাও, উঠা, এয়া মইহে। তুমি বহুত সময় ক'ব নোৱাৰা হৈ পৰি আছিলা।"

তেতিয়াও তাই আতঙ্কগ্ৰস্ত দৃষ্টিৰে ঘৰটোৰ চাৰিওফালে চাবলৈ ধৰিলে। বিজয়ৰ মুখলৈ কিছুসময় চাই তাই বহিল আৰু দুৱাৰখনলৈ চাই আকৌ এটা তীব্ৰ চিঞৰ মাৰি কঁপিবলৈ ধৰিলে। কিছুসময়ৰ আগতে দেখা বিভীষিকা এতিয়াও তাইৰ মনৰ পৰা আঁতৰা নাই। দুৱাৰখন আধা মেলা হৈ আছিল। বিজয়ে গৈ দুৱাৰখন জপাই দিলে। তাই তেতিয়াও আতঙ্কত বোবা হৈ আছে। সম্বিত ঘূৰাই পাইছে; কিন্তু এতিয়াও সম্পূৰ্ণ প্ৰকৃতিস্থ হ'ব পৰা নাই। এইবাৰ বিজয় তাইৰ ওচৰলৈ অহাৰ লগে লগে তাই ভয়ত আকৌ বিজয়ক সাৱটি ধৰি বুকুত মূৰটো থৈ বিৰ্‌বিৰ্‌কৈ কিবা বকিবলৈ ধৰিলে। কি বকিছে শুনিবলৈ বিজয়ে তাইৰ মুখৰ ওচৰত কাণখন থলে। কিন্তু বুজাৰ সাধ্য নাই। একেবাৰে দুৰ্বোধ্য। মন্ত্ৰ গোৱাৰ দৰে তাই কিবাকিবি গাইছে। বিজয় মনে মনে থাকিল। তাই সম্পূৰ্ণ প্ৰকৃতিস্থ হওঁক। গিৰীয়েকৰ মৃত্যুৰ বিভীষিকাই তাইক এৰা দিয়ক। বুকুত সোমাই থকা তাইৰ মূৰটো বিজয়ে লাহে লাহে পিহি দিলে। বকি বকি অৱশেষত কিছুসময় নিতাল মাৰিলে। বিজয়ে ভাবিলে, টোপনি গৈ যদি অলপ সময় শোৱে শোৱক। তেনেকৈয়ে তাইক কিছুসময় বুকুত ধৰি থাকিল।

তাৰ পিচত হঠাৎ তাই মূৰটো দাঙি বিজয়ৰ চকুলৈ চাই উত্তেজিত স্বৰত থোকা-থুকি মাতেৰে ক'বলৈ ধৰিলে– "এনেকুৱা ধৰণৰ ভয়ানক ঘটনা এটা হ'ব বুলি মই বহুতদিনৰ পৰা ভয় কৰি আছিলোঁ। যি মানুহে যাদুমন্ত্ৰেৰে মানুহক অপকাৰ কৰে সেই মানুহৰ শেষফল কেতিয়াও ভাল নহয়। চাৰঙৱো সেই পৰিণতিয়েই হ'ল।" ক্ষন্তেক সময় মনে মনে থাকি তাই আকৌ ক'বলৈ ধৰিলে– "ভালেই হ'ল বুইছা বিদেশী, যোৱা তিনি বছৰ চাৰঙৰ অত্যাচাৰ সহ্য কৰি মই নিজেই এদিন মৰিম বুলি মনে মনে ভাবি আছিলোঁ। তাৰ কাৰণে মই এটুকুৰা গছৰ শিপাও আনি থৈছিলোঁ। কিন্তু তথাগতৰ বিচাৰ তুমি দেখিলা। পাপৰ ফল তেওঁ হাতে হাতে দি দিলে।

তথাগতে আৰু এটা প্ৰমাণ কৰি দেখুৱাই দিলে। তুমি ধৰ্মত আছা, কোনো পাপ, কোনো অন্যায় কৰা নাই। সি তোমাক মাৰিবলৈ অহাৰ আগতে তাৰেই জীৱনটো লৈ গ'ল।"

কথাখিনি কৈ কৈ চেংবাও অলপ ভাগৰি পৰিছিল। তাই মনে মনে থাকোতে বিজয়ে সুধিলে- "কিন্তু চেংবাও। চাৰঙে মোক কিয় মাৰিব খুজিছিল মই এতিয়ালৈকে নুবুজিলোঁ। মইতো তোমালোকৰ কোনো ধৰণৰ অন্যায় কৰা নাছিলোঁ।"

তাই ক'লে- "তোমালোক সমতলৰ মানুহ। বিশেষকৈ ভাৰতবৰ্ষৰ পৰা অহা মানুহবোৰ খুব বেয়া বুলি চাৰঙৰ এটা ধাৰণা আছিল।"

"সেই ধাৰণা কেনেকৈ হবলৈ পালে ? আমাৰ মানুহবোৰে, আমাৰ দেশখনে তহঁতৰ একো অপকাৰ কৰা নাই। আমিতো তহঁতৰ বন্ধু। শত্ৰু নহয়। আমি কেনেকৈ শত্ৰু হ'লো ?"

"সেইবিলাক মই বুজি নেপাওঁ বিদেশী ! চাৰঙে কিয় ভাৰতীয় মানুহ ভাল নেপায় মই তোমাক কৈছোঁৱেই।"

ইতিমধ্যে সেই বাঘটোৰ আবিৰ্ভাৱৰ পিচত সি ঘৰৰ ভিতৰৰ পৰাই চাৰঙক বাহিৰলৈ আজুৰি লৈ যোৱা আৰু বাহিৰৰ ঘোপ মৰা অন্ধকাৰত চাৰঙৰ তীব্ৰ মৃত্যু কাতৰ আৰ্তনাদ এই সকলোবোৰ মৰ্মন্তুদ ঘটনা ঘটি যোৱা এটা প্ৰহৰ পাৰ হৈ গ'ল। অচৈতন্য হৈ পৰা চেংবাওৰ পুনৰ জ্ঞান লাভ আৰু তেওঁৰ মুখৰ পৰা শুনা কথাবোৰে চাৰং, চেংবাও আৰু গোটেই তিব্বতী সমাজখনৰ বিষয়ে বিজয়ৰ মনত গভীৰ ৰহস্যৰ সৃষ্টি কৰিলে। চাৰং মানুহটো দেখত ইমান ৰঙিয়াল আৰু স্বভাৱতো সকলোকে অতি সহজে আপোন কৰি লব পৰা ধৰণৰ। কিন্তু সেই হাঁহিমুখীয়া ডেকা মানুহটোৰ ভিতৰখন যে ইমান কদৰ্য্যতাৰে ভৰা কোনে জানিছিল। দিনত এটা অতি সাধাৰণ মানুহ আৰু ৰাতি এটা নিষ্ঠুৰ ডকাইত। কেৱল ডকাইতেই নহয়, এটা হত্যাকাৰীও। কোনো মানুহৰ পৰিচয় যদি ভাৰতীয় হয়, চাৰঙে হাঁহি হাঁহি তাক হত্যা কৰিব পাৰে। ইমানেই বিদ্বেষ তাৰ ভাৰতীয়ৰ প্ৰতি। কোনোবা এটা ভাৰতীয়ই তাৰ ভুটীয়া ঘৈণীয়েক চেংবাওৰ প্ৰতি মৰমৰ ভাৱ প্ৰকাশ কৰিছিল, এডাল মুক্তাৰ মালা দিছিল সেইটোৱেই আছিল সেই ভাৰতীয়টোৰ অপৰাধ। সেই

ভাৰতীয় বেপাৰীটোক মাৰিবলৈ চাৰঙে তলে তলে ষড়যন্ত্ৰ কৰিছিল। কিন্তু তাৰ ঘৈণীয়েক চেংবাওৱেও সহ্য কৰিব নোৱাৰি তাক চাৰঙৰ ষড়যন্ত্ৰৰ পৰা পলুৱাই পঠিয়াইছিল। প্ৰত্যেকটো ভাৰতীয়ই বেয়া এই ধাৰণাটো চাৰঙে কিয় মনৰ ভিতৰত পুহি ৰাখিলে। নহলে তাৰ পিচতো আন এটা ভাৰতীয় বেপাৰীক চাৰঙে ফুচুলাই নিজৰ ঘৰলৈ লৈ নানিলেহেঁতেন আৰু তাকো মাৰিবৰ কাৰণে আকৌ ষড়যন্ত্ৰ নকৰিলেহেঁতেন।

এই গোটেইবোৰ কথা চেংবাওৱে এফালৰ পৰা কৈ গৈছিল। কৈছিল, পিচৰ ভাৰতীয় বেপাৰীটো বৰ ওখ ধুনীয়া মানুহ আছিল। কথা-বতৰাও খুব সুন্দৰ আৰু মৰমিয়াল আছিল। এই মানুহটোৰ প্ৰতিহে প্ৰকৃততে চেংবাওৰ এটা অজানিত ভাল পোৱা জাগিছিল। চেংবাওৰ বৰ্ণনা অনুসৰি মানুহটো খুব সম্ভৱ ভাৰতৰ উত্তৰ প্ৰদেশৰ হিমালয়ৰ নামনি অংশৰ আছিল। সেই মানুহটোৱেও চেংবাওক তাৰ মৰমৰ চিন স্বৰূপে কিবা এটা দামী উপহাৰ দিছিল। তাতোকৈও ডাঙৰ কথা সেই মানুহটোৱে চেংবাওক কোনেও গম নোপোৱাকৈ ভূটানৰ থিম্পুলৈ লৈ যাব বুলি কৈছিল, পলাই যাবৰ কাৰণে তলে তলে সকলো আয়োজন সম্পূৰ্ণও কৰিছিল। সিহঁতৰ এই গোপন পৰিকল্পনা যাতে চাৰঙে কোনো প্ৰকাৰে জানিব নোৱাৰে বা চাৰঙে কোনো ধৰণৰ সন্দেহ কৰিব নোৱাৰে তাৰ বাবে চেংবাও আৰু সেই ডেকা ভাৰতীয় বেপাৰীটো বৰ সতৰ্ক আৰু সাৱধান হৈ আছিল। চাৰঙৰো সন্দেহ কৰাৰ কোনো স্থল নাছিল। কাৰণ ভাৰতীয় দেখিলেই প্ৰতিহিংসা চৰিতাৰ্থ কৰিব লাগে, এই ভাৱটোৰ বাহিৰে অন্য কোনো সন্দেহে চাৰঙৰ মনত ক্ৰিয়া কৰা নাছিল। এই ভাৰতীয়টোৱে একো নজনাৰ ভাও ধৰি তাৰ ঘৈণীয়েক চেংবাওক পলুৱাই নিবলৈ তলে তলে পৰিকল্পনা কৰি উপযুক্ত দিন আৰু ক্ষণৰ অপেক্ষা কৰি আছিল বুলি নিষ্ঠুৰ প্ৰকৃতিৰ চাৰঙৰ সামান্যতম সন্দেহৰ ভাবো অহা নাছিল।

"তাৰ পিচত ?" পিচত কি ঘটিল সেইখিনি জানিবৰ কাৰণে প্ৰচণ্ড কৌতূহলত বিজয়ৰ মনটো উচ্‌পিচাই উঠিল। সেই মানুহটোৰ লগত চেংবাও পলাই গৈছিল নে নাই, গৈছিল যদি তাই আকৌ চাৰঙৰ ঘৰৰ গৃহিণী হৈ এতিয়াও কেনেকৈ আছে, সেই ভাৰতীয়

মানুহটো ক'লৈ গ'ল, তাৰ কি দশা হ'ল, বিপদৰ আশঙ্কা বুলি সি আগতেই পলাই গ'ল নেকি নাইবা তাক চাৰঙে ধৰা পেলালে নেকি, তাক মাৰি পেলালে নেকি ইত্যাদি প্ৰশ্নবোৰে একে লগে বিজয়ক জুমুৰি দি ধৰিলে।

আজি ৰাতি প্ৰৱল উত্তেজনাৰ মাজত ঘটা ঘটনাবোৰ দেখি শৰীৰৰ স্নায়ু দুৰ্বল হৈ পৰাত চেংবাও অচৈতন্য হৈ পৰাৰ পিচত পুনৰ জ্ঞান ঘূৰাই পাই কথাবোৰ বিজয়ৰ আগত এটা এটাকৈ কৈ গৈছিল যদিও তাই শৰীৰিকভাৱে দুৰ্বল হৈছিল। বিছনাখনত তাই অলপ সময় নিমাত হৈ বহিছিল। কোঠাটোৰ সামান্য দূৰৈত টিপ্ টিপ্কৈ তেতিয়াও চাকিটো জ্বলি আছিল। চাকিটোলৈ তাই স্থিৰভাৱে চাই আছিল। বিজয়ে দেখিছিল অস্পষ্ট পোহৰত চেংবাওৰ চকুযোৰ তীব্ৰভাৱে জ্বলি উঠিছিল। সেই স্থিৰ দৃষ্টিত আছিল ঘৃণা, ক্ষোভ আৰু পৰাজয়ৰ গ্লানি। বেছিকৈ প্ৰকাশ পাইছিল হতাশা। বিজয়ৰ প্ৰশ্নত তাই সামান্যভাৱে সচকিত হৈ চকুকিটা ঘূৰাই আকৌ ক'বলৈ আৰম্ভ কৰিব খুজিছিল।

কিন্তু আৰম্ভ কৰা কথাখিনি তাই শেষ কৰিব নোৱাৰিলে। আচম্বিতে হঠাৎ কিছুমান মানুহৰ কোলাহল বাহিৰত শুনা গ'ল। ইমান তৎক্ষণাৎ বাহিৰত এজাক মানুহৰ কোলাহলৰ সৃষ্টি হ'ল যে চেংবাওৰ লগতে বিজয়ৰ ভিতৰখনো প্ৰৱলভাৱে জোকাৰ খাই উঠিল। বিজয় থিয় হৈ কাষত থকা লাঠিডাল তুলি ললে। এনেতে বাহিৰত এটা কঠোৰ আৰু কৰ্কশ স্বৰ শুনা গ'ল। "দুৱাৰ খোল, চেংবাও।"

চেংবাওৰ মুখখন তেজশূন্য মৃত প্ৰায় যেন হৈ পৰিল। তাই কঁপিবলৈ ধৰিলে। কঁপা কঁপা মাতেৰে ফুচ্ফুচাই মাত্ৰ দুটা শব্দ উচ্চাৰণ কৰিলে– "গাৰ্পনৰ চিপাহী··· ।"

দুৱাৰখন খোলাৰ কোনো প্ৰয়োজনেই নাছিল। কাৰণ দুৱাৰ এনেয়ে জপাই থোৱাহে আছিল। বাহিৰৰ পৰা ঠেলা মাৰি দিওঁতে দুৱাৰ মেল খাই গ'ল আৰু লগে লগে পাঁচ-ছটামান সৰু ফুটীয়া আটিল মানুহ সোমাই আহিল। সিহঁতৰ শৰীৰত সামৰিক সাজ সজ্জা। হাতত একোডালকৈ লাঠি আৰু এটাৰ হাতত এটা বন্দুক। সোমায়ে সৰু সৰু চকুকিটাৰে সিহঁতে বিজয় আৰু চেংবাওৰ পিনে

জুলনত দৃষ্টি নিক্ষেপ কৰিলে আৰু তাৰে এটাই গৈ থাপ মাৰি কঁপি থকা চেংবাওৰ হাতত ধৰিলে। প্ৰায় লগে লগে আন দুটাই বিজয়ৰ ওচৰলৈ গৈ বিজয়ৰ দুয়োখন হাতত বজ্ৰ মুঠিৰে ধৰিলে। বিজয়ে হতভম্ব হৈ চাই থাকিল। কিছু সময়লৈ কাৰো মুখত কোনো শব্দ নাই। নিমাত নিস্তব্ধ। মাত্ৰ মেলা দুৱাৰখনেদি পুৱতি নিশাৰ শীতল আৰু চেঁচা বতাহ বৈ আহিছে। বাহিৰত আন্ধাৰবোৰ লাহে লাহে আঁতৰি গৈ যেন এটা নতুন দিনৰ জন্ম দিব খুজিছে– যিটো দিনে এটা নতুন ধৰণৰ বিভীষিকাৰ আগ জাননী দিছে।

এনেকুৱা ধৰণৰ উপৰ্য্যুপৰি অভাৱনীয় ঘটনাত বিজয়ো যথেষ্ট দুৰ্বল হৈ পৰিছিল যদিও তেওঁৰ দুঃসাহসিক সত্বাটোৱে মনত সাহস যোগালে। তেওঁ মনত সৰ্বশক্তি গোটাই লৈ ধীৰ স্থিৰ হৈ ঘটনাই কোনফালে গতি লয় তালৈ বাট চাই ৰ'ল। কিন্তু লগতে তেওঁ এইটোও পাহৰি নগ'ল যে বিপদ অকল তেওঁৰেই অহা নাই, তেওঁৰ লগত একেলগে বন্দী হোৱা চেংবাওৰো আহিছে। গতিকে চেংবাওক ৰক্ষা কৰাও তেওঁৰ কৰ্তব্যৰ ভিতৰত আহি পৰিছে। চুটি-চাপৰ তিব্বতী চিপাহীকিটাই তেওঁক ধৰি থকাতো বিজয়ে অকণো লৰচৰ নকৰিলে বা হাত এৰুৱাবলৈ চেষ্টা নকৰিলে। বন্দুক লোৱা চিপাহীটো দুৱাৰখনৰ একাষত থিয় হৈ আছে।

চেংবাওক ধৰা চিপাহীটোৱে চিঞৰি উঠিল– "চাৰঙক কোনে মাৰিলে ? চাৰঙৰ মৰা শ বাহিৰৰ পাহাৰৰ ওপৰত পৰি আছে। তই এই মানুহটোৰ লগত ষড়যন্ত্ৰ কৰি চাৰঙক মাৰিছ্। মাৰি বাহিৰত পেলাই থৈছ্।"

চেংবাওৰ কঁপনি তেতিয়াও মাৰ যোৱা নাই। চিপাহীটোৰ কঠোৰ বাক্য শুনি তাই বেছিকৈহে কঁপিবলৈ ধৰিলে। তাই যে চাৰঙক মৰা নাই বা বিজয়েও একো নেজানে, এই কথাখিনি ক'বলৈও তাইৰ কণ্ঠৰ পৰা এটাও শব্দ ওলাই নাহিল। ক'ব খুজিছিল যদিও ডিঙিৰ পৰা এটা ক্ষীণ ঘৰ্ ঘৰ্ শব্দহে ওলাল।

তেতিয়া আন এটা হৃষ্ট-পুষ্ট চিপাহী বিজয়ৰ ওচৰলৈ গ'ল আৰু সি সিহঁতৰ ভাষাত কঠোৰ শব্দেৰে সুধিলে–

"তই চেংবাওক লৈ পলাই যাব খুজিছিলি আৰু সেইকাৰণে তই চাৰঙক হত্যা কৰিলি। হয়নে নহয় ক ?"

তেতিয়ালৈ বোধকৰো চেংবাওৱে অলপ সাহস সঞ্চয় কৰিব পাৰিছিল। তাই চিঞৰি ক'লে– "মিছা কথা, এই ভাৰতীয় আলহীয়ে চাৰঙক মৰা নাই। এওঁ ভাল মানুহ।"

চিপাহীটোৱে তেতিয়া এটা তাচ্ছিল্যৰ সুৰেৰে ক'লে– "হুঃ ভাল মানুহ। তোৰ ইয়ালৈ যিমানবোৰ ভাৰতীয় মানুহ আহে, সকলোৱেই ভাল মানুহ !!"

"তই সঁচা কথা ক বিদেশী। তই চেংবাওক পলুৱাই নিবৰ কাৰণে চাৰঙক হত্যা কৰিছ বুলি স্বীকাৰ কৰ"– এই বুলি কৈয়েই চিপাহীটোৱে অবাক বিস্ময়ত মৌন হৈ পৰা বিজয়ৰ গালত প্ৰচণ্ড জোৰেৰে এটা চৰ মাৰিলে। সৰুফুটীয়া চিপাহীটোৱে সাধাৰণ অৱস্থাত বিজয়ৰ গালখন ঢুকি পোৱা নাছিল কিন্তু সি চৰটো মাৰিবৰ কাৰণেই দপ্‌কৈ এটা ওখ জাপ মাৰিবলগীয়া হৈছিল।

অকস্মাতে আৰু বিনা কাৰণত চৰটো খোৱাৰ লগে লগে দুকুৰি বছৰীয়া বিজয়ৰ সুপ্ত পুৰুষত্ব দৃপ্ত হৈ উঠিল আৰু কোনেও তলকিবলৈ নৌপাওঁতেই বিজয়ৰ ভৰিৰ এটা গোৰে চিপাহীটোক বেৰৰ কাষলৈ ছিটিকাই পঠিয়ালে। এটা অদ্ভুত শব্দেৰে মানুহটো মাটিত পৰি গ'ল। মুহূৰ্তৰ ভিতৰতে কাণ্ডটো ঘটি গ'ল। কিন্তু বন্দুকধাৰী চিপাহীটো সতৰ্ক হৈ বন্দুকটো দাঙি ললে। তেতিয়াই চেংবাওৱে প্ৰাণটাকি চিঞৰি ক'বলৈ ধৰিলে– "এই আলহী মানুহজনক নেমাৰিবা। এওঁৰ গাত একেবাৰে দোষ নাই। তেওঁ একো নেজানে। এটা বাঘ। এটা মস্ত বাঘে আহি চাৰঙক এই ঘৰৰ দুৱাৰ মুখৰ পৰা চোচোৰাই টানি লৈ গ'ল। চাৰঙে এই আলহীক কাটিবলৈ দা লৈ খেদি আহিছিল। চাৰঙক বাঘে মাৰিছে।"

ফোঁপাই ফোঁপাই কান্দি কান্দি কোৱা চেংবাওৰ এই কথাখিনিয়ে গোটেই পৰিবেশটোত এটা অকল্পনীয় পৰিৱৰ্তন সাধন কৰিলে।

সেই বন্দুক তুলি লোৱা মানুহটোৱে বন্দুকটো নমাই পেলালে। মাটিত পৰি যোৱা ভুটীয়াটোও থিয় হ'ল। আটাইকিটা মানুহৰ মুখ আতঙ্কেৰে ভৰি পৰিল। কিবা এটা অজ্ঞাত ভয়ত সিহঁতৰ কথাবোৰ যেন বন্ধ হৈছে। তাৰ মাজতেই দুই এটাই আতঙ্কগ্ৰস্ত স্বৰেৰে সিহঁতৰ ভাষাত কিবা কিবি কথা পাতিলে।

বিজয় আৰু চেংবাওক ধৰি থকা মানুহকিটাৰ হাত কিখন অলপ শিথিল হ'ল । বন্দুক লোৱা ভূটীয়াটোৱে এইবাৰ ক'লে– "ব'ল, তহঁতক গাৰ্‌পনৰ ওচৰত হাজিৰ কৰাব লাগিব । অলপ পিচতে তেওঁ আহি পাবহি । তেওঁ তহঁতৰ বিচাৰ কৰিব । তহঁতক শাস্তি দিয়াৰ মালিক তেৱেঁই । কিন্তু তহঁতৰ কথা মিছা বুলি প্ৰমাণ হ'লে তহঁতৰ শাস্তি মৃত্যু ।" এইখিনি কথা শেষ কৰি বিজয়লৈ চাই ক'লে– "তই আমাৰ মানুহক যিধৰণে গোৰ মাৰিছ, তাৰ শাস্তি তোৰ কপালত লিখা আছে, সেইটো তই পাহৰি নেযাবি । তহঁত এতিয়া আমাৰ হাতৰ মুঠিত । ব'লএতিয়া ।"

তেতিয়া বাহিৰত লাহে লাহে ভালকৈ পোহৰ হৈ আহিছে । বিজয়ৰ অণ্ঠ কণ্ঠ শুকাই গৈছিল । সিহঁতেই পানী এগিলাচ ঘৰৰ চুকটোত থকা কলহটোৰ পৰা আনি দিলে । এতিয়া সিহঁতৰ আচাৰ ব্যৱহাৰ আগতকৈ কম ৰুক্ষ । ইয়াৰ কাৰণ কি সঠিককৈ বিজয়ে বুজিব নোৱাৰিলে ।

আগে পিচে চিপাহীকিটাৰ দ্বাৰা পৰিবেষ্টিত হৈ বিজয় আৰু চেংবাও ঘৰৰ পৰা বাহিৰলৈ ওলাল । তেওঁলোকক ইহঁতে ক'লৈ নিব বিজয়ে নেজানে । গাৰ্‌পন ।· গাৰ্‌পন নো কি তাকো ভালকৈ নেজানে । হয়তো এই অঞ্চলৰ সৰ্বশক্তিমান কৰ্তা । শাসনকৰ্তাও হ'ব পাৰে অথবা বিচাৰকো হ'ব পাৰে । এতিয়া জনাৰ কোনো উপায় নাই । ইমান সোনকালে আৰু সহজতে মৃত্যুক সাৱটি লবলৈতো বিজয় এই দুৰ্গম অঞ্চললৈ অহা নাই । তেওঁক লগ পোৱাৰ আগতেই সামান্য পৰিবেশত সৃষ্টি হোৱা মৃত্যু আতঙ্কই তেওঁক কেতিয়াও বশীভূত কৰিব নোৱাৰে ।

বাহিৰলৈ ওলাই আহি যেতিয়া ডাঙৰ শিলছটাৰ ওচৰ পালেগৈ তেতিয়া দেখা গ'ল চাৰঙৰ মৃতদেহ ছিন্ন ভিন্ন হৈ পৰি আছে । চাৰিওফালে তেজৰ চেকুৰা । দাখন তাৰ নিজৰ তেজৰ দোঙাৰ মাজত সোমাই আছে । তাৰ মুখখনত তেতিয়াও আতঙ্কৰ চিন । বৰ নিষ্ঠুৰ দৃশ্য । কোনো মানুহৰ দ্বাৰাই এনে হত্যাকাণ্ড সংঘটিত কৰা সম্ভৱপৰ নহয় ।

ভূটীয়া চিপাহীকিটাইও আকৌ এবাৰ চাৰঙৰ মৃতদেহ দেখি আতঙ্কত মুখবোৰ ঘূৰাই দিলে আৰু আটাইবোৰ লাহে লাহে টিলাটোৰ পৰা তললৈ নামি যাবলৈ ধৰিলে ।

উদণ্ড আৰু দস্যুপ্ৰকৃতিৰ সেই তিব্বতীকিটাৰ লগত যোৱাৰ বাহিৰে বিজয় আৰু চংবাওৰ কোনো উপায় নাছিল। ঘৰৰ পৰা ওলাই বাহিৰত এনে ভয়ঙ্কৰ দৃশ্য দেখি চাৰঙৰ কিশোৰী ঘৈণীয়েক চেংবাও আৰ্তনাদ কৰি চিঞৰি উঠিছিল। মানুহটোক যিমানেই বেয়া নেপাওঁক, ঘৰ-সংসাৰ কৰি একেলগে আছিল। যিমানেই বিশ্বাস আৰু কপটতা নেথাকক, চেংবাওৰ মনত স্বাভাৱিকতে চাৰঙৰ প্ৰতি এটা মায়া-মমতা আছিল। বিজয় আৰু চেংবাওক ধৰি লৈ যোৱা মানুহকিটাৰ মনতো এটা অজানিত আতঙ্কৰ সৃষ্টি নোহোৱাকৈ থকা নাছিল। দুৰ্দ্ধৰ্ষ, দুঃসাহসিক আৰু বহুতো দুষ্ট কাৰ্য্যৰ সাক্ষী চাৰঙৰ নিচিনা এটা বলী ডেকা মানুহৰ এনে চৰম পৰিণতিত সিহঁতৰো অন্তৰাত্মা কঁপি উঠিছিল। ৰাতিৰ অন্ধকাৰত ঘূৰি দুঃসাহসিক অভিযান কৰি ফুৰা চাৰঙে কেইবাবাৰো বাঘ আৰু পাহাৰৰ ভয়ঙ্কৰ ভালুকৰ সম্মুখীন হৈছিল। কোনোবাৰেই এই হিংস্ৰ জন্তুবোৰে তাৰ একো অপকাৰ কৰিব পৰা নাছিল। বুদ্ধি, কৌশল আৰু ক্ষীপ্ৰ গতিবেগেৰে সেই জন্তুবোৰৰ আক্ৰমণৰ পৰা সি অনায়াসে হাত সাৰি আহিব পাৰিছিল। কোনো অৱস্থাতেই সি অসতৰ্ক হৈ নুফুৰিছিল। কিন্তু এইবাৰ চাৰং বাঘৰ কৱলত পৰিল। সি ইমানেই অসতৰ্ক হৈ পৰিছিল নে পিচে পিচে অহা সত্ত্বেও চাৰঙে অকণো গম নেপালে? বাঘটো ইমানেই নিশব্দে আহিছিল নে? বাঘটোৰ গাৰ গোন্ধো চাৰঙে পোৱা নাছিলনে? তদুপৰি এইটো অঞ্চলত বিচৰণ কৰি ফুৰা সৰুফুটীয়া বাঘবোৰে এটা বলী মানুহক এনে বীভৎসভাৱে কেতিয়াও হত্যা কৰিব নোৱাৰে। অন্ততঃ এনে উদাহৰণ তিব্বতী মানুহবোৰে আগতে কেতিয়াও পোৱা নাই। তেনেহলে এই বাঘটো, যাৰ আকাৰ ডাঙৰ, এই অঞ্চলত নতুন। হয়তো ক'ৰবাৰ পৰা আহিছে। একেবাৰে অচিনাকি বাঘটো এইটো অঞ্চলত হঠাৎ পদাৰ্পণৰ কাৰণ কি? কেইদিনমানৰ পৰা মানুহবোৰে ৰাতিৰ অন্ধকাৰত বাঘটোৰ গোজৰণি শুনিছে, কিন্তু ই কাকো অপকাৰ কৰা

নাছিল। আনকি ঘৰচীয়া ইয়াক্, ছাগলী, গাহৰি আদিও মাৰি খোৱা নাছিল। চাৰঙক মৰাটোৱেই প্ৰথম ঘটনা আৰু মাৰিছে নৃশংসভাৱে। এইবোৰ কথাকে ভাবি ভাবি যাওঁতে বোধহয় দস্যু প্ৰকৃতিৰ মানুহকিটাৰ খোজবিলাকো শিথিল ধৰণৰ হৈ পৰিছিল। সিহঁতে ভিতৰি ভিতৰি ভাবিছিল, এই বিদেশী মানুহটো আৰু নষ্ট চৰিত্ৰৰ চাৰঙৰ ঘৈণীয়েকজনীক অতি সোনকালে গাৰ্‌পনৰ ওচৰত হাজিৰ কৰাব পাৰিলেই সিহঁতৰ মঙ্গল। গাৰ্‌পনৰ শিবিৰলৈকে এই অৰণ্য পথছোৱা নিৰ্বিঘ্নে পাৰ হৈ যাব পাৰিবনে নোৱাৰে এই দুশ্চিন্তাইও সিহঁতক ঘনে ঘনে সচকিত কৰি তুলিছিল। বিভীষিকা সৃষ্টিকাৰী এই নতুন বাঘটোৱে কিজানিবা পিচফালৰ পৰা সিহঁতৰ ওপৰতে আক্ৰমণ চলায়।

বিজয়ৰ মনটোতো নানাধৰণৰ খেলি মেলি ভাৱৰ সৃষ্টি হৈছিল। প্ৰতীক চিহ্নেৰে জনোৱা মহাশ্বেতাৰ আহ্বানত ইমান দূৰ আহি পোৱাৰ পিচত তেওঁ পদে পদে বাধাগ্ৰস্ত হৈছে। তেওঁ অযথা আৰু বিনাদোষত চাৰং আৰু চেংবাওৰ লগত জড়িত হৈ পৰিল। গোটেই পৰিবেশ আৰু মানুহবোৰ দেখাত সৰল। কিন্তু কম কথা কোৱা মানুহবোৰৰ ভিতৰত কিবা এটা ষড়যন্ত্ৰ যেন পাক খাই আছে। চাৰঙৰ ৰহস্য উদঘাটন হ'ল, কিন্তু মৰিল এটা বাঘৰ হাতত। যি মুহূৰ্ত্ততে চাৰঙে অতৰ্কিতে আহি তাৰ হাতত থকা দাখনেৰে বিজয়ক আক্ৰমণ কৰিবলৈ উদ্যত হ'ল, সেই মুহূৰ্ত্ততে বাঘটোৱে আহি তাক বাহিৰলৈ টানি লৈ গৈ নেলু ছিঙি মাৰি পেলালে। বাঘটোৰ এই হত্যাকাণ্ড কিমান নিষ্ঠুৰ আৰু নৃশংস চাৰঙৰ মৃতদেহটো নেদেখিলে বিশ্বাস কৰিব নোৱাৰি। পূৰ্বৰ প্ৰতিহিংসা এটা যেন বাঘটোৱে চৰিতাৰ্থ কৰিলে। এই অজ্ঞাত ৰহস্যইও বিজয়ৰ মনটো খুচিবিন্ধি থাকিবলৈ ধৰিলে। চেংবাওকো এতিয়ালৈকে ধৰিব পৰা নাই। তাইও দেখাত সহজ-সৰল। কিন্তু তাইৰ মনোভাৱ, ভাৱভঙ্গী, কথা বতৰাবোৰো ৰহস্যাবৃত্ত। ঘনে ঘনে তাই বিজয়ৰ ওচৰত আকুল আশ্ৰয় বিচৰাৰ কাৰণ বিজয়ে এতিয়াও বুজা নাই। এদিন চিনাকি বিজয়ৰ নিচিনা পৰপুৰুষৰ ওচৰত নিজকে বিলাই দিয়াৰ অদম্য কামনাৰ মনোভাৱত তাইৰ সৰল সাহাৰী চৰিত্ৰটো বিজয়ৰ কাৰণে অবোধ্য হৈয়ে ৰৈছে।

কিছুদূৰ অৰণ্য পথ অতিক্রম কৰাৰ পিচত অৱশেষত দলটো এটা সৰু টিলাৰ ওপৰত উঠিল। অকোৱা পকোৱা বাটেৰে টিলাটো উঠিব লাগে। টিলাটোৰ ওপৰত যে ইমান ঘৰ আছে তলৰ পৰা ধৰিব নোৱাৰি। ঘৰবোৰ সৰু সৰু ; কিন্তু দেখিবলৈ ধুনীয়া। তাৰে এটা আহল বহল ঘৰৰ তিনিফালৰ বেৰকিখন নাই। ঘৰটো সুসজ্জিত। ঘৰটোৰ যি পিনে বেৰখন আছে, সেইপিনে মঞ্চৰ নিচিনা এখন ওখ চাং। চাঙৰ ওপৰত দুই তৰপকৈ দলিচা পৰা। দূৰৈৰ পৰাই. জিলিকি থকা বৰ ধুনীয়া দলিচা। তাৰ ওপৰত দুই তিনিখন ৰাজকীয় কাৰুকাৰ্য্য খচিত আসন। সিংহাসনৰ লগত তুলনা কৰিব পাৰি। আসনৰ সন্মুখত এখন মেজ, তাৰ ওপৰত পাৰি থোৱা আছে মখমলৰ নিচিনা এখন দামী কাপোৰ। মেজৰ ওপৰত কেইবাথুপ ফুলো দেখিবলৈ পালে বিজয়ে। মঞ্চখন ধুনীয়াকৈ সজোৱা, চাৰিওপিনে কাগজৰ ফুলৰ দৰে কিছুমান ফানুচ উৰি আছে। মঞ্চৰ সন্মুখৰ নামনিতো কিছুমান কাঠৰ আসন পাৰি থোৱা আছে।

তেতিয়া ভালকৈ পোহৰ হৈ গৈছে। অমানিশা অন্ধকাৰৰ পিচত নতুনকৈ জন্ম লাভ কৰিছে এটা প্ৰভাতে। এই নতুন প্ৰভাতটোক আদৰণি জনাইছে গছ-গছনিৰ ডালে ডালে কল-কলাই ফুৰা চৰাইবোৰ। এটা শীতল বতাহে নতুন দিনটোৰ বাবে সাজু হ'বলৈ যেন সকলোকে প্ৰেৰণা দিছে। পূৰ্ব আকাশখন লাহে লাহে পৰিষ্কাৰ আৰু উজ্জ্বল হৈ আহিবলৈ ধৰিছে। পাহাৰৰ সিপাৰৰ পৰা ক্ষন্তেক পিচতেই বেলিটোৱে ভুমুকি মাৰিব। চৰাই-চিৰিকতিৰ বাহিৰে গোটেই পৰিবেশটো নিমাত-নিস্তব্ধ।

বিজয়হঁতক ধৰি অনাৰ পিচত মানুহকিটাৰ মুখত কোনো ধৰণৰ কথা-বতৰা নাছিল। চেংবাওৰ মুখতো মাত নাই। তাই ইতিমধ্যে ভাগৰি পৰিছে। অৱশেষত সিহঁতৰ মুখিয়ালটোৱে মাত দি উঠিল– "আমি পালোঁহি। এয়ে আমাৰ লক্ষ্যস্থান। তহঁত ইয়াত কিছু সময় বহিব লাগিব। গাৰ্‌পন অহাৰ পিচত তহঁতৰ বিচাৰ হ'ব।"

হল ঘৰটোৰ ভিতৰত সন্মুখৰ আসন দুখনত সিহঁতে বিজয় আৰু চেংবাওক বহিবলৈ ক'লে। সিহঁতৰ দুটা মানুহ বিজয় আৰু চেংবাওৰ দুয়োকাষে থিয় হৈ থাকিল। বাকীকিটা আঁতৰি গ'ল। বিজয়ৰ ভাগৰ লাগিছিল। চকীখনত বহিবলৈ পাই স্বস্তি অনুভৱ

কৰিলে। বেচেৰী চেংবাও, ভাগৰতে তাই বহিয়ে মূৰটো আউজাই চকু দুটা মুদি থাকিল। যোৱা কেইঘন্টামানৰ ভিতৰত বেচেৰী চেংবাওৰ মানসিক আৰু শাৰীৰিক কষ্ট কম হোৱা নাই। পাহাৰী ছোৱালী কাৰণেই তাই ইমান কষ্ট সহ্য কৰিব পাৰিছে। এনে সময়তেই বিজয়ে ভোক আৰু পিয়াহ দুয়োটাই বৰকৈ অনুভৱ কৰিলে। কিবা এটা খাবলৈ পোৱা হ'লে শৰীৰ আৰু মন উভয়তে এটা শক্তি পালেহেঁতেন। তেহে বিচাৰৰ সম্মুখীন হ'ব পাৰিব। কিন্তু ইহঁতৰ শাসনকৰ্তা গাৰ্পিনে কি বিচাৰ কৰিব বিজয়ে বুজিব নোৱাৰিলে। কিবা এটা অপৰাধ কৰিলেহে মানুহৰ বিচাৰ হয়। বিজয়ে কি অপৰাধটো কৰিছে এতিয়ালৈকে? এই অদ্ভুত দেশখনৰ আচৰিত কথাবোৰ ভাবি ভাবি বিজয়েও চকীত আউজি চকু দুটা মুদিলে। তেওঁৰ মনৰ সাহস অটুট হৈ আছে। বিজয়ে ভয় কৰিব লগীয়া একো কাৰণেই বিচাৰি পোৱা নাই।

এনেদৰে কিছু সময় থকাৰ পিচত কোনোবা এটাই বিজয়ৰ বাহুত ধৰি জোকাৰি দিওঁতে বিজয়ে চকু মেলি চাই দেখে হাতত কাঠৰ ট্ৰে এখন লৈ এটা সৰুফুটীয়া মানুহ থিয় হৈ আছে! ট্ৰেত দুটা ডাঙৰ মগত ওপচি যোৱাকৈ ধোঁৱা বলি থকা চাহ আৰু তাৰ কাষত দুটা ডাঙৰ বাতিত চাম্পা। দেখি বিজয়ৰ বৰ ভাল লাগি গ'ল। চাহ আৰু চাম্পা হাতত ললে। মানুহটোৱে ইখিনি চেংবাওক দিলে। তাই লৰালৰিকৈ চাম্পা হাতত তুলি লৈ খাবলৈ আৰম্ভ কৰি দিলে। চাহত তাইৰ বোধকৰো সিমান ৰাপ নাই। বিজয়ৰ সেইটো মুহূৰ্তত ভোকতকৈ পিয়াহহে বেছি লাগিছিল। কেইঢোকমান চাহ খোৱাৰ পিচত শৰীৰটো বহুখিনি সজীৱ লাগি গ'ল। তাৰপিচত চাম্পা খাবলৈ ধৰিলে। এইটো এটা তিব্বতৰ সুস্বাদু খাদ্য। খাই ভাল লাগে, পেটৰ ভোকো গুচে। এই খাদ্য তৈয়াৰ কৰাৰ পদ্ধতি আঁখেৰ নিচিনা। জুইত কেৰাহী দি তাত বালিখিনি গৰম কৰাৰ পিচত বালি শস্যৰ গুটি দিব লাগে। সেইখিনি ফুটাৰ পিচত চোকোৰাবোৰ গুচাই খুন্দি গুড়ি কৰি গাখীৰ বা মাখনৰ সৈতে খায়। খাবলৈ বৰ সোৱাদ আৰু ভাল হয়। বিজয়ে চেংবাওলৈ চালে। তাইও বেচেৰী বৰ একাণপতীয়াকৈ খাবলৈ ধৰিছে।

খোৱা শেষ হোৱাৰ পিচতে হঠাতে দূৰৈত ক্ৰমান্বয়ে ভাঁহি অহা ঘণ্টাৰ ধ্বনি শুনিবলৈ পোৱা গ'ল। কাষত বৈ থকা আৰু বাহিৰলৈ ওলাই যোৱা ৰখীয়াকিটা সচকিত আৰু সজাগ হৈ উঠিল। হল ঘৰটোৰ ভিতৰত আগৰে পৰা বহি থকা সম্ভ্ৰান্ত চেহেৰাৰ কেইজনমান মানুহে ঘণ্টাধ্বনি শুনাৰ লগে লগে ধৰ্‌মৰ্‌কৈ থিয় হ'ল আৰু বাহিৰলৈ ওলাই গ'ল।

কৌতূহলত বিজয়ৰ চকুকিটা উজ্জ্বল হৈ পৰিল। কিন্তু চেংবাওৰ মুখখন তৎক্ষণাৎ কেহৰাজ বটা যেন হৈ গ'ল। কিবা এটা আতঙ্কত তাই উচ্‌পিচাই উঠিল। তাইৰ হাতখনত ধৰি জোকাৰি দি বিজয়ে অস্ফুট স্বৰত ক'লে– "কোনো ভয় নকৰিবা। কিহৰ ভয়?" বিজয়ৰ আশ্বাস বাণীত তাই আস্থা বিচাৰি পালে নে নাই তাইহে জানে।

বাহিৰৰ পিনে চাবলৈ বিজয় থিয় হ'ল। চেংবাৱো থিয় হৈ বাহিৰলৈ চালে। ক্ষন্তেকৰ পিচতেই ঘন্টাত ঢং ঢং শব্দ কৰি এটা ডাঙৰ দল টিলাটোৰ ওপৰলৈ উঠি অহা দেখা গ'ল। দহ পোন্ধৰ জনমান মানুহ দলটোত আছে। সকলোবোৰ মানুহে ভৰিৰে মাটিত ঢুকি পোৱা খচ্চৰৰ পিঠিত উঠি আহিছে। মাত্ৰ একেবাৰে সম্মুখত দুটা মানুহে এটা নিয়মিত ব্যৱধানত ঢংঢংকৈ ঘন্টা বজাই আহিছে। সিহঁতৰ একেবাৰে সম্মুখত এটা মানুহে গহীন-গম্ভীৰ হৈ বিভিন্ন ৰঙৰ বহুতো কাপোৰৰ টুকুৰাৰ সংমিশ্ৰণত তৈয়াৰী এখন ধ্বজা বহন কৰি আহিছে। খচ্চৰৰ পিঠিত উঠি অহা মানুহকিজনৰ সাজ-পোছাকত এটা সম্ভ্ৰমৰ ভাব ফুটি উঠিছে। দীঘলীয়া আৰু ঢিলা চোলা আৰু মূৰত কাণ ঢকা দীঘল টুপী। দলটোৰ ঠিক মাজতে যিজন আহিছে তেওঁক দেখিলেই ধাৰণা কৰিব পাৰি যে তেওঁ বেছ সন্মানিত ব্যক্তি। তেওঁ পৰিধান কৰা সাজ-পোছাকযোৰ মূল্যৱান আৰু মূৰৰ টুপীটোও বিশেষ ধৰণে কাৰুকাৰ্য্য কৰা। তেওঁৰ চকুৱে মুখে এটা সুকীয়া ব্যক্তিত্ব আছে। ৰাজকীয় পুৰুষ বুলি সহজতেই অনুমান কৰিব পৰা যায়। টিলাটোত উঠি দলটো যেতিয়া হল ঘৰটোৰ সম্মুখত সম্পূৰ্ণ ৰূপে দৃষ্টিগোচৰ হ'ল, তেতিয়াহে বিজয়ে দলটোৰ সম্পূৰ্ণ গঠন ধৰিব পাৰিলে। প্ৰথমতেই দলৰ সম্মুখৰ দুটা শাৰীৰ পৰা ছটা মানুহ নামিল। সিহঁতক দূৰৈৰ পৰা ৰাজ কৰ্মচাৰী বুলি ধাৰণা হৈছিল।

কিন্তু খচ্চৰৰ পৰা নমাৰ লগে লগে দেখা গ'ল সিহঁত আচলতে সৈন্য বাহিনীৰ লোকহে। টুপীবোৰ বেলেগ আৰু পিঠিত একোটাকৈ বন্দুক আছে। সিহঁত নমাৰ লগে লগে বিজয়ে সম্পূৰ্ণকৈ দেখিলে আঞ্চলিক শাসনকৰ্তা গাৰ্পনক। মানুহজন ধুনীয়া। মঙ্গোলীয় সাঁচৰ এজন পৰিষ্কাৰ আৰু ধুনীয়া ব্যক্তি। অৱশ্যে বেছি ওখ নহয়। বিজয় বেছি আচৰিত হ'ল যেতিয়া দেখিলে গাৰ্পনৰ লগে লগে অহা খচ্চৰটোত বহি আহিছে এগৰাকী তিব্বতী মহিলা। সৰু মুখখন বেছি বগা, মৰম লগা। দুয়োৰে সাজ-পোছাক দামী চিক্কৰ। সৈন্যকিজন নমাৰ লগে লগে হল ঘৰৰ মুখত ৰৈ থকা প্ৰহৰীকিটা লৰালৰিকৈ গাৰ্পন আৰু তেওঁৰ ঘৈণীয়েকৰ খচ্চৰকিটাৰ ওচৰত থিয় হ'লগৈ আৰু তললৈ মূৰ কৰি থাকিল। তেতিয়া গহীন-গম্ভীৰভাবে গাৰ্পন আৰু ঘৈণীয়েক নামিল। গাৰ্পনৰ কঁকালত এটা পিস্তল ওলমি আছে। তেওঁৰ স্ত্ৰীৰ কঁকালতো অনুৰূপ এটা পিস্তল। দেখাত ধুনীয়া মানুহ যদিও গাৰ্পনৰ ভাৱভঙ্গী উদ্ধত যেন লাগিল বিজয়ৰ। বোধকৰো মদগৰ্বীও। ঘৈণীয়েকজনীয়ে এটা গাম্ভীৰ্য্য ভাব ধাৰণ কৰিছে যদিও তেওঁৰ মুখৰ পৰা এটা মিঠা হাঁহি বিৰিঙি আছে।

সকলোৱে তলমূৰ কৰি প্ৰায় কুঁজা হোৱাৰ দৰে তেওঁলোকৰ পদ্ধতি অনুসৰি গাৰ্পনক অভিবাদন জনালে। গাৰ্পনেও মূৰ দুপিয়াই হল ঘৰটোৰ পিনে আগুৱাই গ'ল। বাকীবোৰ মানুহো তেওঁৰ পিচে পিচে আহিল। গাৰ্পনক আগুৱাই নিয়া হ'ল হলঘৰৰ মঞ্চৰ পিনে। লগত তেওঁৰ স্ত্ৰীও। মঞ্চত উঠাৰ পিচত গাৰ্পনে তেওঁৰ বাবে নিৰ্দিষ্টকৈ ৰখা ৰাজকীয় আসনখনত বহিল। তেওঁৰ কাষৰ আসনখনত বহিল ঘৈণীয়েক। গাৰ্পনে টুপীটো খুলিলে। তেওঁৰ দীঘল চুলিকোচাত এডাল সোণৰ চেইন জিলিকি উঠিল। ৰাজকীয় কৰ্তব্যৰত অৱস্থাত থাকিলে সেই দামী সোণৰ চেইনডাল পিন্ধাৰ নিয়ম। গাৰ্পন আৰু গাৰ্পন-স্ত্ৰীয়ে আসন লোৱাৰ লগে লগে তেওঁলোকৰ পিচফালে থিয় হ'ল চাৰিজন সশস্ত্ৰ সৈন্য। মঞ্চত এই কেইজনৰ বাহিৰে কোনো নাই। বাকী সকলোবোৰ ৰাজকৰ্মচাৰী তলৰ আসনবোৰত বহিছে। ক্ষন্তেকৰ কাৰণে নিমাত-নিস্তব্ধ পৰিবেশ এটা সৃষ্টি হ'ল।

এনে সময়তে দুজনী ছোৱালী আহিল হাতত কাঠৰ ট্ৰে লৈ।

ট্রেৰ ওপৰত ধুনীয়া কাৰুকার্য্য কৰা ৰূপৰ দুটা গিলাচ। সিহঁতে ভক্তি প্রদর্শন কৰি মূৰ দুপিয়াই গাৰ্পন আৰু স্ত্রীৰ সম্মুখত ট্রে আগুৱাই দিলে। দুয়ো ট্রেৰ পৰা গিলাচ দুটা লৈ মুখত লগালে। কাৰো মুখত কোনো শব্দ নাই। ইয়াৰ পিচত গাৰ্পনৰ চকুৰ ইঙ্গিতত তলৰ সম্মুখৰ শাৰীত বহি থকা এজন বয়োজ্যেষ্ঠ ৰাজকর্মচাৰী মঞ্চলৈ উঠি গ'ল আৰু গাৰ্পনক মূৰ দুপিয়াই তেওঁৰ কাণৰ কাষত কিবা কিবি ক'লে। গাৰ্পনে এবাৰ বেঁকাকৈ প্রথম শাৰীত বহি থকা বিজয় আৰু চেংবাওলৈ চালে। তেওঁৰ মুখখনত কঠোৰতা বিৰাজ কৰিলে। ঘৈণীয়েকক কিবা এটা ক'লে। ঘৈণীয়েকে চেংবাওলৈ চালে। গাৰ্পনে গিলাচটো সশব্দে মেজত থলে আৰু বিজয়লৈ কঠোৰ দৃষ্টি নিক্ষেপ কৰিলে।

মূৰত টুপীটো পিন্ধি গাৰ্পনে বিজয়লৈ কঠোৰ দৃষ্টি নিক্ষেপ কৰি উত্তেজিত স্বৰেৰে কিবা এটা ক'লে, যিষাৰ বিজয়ৰ কাৰণে অবোধ্য আছিল। বুজা হলেও সেই কথাখিনি বিজয়ৰ কাণত নোসোমালহেঁতেন। কাৰণ স্বৰ উত্তেজিত যদিও যথেষ্ট মৃদুভাৱে গাৰ্পনে কথাখিনি কৈছিল। কথাখিনি বিজয়ে বুজি নেপালেও বা নুশুনিলেও কোনো হানি নাছিল। কাৰণ গাৰ্পনৰ কাষত থিয় হৈ থকা ৰাজ বিষয়াজনে ইংৰাজী আৰু হিন্দী মিহলি ভাষাৰে গাৰ্পনৰ কথাখিনি অনুবাদ কৰি দিছিল। দোভাষীৰ যোগেদি মনৰ কথা ব্যক্ত কৰা৷ ধর্মভিত্তিক এই সামন্ত ৰাজ্যবোৰৰ এটা ৰীতি। ৰাজবিষয়া দোভাষীজনে ক'লে "তুমি ভাৰতীয় বিদেশী ; তুমি এই দেশলৈ কাৰো পৰা কোনো ধৰণৰ অনুমতি নোলোৱাকৈ কিয় আহিছা ?"

গাৰ্পনক সন্মান জনাই বিজয় থিয় হ'ল আৰু সামান্যকৈ মূৰটো দোঁৱালে। তাৰ পিচত বিষয়াজনলৈ চাই হিন্দীতেই উত্তৰ দিলে। এই কেইদিনতে শিকা দুই এটা তিব্বতী শব্দও মিহলি হৈ গৈছিল। একো ভয় ভীত নকৰাকৈ বিজয়ে উত্তৰ দিলে– "মই ভাৰতবর্ষৰ মানুহ। গাৰ্লা মান্ধাতা শৃঙ্গৰ কাষৰ কৈলাশলৈ মই আহিছোঁ। মই সপোনত পাইছোঁ তাত এগৰাকী দেৱীৰ আবির্ভাৱ হৈছে। দেৱীৰ নির্দেশত সেই পাহাৰৰ ওপৰৰ আকাশত এটা নতুন উজ্জ্বল তৰা মই দেখা পাইছোঁ। সেই গাৰ্লা মান্ধাতা পাহাৰলৈ মই আহিছোঁ।"

ৰাজবিষয়াজনে বিজয়ৰ কথাবোৰ অনুবাদ কৰি দিয়াৰ লগে লগে গাৰ্পনৰ মুখ-মণ্ডলত উচপ্ খাই উঠাৰ চিন পৰিলক্ষিত হ'ল। গাৰ্লা মান্ধাতা শব্দটোৱে যেন গাৰ্পনৰ অন্তৰত কিবা এটা অজান প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে। তেওঁৰ মূৰৰ টুপীটো খুলি এটা আশঙ্কা মিহলি দৃষ্টিৰে তেওঁৰ পত্নীলৈ চালে। পত্নীৰ বগা নিৰ্বিকাৰ মুখখনত অৱশ্যে কোনো ধৰণৰ ভাবান্তৰ দেখা নগ'ল। ভিতৰত ধুমহা বৈ থাকিলেও বা আনন্দৰ জোৱাৰ বাগৰি গ'লেও এই দেশৰ মাইকী মানুহবোৰৰ ভিতৰৰ প্ৰতিক্ৰিয়া বুজাৰ কোনো উপায় নাই। চেংবাওহে এইটো ক্ষেত্ৰত ব্যতিক্ৰম। অৱশ্যে চেংবাও আচলতে তিব্বতী নহয়, ভুটীয়াহে।

আকৌ গাৰ্পনে দ্বিতীয় প্ৰশ্ন কৰিলে। এইটোত আগৰটোতকৈ কিছু উত্তেজনা আছে। দোভাষীৰ জৰিয়তে তেওঁ সুধিলে –"সেই দুৰ্গম গাৰ্লা মান্ধাতা অঞ্চললৈ কোনো মানুহেই অকলে নাযায়। তুমি কিহৰ বলত তালৈ অকলে যাবলৈ দুঃসাহস কৰিছা ?"

"তালৈ অকলে যোৱা কিহৰ ভয় মই নাজানো। আৰু যদি কিবা ভয়ৰ কথা আছে মই ভয় নকৰোঁ।"

গাৰ্পন গৰজি উঠিল –"কি কৈছা, তুমি বিদেশী ? তোমাৰ ইমান সাহস ? গাৰ্পানৰ আগত ইমান দুঃসাহসিকভাৱে কথা কৈছা ? মই কোন তুমি নাজানা ?"

"জানো মহামান্যবৰ গাৰ্পন। আপোনাক অসম্মান কৰাৰ কোনো কু অভিপ্ৰায় নাই। মই ভালকৈ জানো আপুনি হিমালয়ৰ কাষৰ এই ব্যাপক তিব্বত অঞ্চলৰ পাঁচখন জিলাৰ ওপৰত সৰ্বময় কৰ্তা। আপোনাক মই কেনেকৈ অসন্মান কৰিব পাৰো ? আপুনি মোৰ নিচিনা এজন সামান্য ভাৰতীয়ৰ আন্তৰিক সন্মান আৰু শ্ৰদ্ধা গ্ৰহণ কৰক।"

বেছ কৌশলেৰে বিজয়ে কথাখিনি কৈ অহঙ্কাৰী আৰু মদগৰ্বী গাৰ্পনজনৰ মনটো তিয়াবলৈ চেষ্টা কৰিলে। বিজয়ৰ এই কৌশলপূৰ্ণ ব্যৱহাৰে কাম নিদিয়াকৈ নাথাকিল। খঙত কঠোৰ হৈ পৰা গাৰ্পনৰ মুখখন সামান্য কোমল হ'ল। তথাপি তেওঁ আকৌ ক'লে– "কিন্তু তোমাৰ মুখত এতিয়াও নম্ৰতা নাই। তুমি আমাৰ এই দেশলৈ চোৰৰ দৰে মনে মনে সোমাই অহাটো কিমান গুৰুতৰ দোষৰ কথা

–৭

হৈছে তুমি বোধকৰো এতিয়াও উপলব্ধি কৰিব পৰা নাই। ইয়াৰ উত্তৰ দিয়া–"

"অৱশ্যে মোৰ বোধকৰো দোষ হৈছে আৰু তাৰবাবে মই মহামান্বিত গাৰ্পনৰ ওচৰত ক্ষমা ভিক্ষা কৰিছোঁ। আপোনাৰ উদাৰতা আৰু সহানুভূতি মনোভাবেৰে মোক আপুনি ক্ষমা কৰিব বুলি আশা কৰিলোঁ। মান্যবৰ গাৰ্পন! মই আপোনাৰ সাহায্য প্ৰাৰ্থী।"

এইবাৰ গাৰ্পনৰ অহমিকা সন্তুষ্ট হ'ল। এজন ভাৰতীয়ই তেওঁৰ আশ্ৰয় বিচাৰিছে, তেওঁৰ অনুগ্ৰহ বিচাৰিছে। গতিকে তেওঁৰ মনটো ভালেখিনি মুকলি লাগি গ'ল। এটা আত্মপ্ৰসাদৰ হাঁহিৰে তেওঁৰ পত্নীলৈ চালে। গাৰ্পনৰ পত্নীয়ে এবাৰ মাত্ৰ মূৰ দুপিয়ালে। বোধকৰো গিৰীয়েকৰ মনোভাৱক তেওঁ সমৰ্থন জনালে। কিন্তু ঠিক তেনে সময়তে কাষত থিয় হৈ থকা ৰাজবিষয়াজনে গাৰ্পনৰ কাণৰ কাষলৈ মুখখন নি কিবাকিবি ক'লে। গাৰ্পনৰ মুখ আকৌ গহীন হ'ল।

তেওঁ বিজয়লৈ চাই আকৌ প্ৰশ্ন কৰিলে– "ঠিক আছে। তোমাৰ আন্তৰিকতাপূৰ্ণ কথাবোৰ মই বিশ্বাস কৰিছোঁ। তোমাক আমি আশ্ৰয় দিওঁ নে নিদিওঁ মই পিচত চিন্তা কৰিম। গাৰ্লা মান্ধাতা শৃঙ্গৰ কাষত থকা কৈলাশ পাহাৰলৈ তোমাক যাবলৈ দিওঁ নে নিদিওঁ সেইটোও আমি চিন্তা কৰি চাম। কিন্তু এতিয়া তুমি মোৰ প্ৰশ্নৰ উত্তৰ দিয়া, এই মানুহজনী, যিজনী আমাৰ চাৰঙৰ ঘৈণীয়েক, তাইৰ লগত তোমাৰ সম্পৰ্ক কি? কি সম্পৰ্ক?"

এনেকুৱা এটা প্ৰশ্ন গাৰ্পনে সুধিব বুলি বিজয়ে ভাবিব পৰা নাছিল। গাৰ্পনৰ প্ৰশ্নত কিবা এটা ষড়যন্ত্ৰৰ গোন্ধ তেওঁ পালে। তেওঁ গম্ভীৰ হৈ নম্ৰতাৰে উত্তৰ দিলে– "এই মানুহজনীৰ লগত মোৰ কোনো সম্পৰ্ক নাই। মই–"

"কিন্তু চাৰঙৰ ঘৰত তুমি তাৰ ঘৈণীয়েকৰ লগত ...কলগে আছিলা। যদি একো সম্পৰ্ক নেথাকিলহেঁতেন

"মান্যবৰ গাৰ্পন সঁচাকৈয়ে এই মানুহজনীৰ নাম চেংবাও বুলি জানো' আৰু গিৰীয়েক চাৰং দুয়োকে মই সঁচা কথা ক'বলৈ গ'লে কালিলৈকে চিনি নেপাওঁ। কিবা সৌভাগ্যই বোলক বা দুৰ্ভাগ্যই

বোলক চাৰঙে কালি মোক বাটত পাই তাৰ ঘৰলৈ লৈ গৈছিল আৰু কিবা কাৰণত মোক দেখি সিহঁতৰ ভাল লাগিছিল হবলা, মোক সিহঁতে ভালকৈ খাবলৈ দিছিল। কিন্তু কালি গধূলিৰে পৰা এটাৰ পিচত এটাকৈ এনে ঘটনা ঘটি গৈছিল- যাক দুৰ্ঘটনা বুলিহে ক'ব পাৰি।"

গাৰ্পনে আকৌ গৰ্জন কৰি উঠিল- "মিছা, মিছা কথা। মিছা কথা কোৱাৰ পৰিণাম কিমান ভয়াবহ তুমি নাজানা। তুমি যে অসৎ উদ্দেশ্য লৈ চাৰঙৰ ঘৰত সোমাইছিলা তাৰ প্ৰমাণ মোৰ মানুহে দিব। চাৰঙৰ ঘৰত তাৰ ঘৈণীয়েকৰ লগত তোমাৰ লালসা চৰিতাৰ্থ কৰিছিলা।"

এইষাৰ শুনাৰ লগে লগে বিজয় আকৌ পূৰ্বৰ কঠোৰ চৰিত্ৰবান বিজয় সিঙলৈ তৎক্ষণাৎ ঘূৰি গ'ল। দপ্‌কৈ খঙে মগজ স্পৰ্শ কৰিলে। চকুৰে ৰক্তবৰ্ণ ধাৰণ কৰিলে। তেওঁ চিঞৰি উঠিল- "আপুনি মনে মনে থাকক গাৰ্পন। এই ৰাজ্যৰ মহা প্ৰতাপী বুলি মই সন্মান জনাই আছিলোঁ। কিন্তু আপুনি এজন প্ৰজাপালক শাসনকৰ্তা হৈ এনেকুৱা মিছা অভিযোগ কিয় কৰিছে ? কি প্ৰমাণ আছে আপোনাৰ মহামান্যবৰ ?"

বিজয়ে নিৰ্ভীকভাৱে মূৰ দাঙি ইমান কঠোৰভাৱে কথা ক'ব বুলি গাৰ্পনেও ভাবিব পৰা নাছিল। প্ৰথমতে তেওঁ হতভম্ব হৈ পৰিছিল। তাৰ পিচতেই তেওঁ দপকৈ থিয় হৈ খঙত কঁপিবলৈ ধৰিলে। গাৰ্পনৰ খং দেখি তেওঁৰ পাৰিষদসকলৰো ভয়ত কঁপনি উঠিল। তেওঁৰ পত্নীও থিয় হৈ গিৰীয়েকৰ পিনে চালে। এইবাৰহে তেওঁৰ মুখত এটা প্ৰতিক্ৰিয়াৰ চিন দেখিবলৈ পোৱা গ'ল।

গাৰ্পনে উত্তেজিত স্বৰত চিঞৰি উঠিল- "মূৰ্খ বিদেশী ! তথাগতৰ বাণী আৰু হিন্দু ধৰ্মৰ মহান আদৰ্শৰ দেশ ভাৰতবৰ্ষৰ পৰা অহা এজন যুৱকৰ পৰা এনেকুৱা ধৰণৰ দাম্ভিকতা মই শুনিবলৈ প্ৰস্তুত নহওঁ। তুমি গুৰুতৰ অপৰাধ কৰিছা। তোমাক মই ক্ষমা নকৰোঁ। কিন্তু তাৰ আগতে তুমি মোৰ কথাৰ উত্তৰ দিয়া। তুমি আৰু এই চেংবাও দুয়ো লগ লাগি চাৰঙক হত্যা কৰিছা, তোমালোকৰ অভীষ্ট সিদ্ধি পূৰণৰ কাৰণে।-"

ইমান সময়ে চেংবাও গভীৰ আতঙ্কত তললৈ মূৰ কৰি বহি

আছিল। গাৰ্‌পনৰ এই পোনপটীয়া দোষাৰোপত তাইও থিয় হৈ গাৰ্‌পনলৈ চালে। বিজয়ে লগে লগে আকৌ আগৰদৰে ক'লে- "আপুনি কেনেকৈ সাব্যস্ত কৰিলে গাৰ্‌পন, আমি চাৰগুক মাৰিছোঁ। বাঘে চাৰগুক মাৰিছে সেই কথা আপোনাৰ কৰ্মচাৰীসকলে আপোনাক এতিয়াও কোৱা নাইনে ? আমি চাৰগুক মাৰিছোঁ বুলি কোনে ক'লে আপোনাক ? আপুনি নেজানে যদি কওঁ, বৰং চাৰগুহে কিবা অজ্ঞাত কাৰণত মোক হত্যা কৰিবলৈ উদ্যত হৈছিল। সেই কথা আপুনি নিশ্চয় জানে।"

"মনে মনে থাকা তুমি। তোমাৰ দুঃসাহসে সীমা চেৰাই গৈছে। এইবাৰ চাবা বিদেশী, মই দুয়োৰে ষড়যন্ত্ৰৰ কথা কেনেকৈ প্ৰমাণ কৰিম।"

এইবুলি গাৰ্‌পনে তেওঁৰ পত্নীক কিবা এটা ক'লে। ওচৰত থকা বিষয়াজনে হাত চাপৰি বজাই দিয়াৰ লগে লগে দুজনী তিব্বতী লিগিৰী আহি গাৰ্‌পন-পত্নীৰ ওচৰত থিয় হ'ল। তেতিয়া সিহঁতৰ লগে লগে গাৰ্‌পন-পত্নী মঞ্চৰ পৰা নামি বাহিৰলৈ ওলাই গ'ল। সম্ভৱ ওচৰত থকা কোনোবা এটা ৰাজকীয় ঘৰলৈ গ'ল। পত্নী ওলাই যোৱাৰ পিচত গাৰ্‌পনে এইবাৰ পোনপটীয়াকৈ চেংবাওলৈ চাই ক'লে- "চাৰগুৰ ঘৈণীয়েক চেংবাও, তই ইয়ালৈ আহ। মোৰ ওচৰলৈ আহ।"

গাৰ্‌পনৰ আদেশ শুনি চেংবাও কঁপিবলৈ ধৰিলে। সৰ্বশক্তিমান গাৰ্‌পনে তাইৰ কি বিচাৰ কৰিব তাই নাজানে। কিন্তু গাৰ্‌পনে যে ইচ্ছা কৰিলে অতি গুৰুতৰ শাস্তি বিহিব পাৰে সেই কথা তাই শুনিছে আৰু জানে। মতা মানুহক নৃশংস অত্যাচাৰ কৰি গাৰ্‌পনৰ আদেশত তেওঁৰ নিষ্ঠুৰ কৰ্মচাৰীবোৰে যে শাস্তি দিয়ে তাই বহুতৰ মুখে শুনিছে। মাইকী মানুহক শাস্তি দিয়াৰ কথা চেংবাওৱে শুনা নাই। কিন্তু এজনী মানুহৰ কথা তাই বহুতদিনৰ আগতে শুনিছিল। আজিৰ পৰা হেনো কেইবা বছৰৰ আগতে দুশ্চৰিত্ৰা বুলি প্ৰমাণ হোৱাৰ পিচত এজনী ছোৱালীক বোলে এই গাৰ্‌পনেই লাছাৰ ওচৰৰ এখন ঠাইত থকা তেওঁৰ এটা গুপ্ত গৃহত বন্দী কৰি থৈছিল। তাই শুনা মতে, সেই গোপন ঘৰত হেনো বহুতো বিবাহিতা আৰু অবিবাহিতা কম বয়সীয়া ছোৱালী বন্দী হৈ থাকে। নাৰী মাংস

লোভী এই গাৰ্‌পন বোলে মাজে সময়ে গৈ এই ছোৱালীবোৰক ব্যৱহাৰ কৰে। বৌদ্ধ লামাসকলে এইবোৰ কথা জানে যদিও পৰাক্রমী গাৰ্‌পনক জোকাই লবলৈ সাহস নকৰে।

সেয়েহে গাৰ্‌পনে তাইক ওচৰলৈ মতাত তাইৰ অন্তৰাত্মা শুকাই গ'ল। ওচৰলৈ গলেই এটা বিচাৰৰ প্ৰহসন হ'ব আৰু শাস্তি স্বৰূপে তাইক সেই গোপন গৃহলৈ আজিয়েই নিৰ্বাসন দিব, সেই আশঙ্কাত তাই কঁপিবলৈ ধৰিলে।

"তোক মই মাতিছোঁ। তই ইয়ালৈ আহিব লাগে। তৎক্ষণাৎ ইয়ালৈ আহ।" গাৰ্‌পন আকৌ চিঞৰি উঠিল। ওচৰত থকা কৰ্মচাৰীজনেও এইবাৰ চিঞৰি ক'লে– "মহামান্য গাৰ্‌পনৰ আদেশ অমান্য কৰাৰ শাস্তি কিমান ভয়ঙ্কৰ তই নাজান চেংবাও?"

তাই কিন্তু থৰ হৈ থাকিল। থিয় হৈ থকা মাটিৰ ওপৰতেই যেন তাইৰ কঁপি থকা ভৰি দুখন পোত খাই গ'ল। মাত্ৰ সৰ্বশৰীৰ কঁপিবলৈ ধৰিলে। অণ্ঠ-কণ্ঠ শুকাই যাবলৈ ধৰিলে।

চেংবাওৱে লৰচৰ নকৰা দেখি তাইক ধৰি আনিবলৈ দুজন প্ৰহৰীক গাৰ্‌পনে আদেশ দিলে। আদেশ পালন কৰিবলৈ প্ৰহৰী দুটা আগবাঢ়ি অহাত তাই গাৰ্‌পনলৈ চাই হাত দুখন মুঠি মাৰি লৈ আতুৰত চিঞৰি উঠিলে– "মহামান্যবৰ প্ৰভু। মোক ক্ষমা কৰক। মোৰ গাত একো দোষ নাই। আমি চাৰঙক মৰা নাই। এটা মস্ত বাঘে আহি চাৰঙক ঘৰৰ দুৱাৰ মুখৰ পৰা টানি নি বাহিৰত মাৰিছে।"

কিন্তু চেংবাওৰ কাকুতিলৈ গাৰ্‌পনে অকণো কাণ নিদিলে। বৰং কাঁঠ হাঁহি মাৰি চেংবাওৰ সৰ্বশৰীৰলৈ এটা লালসাৰ দৃষ্টি নিক্ষেপ কৰিলে।

"হাঃ হাঃ। এটা মস্ত ডাঙৰ বাঘে চাৰঙক তাৰ ঘৰৰ ভিতৰৰ পৰা টানি বাহিৰলৈ নৈ মাৰিলে! কাৰ আগত তই মিছা কথা কৈছ তই জান? এটা বাঘে ঘৰৰ ভিতৰৰ পৰা এটা মানুহক বাহিৰলৈ টানি নিয়া কথা তোমালোকে বিশ্বাস কৰানে? এনেকুৱা আচৰিত ঘটনা কেতিয়াবা আমাৰ এই অঞ্চল গাৰ্‌টপত ঘটিছেনে?"

গাৰ্‌পনৰ এই ব্যঙ্গ মিহলি প্ৰশ্নৰ ৰসিকতাত তাত বহি থকা ৰাজ-কৰ্মচাৰী আৰু বিষয়াবোৰে হাঁহিবলৈ ধৰিলে। এনে ধৰণৰ

তোষামোদকাৰী হাঁহিয়ে প্ৰৱল প্ৰতাপী ৰাজন্য শ্ৰেণীৰ উচ্চপদস্থ বিষয়াক সদায় সন্তুষ্ট কৰে।

ইতিমধ্যে প্ৰহৰী দুটাই চেংবাওৰ হাতত ধৰি গাৰ্পনৰ ওচৰলৈ নিবলৈ টনা-আজোৰা কৰি দিছে। বেচেৰী অসহায় চেংবাওৱে মাটিত বাগৰি পৰি কান্দিবলৈ ধৰিলে। কান্দি কান্দি শেষ আশ্ৰয়ৰ স্থল বিজয়লৈ চাই ক'বলৈ ধৰিলে "বিদেশী বন্ধু। যদি পাৰা মোক ৰক্ষা কৰা। এতিয়া মোক কি শাস্তি দিব তুমি নাজানা। মই তিব্বতী ছোৱালী নহওঁ। মই ভূটানৰ ছোৱালী। মই তোমাৰ ভাৰতবৰ্ষৰ একেবাৰে ওচৰৰ। তথাগত বুদ্ধৰ দোহাই! মোক এই মানুহবোৰৰ পৰা ৰক্ষা কৰা।"

আকুলভাৱে কন্দা চেংবাওৰ এই কান্দোনে বিজয়ক বিচলিত কৰিলে। চেংবাওক যে এই নিষ্ঠুৰ গাৰ্পনে এটা গধুৰ শাস্তি দিব সেই কথা বিজয়ে বুজিলে। সেই শাস্তি কেনে ধৰণৰ হ'ব, গাৰ্পনৰ চকুৱে-মুখে ফুটি উঠা কামনা-লিপ্সা ৰূপটোত শাস্তিৰ স্বৰূপটো বিজয়ে কিছু অনুমান কৰিব পাৰিছে। ৰজা-মহাৰাজৰ সামন্তযুগীয়া শাসনত এজনী অৱলা নাৰীৰ শাস্তি এটাই হয় আৰু সেইটো হৈছে সেই নাৰীৰ যৌৱন লুণ্ঠন।

বিজয়ৰ পৌৰুষ জাগি উঠিল। তেওঁ প্ৰহৰী দুটাৰ হাতকিখন টানি চেংবাওক সিহঁতৰ কৱলৰ পৰা টানি আনিলে। সিহঁতেও কঁকালত থকা সৰু তৰোৱাল ধৰণৰ দা দুখন উলিয়াই লৈছিল। কিন্তু যৌৱনদীপ্ত শক্তিশালী বিজয়ৰ হাতত সিহঁত দূৰলৈ ছিটিকি পৰিল।

বিজয়ে ক'লে– "সাৱধান, আঁতৰি যা। গাৰ্পন! আপুনি আপোনাৰ মানুহকিটাক আঁতৰাই নিয়ক। এজনী নিৰপৰাধিনী ছোৱালীক শাস্তি দিয়াৰ কোনো অধিকাৰ আপোনাৰ নাই।"

"কি ক'লি? ইতৰ পশু! ভাৰতবৰ্ষৰ তই এটা কুকুৰ! তহঁতে কি চাই আছ? সিহঁত দুইটাকে মোৰ ওচৰলৈ ধৰি আন। ব্যভিচাৰী আৰু ব্যভিচাৰিণী এই দুইটাকে মই আজি এনে কঠোৰ শাস্তি দিম, যি শাস্তি কুবলাইখানেও দিয়া নাছিল। কোনো মানুহেই মোৰ চকুলৈ চাই এনেকৈ কথা কোৱা নাছিল, এনেকৈ মোৰ আদেশ অমান্য কৰা নাছিল। আজি তইঁতে দেখিবি তহঁতৰ কপালত ভগৱানে

কি লিখি দিছিল। প্ৰহৰী। ধৰি আন এই মহাপাতকী দুটাক।"

এই কথাবোৰ যেন এটা মানুহৰ মুখৰ কথা নাছিল। বজ্ৰ কঠোৰ স্বৰ যেন আকাশৰ ডাৱৰ ফালি ওলাই আহিছিল দৈৱবাণী হৈ। গাৰ্পনৰ উচ্চস্বৰৰ আদেশ শুনি তাত উপস্থিত থকা সকলোবোৰ মানুহ ভয়ত কঁপিবলৈ ধৰিলে। সিহঁতে খুব ভালকৈ বুজিলে যে এই বিদেশী মানুহটো আৰু চাৰঙৰ ঘৈণীয়েকজনীক গাৰ্পনে চৰম শাস্তি বিহিব আৰু সেই চৰম শাস্তি হৈছে দুয়োকে একেলগে ওচৰৰ বৰফ ঢকা গিৰিশৃঙ্গৰ পৰা বহুত তলৰ সমভূমিলৈ পেলাই দিয়া হ'ব। এইটো জঘন্যতম মৃত্যুদণ্ড। গাৰ্পনৰ আদেশে তাৰেই সংকেত দিছে।

হাতত যাঠি সদৃশ অস্ত্ৰেৰে প্ৰায় পঞ্চাছটামান প্ৰহৰী চকুৰ নিমিষতে আহি বিজয় আৰু চেংবাওক ঘেৰি ধৰিলে। আতঙ্কগ্ৰস্ত চেংবাওৱে বিজয়ৰ হাতখনত খামুচি ধৰি থাকিল। এনেকুৱা এটা সংকটপূৰ্ণ অৱস্থাত বিজয়ৰো ভয় নলগাকৈ থকা নাছিল। ইহঁতে কি কৰে তাকে চাবলৈ বিজয় স্থিৰ হৈ থাকিল।

মঞ্চৰ ওপৰৰ পৰা আকৌ আদেশ আহিল– "ধৰি আন সিহঁতক ইয়ালৈ।"

প্ৰহৰীকিটাই বিজয় আৰু চেংবাওৰ হাতত ধৰি গাৰ্পনৰ পিনে টানি আনিব খোজোতেই এটা আচৰিত কাণ্ড ঘটি গ'ল। কালি ৰাতি যিটো প্ৰচণ্ড হুঙ্কাৰেৰে চাৰঙক ঘৰৰ পৰা টানি লৈ গৈছিল, সেই একেটা হুঙ্কাৰ ঘৰটোৰ দুৱাৰমুখত গম্‌গমাই উঠিল। কি ভয়ঙ্কৰ হুঙ্কাৰ! প্ৰাণৰ আতুৰত সকলো মানুহ নিৰাপদ আশ্ৰয়ৰ বাবে হুৰমূৰ লগাই দিলে। দুই তিনিবাৰ তেনে হুঙ্কাৰ দিলে বাঘটোৱে। সেই হুঙ্কাৰত আনকি প্ৰবল প্ৰতাপী সৰ্বশক্তিমান গাৰ্পন মঞ্চৰ পৰা নিমিষতে নাইকিয়া হৈ কোনোবা এটা কোঠাত সোমালগৈ। কোনে ক'ত ছিটিকি পলাল হিচাপ নোহোৱা হ'ল।

আতঙ্কত চেংবাওৰ অৱস্থা কাহিল হৈ পৰিল। বিজয়েও ভয় খাইছিল যিমান, ঘটনাৰ এটা পৰিস্থিতিত আচৰিত হৈছিল তাতোকৈ বেছি।

বাঘৰ হুঙ্কাৰৰ কিছু সময় যোৱাৰ পিছত ধাতস্থ হৈ বিজয়ে যেতিয়া চাৰিওপিনে চালে, তেতিয়া দেখিলে গোটেই ঘৰটোত বিজয় আৰু চেংবাওৰ বাহিৰে কোনো নাই। মাটিত পৰি আছে

প্ৰহৰীবোৰৰ অস্ত্ৰ শস্ত্ৰ। ইমান সময় আস্ফালন কৰি থকা গাৰ্পনহীন মঞ্চ একেবাৰে শূন্য।

এইটো কিহৰ ৰহস্য সেই সময়ত বিজয়ৰ ভাবিবলৈ কোনো অৱকাশ নাছিল।

বিস্ময়ৰ ভাব কাটি যোৱাৰ পিচত বিজয়ে ঘৰটোলৈ ভালকৈ চালে। কোনো নাই। কেৱল কাষৰ আসন এখনত আছে চেংবাও। অৰ্দ্ধ-শয়ন অৱস্থাত আসনখনত বাগৰি আছিল। গাত যেন চেতনা নাই। অতৰ্কিতে ঘটা সেই অভাৱনীয় কাণ্ডত তাই বোধকৰো চক খাই মূৰ্ছা গৈছে। কঠোৰ দায়িত্ববোধে এইবাৰ বিজয়ক সজাগ কৰি তুলিলে। কিয় মানুহবোৰ চকুৰ পচাৰতে অন্তৰ্দ্ধান হৈ গ'ল, তাৰ কাৰণ বিশ্লেষণ কৰাৰ এতিয়া সময় নাই। এতিয়া তাতকৈ ডাঙৰ আৰু গুৰুত্বপূৰ্ণ কৰ্তব্য সন্মুখত উপস্থিত।

এটা অলৌকিক মুহূৰ্তই ক্ষন্তেকৰ কাৰণে ভয় বিহ্বলতা আঁতৰাই পেলাইছে যদিও এতিয়া যি কোনো সময়তেই বিপদ আহিব পাৰে। কোন ফালৰ পৰা কেতিয়া বিপদ আহিব সেই কথা এই অচিনাকি আৰু পাহাৰে আৱৰি থকা ঠাইত অকণো ধাৰণা কৰিব নোৱাৰি। বেছি কথা নেভাবি বিজয়ে ক্ষীপ্ৰতাৰে অচেতন হৈ পৰা চেংবাওৰ ওচৰ পালেগৈ। আসনখনতে মূৰটো থৈ বেচেৰী পৰি আছে। মঞ্চৰ মেজখনৰ ওপৰত ধুনীয়া আৰু কাৰ্য্য কৰা বাঁহৰ চুঙা এটাত পানী আছিল। বিজয়ে লৰালৰিকৈ তাকেই আনি চেংবাওৰ চকুৱে-মুখে মাৰিলে। তাই গাটো জোকাৰি চক খাই উঠিল আৰু বিজয়লৈ চাই আকৌ এবাৰ আৰ্তনাদ কৰি উঠিল।

বিজয়ে তাইক সান্ত্বনাৰ সুৰত মৰমেৰে ক'লে– "চেংবাও, উঠা। এতিয়া একো ভয় নাই। ইয়াত কোনো নাই। সকলোবোৰ পলাল। গাৰ্পনো লৰ মাৰি পলাল। উঠা তৎক্ষণাৎ। আমিও এতিয়াই এই মুহূৰ্তত পলাব লাগিব।"

তাই কোনোমতে বহিল যদিও বিজয়লৈ চাই আকৌ ভয়ে ভয়ে সুধিলে– "কিন্তু বাঘটো ? বাঘটো কলৈ গ'ল ? এইটো বাঘেই কালি চাৰঙক মাৰিছিল।"

বিজয়ে ক'লে– "তুমি মিছাকৈ ভয় কৰিছা। ইয়াত বাঘ নাই। বাঘটোৱে গুজৰিছিলহে। ইয়াত সোমোৱা নাই।... উঠা।"

চেংবাওৱৰ আতংকৰ ভাৱ তেতিয়াও যোৱা নাছিল– "উস্, কি ভয়ানক শব্দ আছিল। বাঘৰ সেই ভয় লগা গোজৰণি শুনি গাৰ্পন আৰু মানুহবোৰ পলাল কিজানি।"

বিজয়ৰ ইতিমধ্যে কিন্তু কৰ্তব্য স্থিৰ কৰা হৈ গ'ল। তেওঁ চেংবাওক সম্পূৰ্ণ সজাগ অৱস্থালৈ আনিবলৈ চেষ্টা কৰি আগন্তুক বিপদৰ আশংকাৰ কথা খৰ্ধৰ্কৈ বুজাই ক'লে– "চেংবাও, যি হৈ গ'ল, এতিয়া সেইবোৰ কথা ভাবি বহি থাকিলে যি কোনো মুহূৰ্তত বিপদ আহিব। ইয়াত এতিয়া কোনো নাই, এয়ে আমাৰ সুযোগ। এতিয়াই আমি পলাব লাগিব। অৱশ্যে তুমি তোমাৰ ঘৰলৈ যাব পাৰা। কিন্তু মই··· ।"

বিজয়ৰ এই কথাখিনিত গিৰিপ্‌কৈ চেংবাও থিয় হ'ল আৰু বিজয়ৰ হাতখন থাপ মাৰি ধৰি আৰ্তনাদ কৰাৰ দৰে কৈ উঠিল– "কি ? কি কৈছা তুমি ? মোক ইয়াত এৰি যাব খুজিছা ? মোক ইয়াত এৰি গ'লে নিষ্ঠুৰ গাৰ্পনে মোৰ কি দশা কৰিব তুমিতো নেজানা। মোকো তোমাৰ লগত গৈ ব'লা। এতিয়াই ওলোৱা। ঠিকেই কৈছা তুমি, কোন মুহূৰ্তত সিহঁত আকৌ আহিব তাৰ কোনো ঠিকনা নাই। ব'লা, মোৰ কাৰণে চিন্তা নকৰিবা।···"

গাৰ কাপোৰ-কানিবোৰ ঠিক কৰি চেংবাওৱে বিজয়ৰ হাতত ধৰি বাহিৰলৈ টানি আনিলে। অলপ আগতে গভীৰ আতঙ্কগ্ৰস্ত হৈ এই ছোৱালীজনী যে অচেতন হৈ পৰিছিল, এতিয়া দেখিলে কোনেও বিশ্বাস নকৰিব। সাংঘাতিক বিপদৰ পৰা হাত সাৰিবলৈ দুৰ্বল শৰীৰেও কেতিয়াবা প্ৰৱল শক্তি বিচাৰি পায়, তাৰ প্ৰমাণ চেংবাও।

বাহিৰলৈ ওলাই আহি টিলাটোৰ চাৰিওটা দিশ দুয়ো ভালকৈ চালে। বাহিৰৰ সমতল ভূমিত কেইটামান খচ্চৰে ঘাঁহ খাই থকাৰ বাহিৰে অন্য কোনো জন-প্ৰাণী নাই। বিজয় নিশ্চিন্ত হ'ল।

পূব আকাশৰ পৰা ওলাই অহা ৰঙা সূৰ্য্যটোৰ ৰেঙণি কুঁৱলী আৰু গছ-বিৰিখৰ মাজেদি সৰকি আহিছে। অদূৰত দেখা পাহাৰটোৰ সেউজীয়াখিনি বৰফে বগা কৰি ৰাখিছে। তাৰ ওপৰত পৰা বেলিৰ প্ৰথম ৰশ্মিৰ তিৰবিৰণিয়ে এটা অপূৰ্ব শোভাৰ সৃষ্টি কৰিছে। এই মনোমোহা দৃশ্যৰ পৰা চকু আঁতৰাই অনা কঠিন কাম। চেংবাওৱেহে চিঞৰ এটা মাৰি বিজয়ক কঠোৰ বাস্তৱলৈ ঘূৰাই

আনিলে– "এতিয়া এনেকৈ ৰৈ দিলে বিপদ আহি যাব বন্ধু ! তেতিয়া আমি ধৰা পৰিম । ইয়াত আমি একমুহূৰ্তও ৰোৱা উচিত নহয় । আহা– ।"

ভয়ত আতুৰ হৈ চঞ্চল হৈ পৰা এজনী হৰিণীৰ দৰে চেংবাওৱে বিজয়ৰ হাতখনত ধৰি টানি টানি টিলাটোৰ পৰা ধপ্‌ধপ্‌কৈ নামি গ'ল । টিলাটোৰ নামনিৰ পৰা কিছুদূৰলৈ সমতলভূমি আৰু তাৰপিচতেই এটা সামান্য বহল ৰাস্তা । এই ৰাস্তাইদিয়ে বিজয়হঁতক গাৰ্‌পানৰ ওচৰলৈ নিয়া হৈছিল । কিন্তু এই ৰাস্তাটোৰে কেইখোজমান যোৱাৰ পিচতেই চেংবাও সচকিত হৈ তৎক্ষণাৎ বিজয়ৰ হাতখন আজুৰি কাষতে থকা এটুকুৰা ফুটুকানিৰ মাজত সোমাই পৰিল আৰু বিজয়ক মনে মনে থাকিবলৈ চকুৰে ইঙ্গিত দি হাবিৰ আঁৰ লৈ বহি পৰিল । বিজয়ো বহিল আৰু হঠাৎ আতঙ্কগ্ৰস্ত হৈ পৰা চেংবাওলৈ চালে । তাইৰ এনে আচম্বিত আৰু আচৰিত আচৰণত কিবা এটা সুধিব খুজিও তেওঁ মনে মনে থাকিল । চেংবাওৱে নিশ্চয় কিবা আশঙ্কাৰ চিন পাইছে । পাহাৰ-অৰণ্যৰ মাজত বাস কৰা মতা-মাইকী সকলোৱেই অৰণ্যৰ অজান ৰহস্যৰ সম্ভেদ তৎক্ষণাৎ পায় । এই পাহাৰী মানুহবোৰ সাধাৰণতে স্বল্পভাষী ; কিন্তু ভৈয়ামৰ কোলাহলত থকা মানুহবোৰতকৈ ইহঁতৰ শ্ৰৱণ আৰু দৃষ্টি শক্তি খুব সজাগ আৰু প্ৰখৰ ।

লগে লগেই প্ৰমাণ পোৱা গ'ল, কিহৰ আশঙ্কাত তৎক্ষণাৎ চেংবাওৱে বিজয়ক টানি আজুৰি আনি জোপোহাৰ মাজত লুকাইছিল । কেইমিনিটমান মনে মনে থকাৰ পিচতেই সেই লুংলুঙীয়া ৰাস্তাটোৱেদি কেইটামান মানুহ বেছ খৰধৰকৈ খোজ কাঢ়ি গৈছে । কেইটা মানুহ আছে বুজিব নোৱাৰিলেও দুটা মানুহে উত্তেজিত স্বৰেৰে কথা পাতি গৈছে । সিহঁতৰ কথা-বতৰা বুজা অৱশ্যে বিজয়ৰ পক্ষে সম্ভৱপৰ নাছিল । কিন্তু চেংবাওৰ মুখখন ক'লা পৰি গৈছে । এটা প্ৰশ্নবোধক চিনেৰে বিজয়ে তাইৰ মুখলৈ চালে । তাই কিন্তু একো নেমাতি বিজয়ৰ হাতখন খামোচ মাৰি ধৰি নিমাত-নিস্তব্ধ হৈ বহি থাকিল । কিছুসময়ৰ পিচত যেতিয়া ৰাস্তাইদি যোৱা মানুহকিটাৰ কথা-বতৰা বা শব্দ একেবাৰে নুশুনা হৈ গ'ল, তেতিয়া তাই থিয় হৈ সাৱধানেৰে চাৰিওপিনে চাই ফুচ্‌ফুচাই ক'লে– "আমাক বিচাৰিয়ে মানুহকিটা

সেইপিনে গৈছে। গতিকে আমি মানুহ অহা-যোৱা কৰা ৰাস্তাৰে নেযাওঁ।"

বিজয়ে কিবা এটা ক'ব খুজিছিল। কিন্তু তাই আকৌ মনে মনে থাকিবলৈ ইঙ্গিত দি ফুচফুচকৈ ক'বলৈ ধৰিলে– "অকণো শব্দ নকৰাকৈ মোৰ লগে লগে আহি থাকিবা। এই হাবিৰ গছ-গছনিৰ মাজেদি আমি যাম। ৰাতি ভালুক ওলায়। দিনত তালৈ অৱশ্যে ভয় নাই। যদি দৰকাৰ হয় গছত উঠিম। তথাপি মানুহ অহা-যোৱা কৰা ৰাস্তাৰে নেযাওঁ। গ'লেই বিপদত পৰিম।...'

–"কিন্তু... ।"

–"মনে মনে থাক। বিপদ মানে ধৰা পৰিম। ধৰা পৰিলে গাৰ্পনে এইবাৰ তোমাক মৃত্যুদণ্ড দিব আৰু মোক কি কৰিব তুমি কল্পনা কৰিব নোৱাৰিবা। মোৰ নিচিনা মতা নোহোৱা ছোৱালীৰ যি দুৰ্দশা হয়, তাতোকৈও জঘন্য।"

এইবাৰ বিজয়েও ফুচফুচাই সুধিলে– "কিন্তু চেংবাও, এই অটব্য হাবিৰ মাজেৰে আমি যাম ক'লৈ? তাতকৈ দিনত ইয়াত লুকাই থাকি গধূলি হোৱাৰ লগে লগে ইয়াৰ পৰা ওলাই গ'লে কেনে হ'ব?"

–"ওহোঁ, আমি দিনতেই এই হাবিৰ পৰা ওলাই যাব লাগিব। কলো নহয়, ৰাতিৰ আন্ধাৰৰ লগে লগে ভালুক, গছত বগোৱা বাঘ, বনৰীয়া গাহৰি ওলায়। সেইবোৰৰ পৰা ৰক্ষা পোৱা টান। গতিকে আমি এতিয়াই যাম।"

এতিয়া এই বন্য পাহাৰী ছোৱালীজনীৰ পৰামৰ্শ মতে চলাৰ বাহিৰে অন্য কোনো উপায় নাই। তথাপি বিজয়ে সুধিলে– "আমি ক'লৈ পলাই যাম সেইটোও নিশ্চয় তুমি মনে মনে ঠিক কৰিছা। ক'লৈ যাম আমি?"

এইবাৰ চেংবাওৱে আগভাগ লৈ ক'লে– "ইমান চিঞৰি কথা নক'বা বিদেশী বন্ধু! ইয়াত গছৰ পাতবো কাণ থাকে।" তাৰপিচত তাই অস্ফুট স্বৰত ক'লে "যদি ভগৱানে আমাক ভালে ভালে লৈ যায়, তেন্তে আমি আমাৰ ঘৰ থকা টিলাটোৰ কাষ পামগৈ। সেই টিলাটোৰ বিপৰীত দিশত এটা সৰু গুহা আছে। তাৰ কথা বৰ বেছি মানুহে নেজানে আৰু সেই ঠাইখিনিলৈ খুব কম মানুহহে যায়। সেই

গুহাটো কিবা প্ৰকাৰে গৈ পালেগৈ আমি আজি দিনটোৰ বাবে ৰক্ষা পৰিম। কিন্তু আমি হাবিয়ে হাবিয়ে যাব লাগিব। গতিকে গৈ পাওঁতে কিছু পলম হ'ব।"

শৰীৰ দুৰ্বল হৈ পৰা সত্ত্বেও চেংবাওৰ স্বাভাৱিক বুদ্ধি এতিয়াও ভাগি পৰা নাই। বিজয়ে তাইৰ উপস্থিত বুদ্ধিক মনে মনে নশলাগি নোৱাৰিলে।

তাৰপিচত হাবিৰ মাজে মাজে নিশব্দে মাতবোল নকৰাকৈ দুয়ো আগবাঢ়ি যাবলৈ ধৰিলে। এই হাবি-বন চেংবাওৰ অপৰিচিত নহয়। গতিকে বিশেষ অসুবিধাত নপৰিল। এনেদৰে প্ৰায় এঘণ্টামান যোৱাৰ পিচত অৱশেষত কৃতকাৰ্য্যতাৰে সেই সৰু গুহাটোৰ মুখ পালেগৈ। গুহাৰ মুখত দুই এজোপা জোপোহা গছ আছিল। এজোপা উঘালি দুয়ো ভিতৰত সোমাল। তেতিয়াও আকাশত বিয়লিৰ সূৰ্য্যটো আছিল। গুহাৰ ভিতৰখনত বেছি পোহৰ নাছিল যদিও চকুৰে মনিব পৰা ধৰণৰ আছিল। ভিতৰত কিবা জন্তু—জানোৱাৰ থাকিব পাৰে বুলি দুয়ো আশঙ্কা কৰিছিল যদিও কোনো জন্তুৰ উপস্থিতি নোপোৱাত আশ্বস্ত হ'ল।

এইবাৰ ভিতৰত সোমাই চেংবাও এজনী যেন নতুন মানুহত পৰিণত হ'ল। গৃহিণী সুলভ ভূমিকাৰে তাই বিজয়ক ক'লে- "এতিয়া আজি দিনটোৰ কাৰণে ভয় নাই। ৰাতি হোৱালৈকে আমি ইয়াত লুকাই থাকিব পাৰিম।... মই এটা কথা কৰো বন্ধু! মই ঘৰলৈ গৈ খোৱা বস্তু, পানী, কাপোৰ আৰু তোমাৰ মোনাটো লৈ আনো। মই অৱশ্যে দুবাৰ অহা-যোৱা কৰিব লাগিব। তুমি সেই সময়খিনিত এই গুহাটো কিছু চাফা কৰা।..."

চেংবাওৰ কথা শুনি বিজয় ভয় খাই উঠিল। —"এতিয়া তুমি ঘৰলৈ গ'লে বিপদত নপৰিবানে? কোনোবাই দেখে যদি সৰ্বনাশ ঘটি যাব।"

তেতিয়া চেংবাওৱে এটা আশ্বাসৰ সুৰত উত্তৰ দিলে- "কোনোবাই দেখাৰ ভয় একেবাৰে নাই। কাৰণ ইয়াৰ পৰা টিলাটোলৈ এনে এটা বাট আছে যিটো গৈ আমাৰ ঘৰৰ পিচফাল ওলায়গৈ। কোনেও মোক দেখাৰ সম্ভাৱনা নাই।"

"কিন্তু এটা কথা তুমি পাহৰি গৈছা। চাৰঙৰ মৃতদেহটো

কিজানি এতিয়াও তোমালোকৰ দুৱাৰমুখত পৰি আছে। তুমি যাবা কেনেকৈ ?" বিজয়ে প্ৰশ্ন কৰিলে।

"মই কলোঁৱেই দেখোন বিদেশী বন্ধু, মই ঘৰৰ পিচফালেদিহে যাম। তদুপৰি ইমান সময় চাৰঙৰ মৰা দেহটো তাত পৰি থকা নাই। চাৰঙৰ বন্ধুবোৰে কিজানি সৎকাৰ কৰিবলৈ গৈ গৈছে।... গতিকে তুমি চিন্তা নকৰিবা বন্ধু !"

ইমান ডাঠি কথাবোৰ কোৱাৰ পিচত বিজয় নিশ্চিন্ত হ'ল। কালিৰ পৰা এতিয়ালৈকে বিভিন্ন বিপদ আৰু ভয়াবহ ঘটনা সৰকি অহা ছোৱালীজনীযে এতিয়াও ভাৰসাম্য হেৰুৱাই পেলোৱা নাই। চেংবাওৰ প্ৰতি তেওঁৰ স্নেহ আৰু মৰম বাঢ়ি আহিবলৈ ধৰিছে। এই ছোৱালীজনীৰ প্ৰতি তেওঁৰ এটা কৰ্তব্য আছে বুলি তেওঁ অনুভৱ কৰিবলৈ ধৰিলে।

ইতিমধ্যে চেংবাও হাবিতলীয়া বাটেদি গৈ অন্তৰ্দ্ধান হ'ল। বিজয়ে গুহাটোৰ ভিতৰখন পৰিষ্কাৰ কৰিবলৈ লাগিল।

চেংবাওৱে ওচৰৰ জুৰি এটাৰ পৰা পানী আনিলে আৰু তাৰ পিচত তাই ধৰৰ পৰা লৈ অনা টোপোলাটো মেলি তাৰে অলপ পিঠাগুড়ি ধৰণৰ শুকান খাদ্য বিজয়ক দিলে। আচলতে বিজয়ৰ খুব ভোক লাগিছিল। সেই পিঠাগুড়িখিনি চোবাই পানী খাই বহুতখিনি তৎ পালে। চেংবাওৱেও তেনেদৰে খালে। তাইৰো নিশ্চয় খুব ভোক আৰু পিয়াহ লাগিছিল। আজি ৰাতিপুৱাৰে পৰা দুয়োৰে কমখিনি দুখকষ্ট আৰু ভাগৰ যোৱা নাই। আজি ৰাতিপুৱাৰ দুশ্চিন্তাৰ ছাঁ তাইৰ মুখত এতিয়া নাই। আগন্তুক ভৱিষ্যতৰ আশঙ্কাও তাইৰ মুখত নাই। বৰং তাইৰ চকুৱে মুখে ফুটি উঠিছে আজি কেইবাঘণ্টা তাইৰ লগত একেলগে থাকি দুখ-কষ্টৰ ভাগী হোৱা বিজয়ৰ প্ৰতি সম্পূৰ্ণ নিৰ্ভৰশীল আৰু আস্থাৰ মনোভাৱ। বিজয়ক তাই সম্পূৰ্ণ ৰূপে উদ্ধাৰকৰ্তা বুলি ধৰি লৈছে। কালি ৰাতি বাঘৰ আক্ৰমণত নিহত হোৱা গিৰীয়েকৰ মৃত্যুৰ শোকো তাইৰ মুখত অকণো প্ৰতিফলিত হোৱা নাই। এটা পৰম নিশ্চিন্ততা আৰু নিৰ্ভৰতা বিৰাজ কৰিছে।

তেতিয়া বাহিৰত ৰ'দৰ প্ৰখৰতা। গুহাটোৰ মুখখন বাহিৰৰ পৰা ভুমুকি মৰা এচেৰেঙা ৰ'দে উজ্জ্বল কৰি ৰাখিছে। গুহাৰ দুৱাৰ

মুখত যদিও ডাঙৰ শিল আৰু জোপোহা গছ আছে, বাহিৰৰ ৰ'দ তাৰ মাজেদি সোমাইছে। জলপান আৰু পানী খোৱাৰ পিচত শৰীৰ আৰু মন দুয়োটাই সুস্থ হৈ পৰাত বিজয়ৰ বাহিৰলৈ যাবৰ মন গ'ল। বাহিৰৰ মুকলি আকাশৰ তলত হাত ভৰি পোনাব পাৰিব। মনটোও ফৰকাল লাগিব। তেওঁ থিয় হৈ বাহিৰলৈ ওলাই যাবলৈ দুখোজমান দিওঁতেই ভিতৰৰ শিল এটাৰ ওপৰত মূৰটো থৈ জিৰাবলৈ লোৱা চেংবাও গিৰিপ্‌কৈ থিয় হৈ বিজয়ৰ হাতখনত থাপ মাৰি ধৰিলে আৰু সুধিলে– "ক'লৈ যোৱা ?"

"অলপ বাহিৰৰ পৰা আহোঁ। এনেকৈ আন্ধাৰত বহি থাকিব নোৱাৰোঁ।"

তাই এইবাৰ আদেশৰ সুৰত অস্ফুট স্বৰত ক'লে– "খবৰদাৰ ! বাহিৰলৈ কেতিয়াও নেযাবা। কেনেবাকৈ কোনোবাই দেখিব লাগিলে আমাৰ দুয়োৰে সৰ্বনাশ ঘটিব। যাৰ বাহিৰত আমাক বিচাৰি গাৰ্‌পনৰ প্ৰহৰী ঘূৰি ফুৰিছে। এইবাৰ ধৰা পৰিলে আমাৰ দুয়োৰে তৎক্ষণাৎ মৃত্যু হ'ব। আমাক মাৰি পেলাব।"

"কিন্তু এনেকৈ ভিতৰত সোমাই থকাটো বৰ কষ্টকৰ।"

"তথাপিও সহ্য কৰিব লাগিব। তুমি যি লক্ষ্য লৈ এই তিব্বতলৈ আহিছা, সেই লক্ষ্য পোৱাৰ আগতেই তোমাৰ মৃত্যু হোৱাটো তুমি বিচাৰানেকি ?

"কিন্তু মোক সিহঁতে কি কাৰণে মাৰিব, মই তো একো দোষ কৰা নাই।"

"দেখাত একো দোষ কৰা নাই ঠিকেই। কিন্তু পাহৰি নেযাবা তুমি বিদেশী ভাৰতীয় আৰু তোমাৰ সন্মুখতেই চাৰঙৰ মৃত্যু হৈছিল।"

"কিন্তু মইতো চাৰঙক মৰা নাই। মাৰিছে বাঘে।"

"সেইবোৰ কথা এই তিব্বত দেশত নেখাটে। তোমাক শত্ৰু বুলি এবাৰ ভাবি ললে যেতিয়া গাৰ্‌পনৰ সেনাই তোমাক এৰি নিদিয়ে।"

বিজয় উভতি আহি শিল এছটাৰ ওপৰত বহিল। চেংবাও নিশ্চিন্ত হ'ল। বিজয়লৈ চাই হাঁহিলে আৰু সৰু সৰু চকু দুটা পিৰিক্ পাৰাক কৰি আকৌ ক'লে– "তোমাক শাস্তি দিবলৈ আজি

আকৌ নতুন দোষ এটা হ'ল ।"

"কি ?"

"তিব্বতী চাৰণ্ডৰ ঘৈণীয়েকক তুমি ফুচুলাই পলুৱাই নিছা ।"

এইবাৰ বিজয় খণ্ডত চিঞৰি উঠিল– "কি কলা ? মই তোমাক পলুৱাই আনিছোঁ ? কি কথা কৈছা তুমি ?"

"ভগৱান তথাগতৰ শপত, উত্তেজিত নহ'বা । কিন্তু শুনা, তুমি আৰু মই, আমি দুয়োহে জানো আমাৰ গাত অলপো দোষ নাই । কিন্তু নিষ্ঠুৰ আৰু বদমাচ গাৰ্পন আৰু তেওঁৰ মানুহবোৰেতো নেজানে । তোমাক শাস্তি দিবলৈকে সিহঁতে এইটো বদনাম তৈয়াৰ কৰিব । মাৰি নেপেলালেও তোমাক সিহঁতে বন্দী কৰিব । বন্দীশালত সিহঁতে বৰ নিষ্ঠুৰ শাস্তি দিয়ে বুলি শুনিছোঁ ।"

তিব্বতৰ পাহাৰৰ মাজত সোমাই থকা এই ভূটীয়া ছোৱালীজনীৰ প্ৰতি বিজয়ৰ এটা ভুল ধাৰণা আছিল । সময়বোৰ পাৰ হৈ গৈ থকাৰ লগে লগে বিজয়ৰ চেংবাওৰ প্ৰতি থকা ধাৰণা সলনি হবলৈ ধৰিলে । এই জগতৰ বাহ্যিক দিশটোৰ বহুতো জটিল কথা তাই বুজি পায় আৰু সেইবোৰৰ প্ৰতি তাইৰ সজাগতা বেচ প্ৰখৰ । তাইৰ প্ৰতি এটা শ্ৰদ্ধাৰ ভাৱ বিজয়ৰ জাগি উঠিবলৈ ধৰিলে । এইবাৰ বিজয়ে সুধিলে– "মোক বন্দী কৰি থব বুলি বুজিলোঁ । কিন্তু তোমাক ? তোমাকো নিশ্চয় সিহঁতে বন্দী কৰি ৰাখিব ।"

এই প্ৰশ্নত তাই এটা ক্ষীণ হুমুনিয়াহ কাঢ়িলে ।

"শুনা বন্ধু ! মোকো বন্দী কৰিব সঁচা কথা । কিন্তু তোমাৰ আৰু মোৰ মাজত বহুত পাৰ্থক্য আছে । ইয়াৰ পৰা দুদিনৰ বাট যোৱাৰ পিচত লাচাৰ ওচৰত দুটা পাহাৰৰ মাজত এটা উপত্যকা আছে । তাত এটা ৰাজপ্ৰাসাদ আছে । কোৱা শুনিছোঁ, সেই ঘৰটো খুব ডাঙৰ আৰু বহুত কোঠালী আছে । সেই কোঠাবোৰত হেনো আমাৰ নিচিনা বহুতো ছোৱালী আছে । তাত গাৰ্পনৰ নিচিনা ডাঙৰ ডাঙৰ ৰাজ-বিষয়াবোৰে মাজে মাজে গৈ থাকেগৈ । সেই বিষয়াবোৰে তালৈ কিয় যায় আৰু তাত কি কৰে সেই কথা বোধকৰো তোমাক বুজাই নকলেও হ'ব । এবাৰ এজনী ছোৱালী তাত সোমোৱাৰ পিচত তাৰ পৰা ওলাই অহা কাৰো সাধ্য নাই । কঠোৰ পহৰাৰ ব্যৱস্থা আছে । যেতিয়া তাই সকলো ফালৰ পৰা

অক্ষম হৈ পৰে, তাইক হেনো চীন-সীমান্তৰ পিনে এৰি দিয়েগৈ।"

একান্তমনে চেংবাওৰ কথাবোৰ শুনি থকা বিজয়ৰ মুখখন বিস্ময়ৰ ভাৱেৰে ভৰি পৰিল। বৌদ্ধ ধৰ্মাৱলম্বী দেশতো এনে ধৰণৰ ব্যভিচাৰ ঘটে, বিজয়ে ভাবিব পৰা নাছিল। নিজকে মনে মনে প্ৰশ্ন কৰিলে, পুৰুষৰ ভিতৰত থকা আদিম প্ৰবৃত্তি, লম্পটামী আৰু ব্যাভিচাৰৰ ওপৰত ধৰ্মৰ কোনো প্ৰভাৱ বা স্থান নাই নেকি? প্ৰতিটো ধৰ্মতে থকা নীতি বচন, সজ আচৰণৰ ব্যাখ্যা, নাৰীৰ প্ৰতি সন্মান প্ৰদৰ্শন, পুৰুষৰ শৌৰ্য্য-বীৰ্য্যৰ স্বৰূপ আদি মানৱীয় গুণ আৰু প্ৰমূল্যসমূহ পুৰুষৰ লালসাৰ ওচৰত সম্পূৰ্ণ অসহায় হৈ পৰে কিয়? যুগ যুগ ধৰি একেটা কথাই চলি আহিছে। উচ্চ শিখৰত উঠা একো একোটা সভ্যতাৰ ওপৰত পুৰুষৰ আদিম প্ৰবৃত্তি আৰু লালসাই কালিমা পেলোৱাৰ কাহিনী ইতিহাসৰ পাতত বহুতো আছে। পৰাক্ৰমী পুৰুষৰ আগত এজনী নাৰী যেনেদৰে নিঃসহায়, একো একোখন সমাজত থকা ধৰ্মও তেনেদৰে দুৰ্বল। তেনেহলে ধৰ্মৰ ভূমিকা কি? লম্পট পুৰুষে ধৰ্মলৈ ভয় নকৰাৰ কাৰণ কি? তেনেহলে সমাজত থকা ধৰ্ম কৃত্ৰিম আৱৰণহে নেকি? ধৰ্ম কেৱল মন্দিৰ, মঠ, মচ্জিদ, গীৰ্জাত থকাহে বস্তু নেকি?

মৌন হৈ পৰা বিজয়লৈ আচৰিত হৈ চাই থাকি তাই সুধিলে- "কি ভাবিছা? মোৰ কথাবোৰ মিছা বুলি ভাবিছানেকি?"

"নাই ভবা। ভাবিছোঁ, মই বাৰু গধূলি হোৱাৰ পিচত অন্ধকাৰত জঙ্গল আৰু পাহাৰ বগাই পলাই যাম। কিন্তু তুমি? চেংবাও, তুমি কি কৰিবা? ক'লৈ যাবা?..."

এনেকুৱা এটা প্ৰশ্ন বিজয়ৰ মুখৰ পৰা শুনিব বুলি চেংবাওৱে ভবা নাছিল। তাই আচৰিত হৈ বিজয়লৈ চালে।

"কি সুধিছা তুমি? মোক অকলশৰে এই গুহাটোত এৰি তুমি গুচি যাবা বুলি ভাবিছানেকি? তোমাৰ মনৰ ভিতৰত কি আছে মোক খোলাকৈ কোৱা।"

নিজৰ প্ৰশ্নত বিজয় নিজেও থত্মত্ খাই গৈছিল। চেংবাওৰ প্ৰশ্নত তেওঁ মৌন হৈ পৰিল। ক্ষন্তেক সময় ভাবি ধীৰ স্থিৰ ভাৱেৰে তেওঁ ক'লে- "চোৱা চেংবাও, তোমাক অকলশৰীয়াকৈ এৰি যোৱাৰ কথা মই সমূলি ভবা নাই। তোমাৰ কোনোবা আত্মীয় বা আপোন

মানুহ আছে নেকি য'লৈ তুমি যাব পাৰা ? তেনেকুৱা কোনোবা আছে যদি কোৱা, তাত তোমাক থৈ যাব লাগে যদি থৈ যাম। ইমানবিলাক বিপদৰ মাজত তোমাক মই কেতিয়াও নিৰাশ্ৰয় আৰু অকলশৰীয়া অৱস্থাত এৰি নাযাওঁ।"

এইবাৰ তাই আশ্বস্ত হ'ল।

"ওঁ, সেই কাৰণেই তো আচৰিত হৈছিলোঁ। তোমালোক ভাৰতীয় মানুহবোৰ ইমান নিষ্ঠুৰ নহয়। তদুপৰি তোমাক কালিৰে পৰা দেখি আৰু তোমাৰ লগত থাকি মই অলপ হ'লেও বুজিব পাৰিছোঁ যে তুমি বেলেগ ধৰণৰ মানুহ।"

তাইৰ সৰল কথাবোৰত বিজয়ৰ মুখত হাঁহি বিৰিঙি গ'ল।

"কেনেকুৱা মানুহ ? বেলেগ মানে কি অৰ্থ কৰিছা ?"

"মই বুজাই দিব নাজানো। তুমি এজন মতা মানুহ ঠিকেই। কিন্তু তোমাক দেখিলে আমাৰ চেৰা মঠত থকা বুঢ়া বৌদ্ধ গুৰুজনৰ নিচিনা লাগে। তেওঁ এবাৰ চেৰ্ চক, মন্‌টচে, বাৰখা, টক্‌চেন— এই ঠাইবোৰলৈ আহিছিল। তেতিয়া আমি তেওঁক দেখিছিলোঁ। গহীন-গম্ভীৰ, খুব জ্ঞানী মানুহ বুলি সকলোৱে কৈছিল। বেছি কথা নকয়। কিবা ভাবি থাকে। তুমিও তেনেকুৱা। মাত্ৰ তেওঁ বুঢ়া মানুহ, তথাগতৰ শিষ্য, মঠত থাকে আৰু তুমি ডেকা আৰু কিবা এটা বিচাৰি তিব্বতৰ পাহাৰ জঙ্ঘলত ঘূৰি ফুৰিছা।"

যথেষ্ট বুদ্ধিমতী ছোৱালী চেংবাও। তাইৰ সহজ-সৰল কথাবোৰত বিজয়ৰ বৰ ভাল লাগি গ'ল। এজনী পাহাৰী অশিক্ষিত আৰু অপৰিচিত ছোৱালীয়ে যে বিজয়ৰ চৰিত্ৰ বিশ্লেষণ কৰিবলৈ প্ৰয়াস কৰিছে এইটো আচৰিত কথা যদিও ইয়াত আনন্দৰ কণিকাও আছে।

"চোৱা চেংবাও, মই এটা দুৰূহ আৰু বিপদজনক কামত তিব্বতলৈ আহিছোঁ। কি কাৰণে এনেদৰে আহিছো তোমাক ক'ব নোৱাৰোঁ। উত্তৰ-পূব পিনে থকা গাৰ্‌লা মান্ধাতা আৰু কৈলাশ পাহাৰৰ আকাশত যি ডাঙৰ তৰাটো উজ্জ্বল হৈ তিৰ্ বিৰ্ কৰি আছে সেইপিনেই মই যাব লাগিব। মোৰ লক্ষ্যস্থল সেয়ে।"

"তুমি তালৈ কেনেকৈ যাবা বন্ধু! শুনিছোঁ বৰ বিপদজনক ঠাই। সেইপিনে বোলে খুব বনৰীয়া ভালুক আছে। এখন ডাঙৰ

পাহাৰ পাৰ হৈ যাব লাগিব। তোমাক কোনে বাট দেখুৱাই লৈ যাব ? তুমি অকলে যাব নোৱাৰিবা। সেয়া বৰ দুৰ্গম ঠাই।"

"দুৰ্গম হ'লেও মই যাবই লাগিব। লগ নহ'লেও অকলশৰে মই যাব লাগিব। সেয়া মোৰ শেষ লক্ষ্য। তাতেই মোৰ ...... ।"

তৎক্ষণাৎ সজাগ হৈ পৰিল বিজয়। কিন্তু বুদ্ধিমতী চেংবাওৱে লগে লগে অতি কৌতূহলেৰে সুধিলে– "কোন, কোন ??"

"আৰু নুসুধিবা চেংবাও। মই ক'ব নোৱাৰিম।"

"ঠিক আছে, নোকোৱা যদি নোসোধো। কিন্তু তুমি মোৰ এটা কথা ৰাখিবা বুলি কথা দিয়া। ৰাখিবই লাগিব। কথা দিয়া।..."

"তোমাৰ পৰা যদি মই অসম্ভৱ অনুৰোধ শুনো, মই কেনেকৈ ৰাখিম ?"

"একো অসম্ভৱ নহয়। তুমি পাৰিবা। কথা দিয়া।"

"ঠিক আছে। পাৰিলে ৰাখিম।"

"পাৰিবা। একো অসাধ্য কথা নহয়। পাৰিবা। কথা দিয়া।"

"ঠিক আছে। ৰাখিম বাৰু। কোৱা।"

"তুমি য'লৈ যোৱা ময়ো যাম। তোমাৰ লগত গাৰ্লা মান্ধাতা পাহাৰলৈ ময়ো যাম।–"

"কিন্তু চেংবাও, তুমি কিয় পাহৰি গৈছা তুমি এজনী ছোৱালী, মাইকী মানুহ। কিমান বিপদ বিঘিনি। মই নিজেই তালৈ যোৱাটো খুব কষ্টকৰ হ'ব। তোমাৰ দায়িত্ব মই কেনেকৈ লম ? তুমি যাব নোৱাৰা। মই তোমাৰ কথা ৰাখিব নোৱাৰিম।"

"মোৰ দায়িত্ব তুমি লব নেলাগে। চিন্তা নকৰিবা। মই তোমাৰ লগত থাকিলে তোমাৰ বহুখিনি লাভহে হ'ব। আজি ৰাতিৰ ভিতৰতে মই এনেকুৱা এটা মানুহ ঠিক কৰি দিব পাৰিম, যি আমাক অতি নিৰ্বিঘ্নে গাৰ্লা মান্ধাতাৰ পিনে লৈ যাব।"

আনন্দত বিজয়ৰ চকু জিলিকি উঠিল।

"সঁচা ? কোন সেইজন ?"

"আছে। মোৰ এজন বিশ্বস্ত মানুহ। মই ক'লেই সি শুনিব।..."

"তেনেহলে তুমি সেই মানুহজনৰ ঘৰতেই থাকিব পাৰিবা। মোৰ লগত ইমান বিপদসঙ্কুল ঠাইলৈ যোৱাৰ কি প্ৰয়োজন ?"

"কিন্তু মই নগ'লে মোৰ সেই মানুহটো নেযাব। গতিকে মই তোমাৰ লগত যাবই লাগিব। আৰু শুনা বন্ধু, তুমি মোক এৰি যাবও নোৱাৰা। এৰি যোৱাৰ সাধ্য নাই।"

"কি কৈছা তুমি ? সাধ্য নাই ? কিয় সাধ্য নাই ?"

"পিচত বুজিবা। এতিয়া একো নুসুধিবা।– "এতিয়া অলপ শুবলৈ চেষ্টা কৰা। ঠিক গধূলি হোৱাৰ লগে লগে আমি ট্ৰক্‌চাম্ নামৰ গাঁওখনলৈ যাম, য'ত সেই মানুহটো থাকে।"

"সেই মানুহটো তোমাৰ কোন ?"

"এতিয়া একো নুসুধিবা। তুমি শোৱা। মইও শুইছোঁ।"

তাই চকু দুটা মুদি নিমাত হৈ গ'ল। বিজয়ে তাইৰ ৰহস্যভৰা কথাবোৰৰ বিষয়ে ভাবিবলৈ ধৰিলে। সহজ আৰু সৰলতাসনা চেংবাওৰ মনতো কিবা এটা ৰহস্য সোমাই আছে। কি সেই ৰহস্য ?

ভাবি থাকোতে বিজয়ৰো চকুকিটা টোপনিত জাপ খাই আহিল।

আবেলি পাৰ হৈ যোৱাৰ পিচতেই ৰান্ধনী ৰ'দ এচেৰেঙা আহি গুহাটোৰ মুখখন আকৌ এবাৰ উজ্জ্বল কৰি দিলে। কিছু সময়ৰ আগতে গুহাটোৰ এটা মূৰে চেংবাও শিল এটাত মূৰটো থৈ লালকাল টোপনি গৈছিল। আন এটা শিলৰ কাষত বহি বহি এইকেইদিনতে হৈ যোৱা উপৰ্য্যুপৰি ঘটনাৱলীৰ বিষয়ে বিজয়ে আকাশ পাতাল ভাবি থাকোতে তেওঁৰো টোপনি আহি গৈছিল। যিমানেই কঠোৰ পৰিশ্ৰমী আৰু বল্‌বান ডেকা নহওঁক, কেইবাদিনৰ নিদ্ৰাহীনতা বিশেষকৈ যোৱা ৰাতি অভাৱনীয় দুৰ্য্যোগৰ পিচত এতিয়া গুহাটোৰ ভিতৰত ক্ষন্তেক সময় নিস্তব্ধতাৰ শূন্যতাই বিজয়ৰ চকুত টোপনিয়ে বাৰে বাৰে আমনি দিলে। এই গুহাটোত লুকাই থকা অৱস্থাত দিনটো সজাগ আৰু সতৰ্ক হৈ থাকিব বুলি ভাবি থকা স্বত্তেও কোন মুহূৰ্ত্তত আৰু কোন সুৰুঙাইদি চোৰ অহাদি হাতত সাৰে ভৰিত সাৰে টোপনি আহি বিজয়ৰ চেতনাৰ ওপৰত তন্দ্ৰাৰ এখন পাতল ওৰণি পেলাই দিলে, তেওঁ গম ধৰিব নোৱাৰিলে। বিজয়ৰ নিচিনা

শক্তিবান, সাহসী ডেকাও নিদ্ৰাদেৱীৰ ওচৰত বশ হ'বলৈ বাধ্য হ'ল। নিদ্ৰাই বোধকৰো পৃথিৱীৰ এটা অমোঘ শক্তি যি সৰু-বৰ, সৎ-অসৎ ভাল-বেয়া, শান্ত-দুৰ্দ্ধৰ্ষ, নিৰীহ-অত্যাচাৰী, নিশকতীয়া, শক্তিশালী সকলোকে পৰাস্ত কৰিব পাৰে। সকলোৱে নিদ্ৰাদেৱীৰ মৰমৰ কোলাত আশ্ৰয় লয়। সকলোৰে প্ৰতি সম-দৃষ্টি দিয়া নিদ্ৰাই কেৱল আশ্ৰয়েই নিদিয়ে আৰু লগত তেওঁ দিয়ে সজীৱতা, প্ৰেৰণা আৰু নতুন শক্তি। নিদ্ৰাদেৱীয়ে বিজয়ক কোলাত তুলি লোৱাৰ পিচত তেওঁ চেনেহ-দৃষ্টিৰে টোপনিত লালকাল দিয়া বিজয়ৰ মুখখন চাই মনে মনে ভাবি কৈছিল— কিছু সময় জিৰণি লোৱা বাছা, তোমাৰ কৰিবলগীয়া এতিয়াও বহুখিনি বাকী। তুমি যাক বিচাৰি আহিছা, তেওঁৰ ওচৰ চপা বৰ সহজ-সাধ্য নহয়। বাটত বিপদ-বিঘিনি অলেখ। হয়তো কেইবাদিনো তুমি মোৰ কাষ চাপিবলৈ সময় নেপাবা। গতিকে যিমানখিনি পাৰা শুই লোৱা। সূৰ্য্যটো পশ্চিম আকাশত থকা পাহাৰৰ সিপাৰে বুৰ নোযোৱালৈকে মই তোমাৰ কাষতেই থাকিম। তুমি নিশ্চিন্ত থাকা বিজয়।

বেলিৰ শেষ ৰশ্মি তিব্বতৰ পশ্চিম আকাশৰ পাহাৰৰ মাজত বিলীন হৈ যাবলৈ ধৰিলে। চেংবাও তেতিয়াও শুই আছে। বেচেৰীয়ে বহুত দিন শোৱা নাছিল। আজিৰ নিচিনা ইমান নিশ্চিন্ত হৈ তাই টোপনি যাব পৰা নাছিল। কিন্তু বিজয়ৰ তেতিয়া টোপনি ভাঙিছিল। গুহাটো খুব লাহে লাহে এন্ধাৰ হৈ আহিছিল। তেওঁ বহি চেংবাওলৈ চালে। ওচৰতে থকা চুঙাটোৰ পৰা পানী খালে। ভাবিলে, তাই শুইছে, শোৱক। অলপ পিচত নিজেই সাৰ পাব।

তেনেতে এটা শব্দত বিজয় সচকিত হৈ পৰিল। গুহাটোৰ মুখত থকা জোপোহাটোৰ পৰা এটা অস্ফুট গোজৰণি। এবাৰ বা দুবাৰ নহয়, কেইবাবাৰো শুনা গ'ল! এই গোজৰণি যে বাঘৰ তাত কোনো সন্দেহ নাই। গুহাটোত বাঘটো সোমাব খুজিছে বুলি বিজয়ৰ মনত আতঙ্কৰ ভাৱ আহিল। সোমালে সৰ্বনাশ কাণ্ড ঘটি যাব। চেংবাও এতিয়াও একো ক'ব নোৱাৰা হৈ শুই আছে। বাঘটো সোমায়েই পোনেই নিদ্ৰামগ্না চেংবাওৰ ওপৰত আক্ৰমণ কৰিব পাৰে। গোজৰণি শুনি বিজয়ে ঋি বুজিলে এইটো সৰু বাঘ হ'ব নোৱাৰে। লগে লগে কালি ৰাতি দুৱাৰ মুখৰ পৰাই চাৰওক

আজুৰি লৈ যাওঁতে ছাটকৈ দেখা মস্ত হিংস্ৰ বাঘটোৰ ছবিখন মনলৈ অহাৰ লগে লগে ভয়ত বিজয়ৰ শৰীৰ কঁপিবলৈ ধৰিলে। কিন্তু সাহসী বিজয়ৰ তেতিয়া মন সজাগ হৈ পৰিছে আৰু চেংবাওৰ ওচৰলৈ গৈ তাইৰ গাটো জোকাৰি 'চেংবাও', 'চেংবাও' বুলি চিঞৰিবলৈ ধৰিলে। তাইক বেছি সময় জগোৱাৰ প্ৰয়োজন নহ'ল। বিজয়ৰ আৰ্তচিঞৰত তাই তৎক্ষণাৎ বহি বিজয়ৰ হাতখনত ধৰি কি হ'ল বুলি উত্ৰাৱল হৈ সুধিলে।

ঠিক তেনে সময়তে আকৌ বাঘৰ কৰ্কশ গোজৰণি ভাঁহি আহিল। আতঙ্কত তাইৰ গাৰ নোম ডাল ডাল হৈ পৰিল আৰু কঁপিবলৈ ধৰিলে। ইতিমধ্যে বিজয়ে হাতত অস্ত্ৰ লৈ গুহাৰ মুখত থিয় হৈ বাঘে সোমাবলৈ চেষ্টা কৰিলে প্ৰতিৰোধ কৰিবৰ কাৰণে সাজু হৈছিল। তেতিয়া গুহাত পূৰ্ণ অন্ধকাৰ বিৰাজ কৰিছে। মাত্ৰ গুহাৰ মুখত বাহিৰৰ সামান্য পোহৰ প্ৰৱেশ কৰিছে। চেংবাও আতঙ্কগ্ৰস্ত হৈ বিজয়ৰ ওচৰলৈ আহি তেওঁৰ বাহুটো খামোচ মাৰি ধৰি থাকিল। তাই কঁপি আছিল।

প্ৰায় ফুচফুচাই কোৱাৰ দৰে বিজয়ে ক'লে– 'চুপ। একো কথা নক'বা। ভয় নকৰিবা'। বাঘে ইয়াত সোমাবলৈ চেষ্টা কৰিলে মইও বাধা দিম।"

আকৌ এবাৰ বাঘে গুজৰিলে। এইবাৰ গাৰ কাষতেই যেন লাগিল। চেংবাও কঁপি কঁপি বিজয়ৰ হাতখনত ধৰি থাকিল।

কিন্তু কিবা এটা অজ্ঞাত কাৰণত বিজয়ৰ মনত সৃষ্টি হোৱা আতঙ্ক অন্তৰ্হিত হ'বলৈ ধৰিলে। এই গোজৰণিত যেন ক্ৰুদ্ধ শক্তিশালী বন্য জন্তুৰ হিংস্ৰতাৰ চিন নাই। কালি ৰাতি চাৰওক আক্ৰমণ কৰা বাঘটোৰ যি প্ৰতিশোধ আৰু আক্ৰোশ পূৰণ কৰা গোজৰণিৰ স্বৰ শুনা গৈছিল, আজি সম্পূৰ্ণ সুকীয়া। বাঘে গুজৰিছে ঠিকেই, কিন্তু ইয়াত যেন নিৰ্ভয়তা আছে। অৱশ্যে এইবোৰ সম্পূৰ্ণ অনুমানৰ কথা। বন্য হিংস্ৰ জন্তুক কোনেও বিশ্বাস নকৰে। কিন্তু বাঘটোৰ উদ্দেশ্য কি ?

তেনেতে আকৌ বাঘে জোৰেৰে গোজৰিলে। ইতিমধ্যে চেংবাওৰো গাৰ কঁপনি কমিবলৈ ধৰিছিল। তাই ফুচফুচাই ক'লে– "এনেকুৱা গোজৰণি আমাৰ এই অঞ্চলত আমি আগতে শুনা নাই। এইটো ডাঙৰ বাঘ হ'ব।--- আৰু এইটো কালিৰ সেই চাৰওক মৰা

বাঘটোৱেই কিজানি । আজি আমাক... ।"

তাই আৰু কথা ক'ব নোৱাৰিলে। ভয়ত তাইৰ কণ্ঠৰুদ্ধ হোৱাৰ দৰে হৈছে।

কিন্তু আচৰিত কথা। গুহাৰ বাহিৰৰ জোপোহাটোৰ মাজত গুজৰি থকা বুলি অনুমান কৰা বাঘটো গুহাটোৰ ভিতৰলৈ সোমাবলৈ অকণো চেষ্টা নকৰিলে। সোমোৱাৰ লক্ষণো দেখা নগ'ল। মাত্ৰ আকৌ এবাৰ গোজৰণি শুনা গ'ল- যেন সি অধৈৰ্য্য হৈ পৰিছে। এনে এটা অৱস্থাত বিজয়ৰ মনলৈ লাহে লাহে সাহস ঘূৰি আহিল। ধাৰণা হ'ল, বাঘটোৱে যেন তেওঁলোকক আক্ৰমণ কৰিবলৈ গুহাৰ বাহিৰত খাপ্ দি থকা নাই। চেংবাওৰ শৰীৰৰ পৰাও অলপ আগলৈকে থকা কঁপনি নাইকিয়া হৈছে। বৰং তাইৰ মুখৰ পৰা ফুচ্ ফুচ্কৈ ওলোৱা কথাবোৰতো ভয়ৰ চিন নাইকিয়া হৈ পৰিছে। কিন্তু দুয়োৰে মনৰ ওপৰত ৰহস্যৰ ছাঁ ঘনীভূত হ'বলৈ ধৰিলে। যদি আক্ৰমণ কৰাৰ উদ্দেশ্যই নাই বাঘটোৰ প্ৰকৃত উদ্দেশ্য কি ?

বাঘটোৱে আকৌ এবাৰ গুজৰি উঠিল। এই গোজৰণিত কিন্তু অকণো আতঙ্ক সৃষ্টি কৰা চিঞৰ নাই। বিজয় আৰু চেংবাওক বাহিৰলৈ ওলাই আহিবলৈহে যেন কৈছে। কিবা এটা অজ্ঞাত শক্তিয়ে দুয়োৰে অন্তৰৰ পৰা ভীতি বিহ্বলতা দূৰ কৰি দিলে আৰু দুয়োৰে মনোবল বৃদ্ধি কৰিলে। বিজয়ে তৎক্ষণাৎ পিঠিত বেগটো বান্ধি ললে। এখন হাতত লাঠিডাল আৰু ইখন হাতত টৰ্চটো। তেনে দৰে চেংবাওৰ হাততো এটা সৰু টোপোলা আৰু পানীৰ চুঙাটো আৰু ইখন হাতত এডাল লাঠি। ভগৱানৰ নাম লৈ দুয়ো গুহাটোৰ বাহিৰলৈ ওলাল। আগে আগে বিজয় আৰু তেওঁৰ বাহু এটাত ধৰি পিছে পিছে চেংবাও। বাহিৰত তেতিয়া অস্পষ্ট অন্ধকাৰ। পশ্চিমৰ পাহাৰৰ পিনে এতিয়াও এটা ক্ষীণ পোহৰ। দিনটোৰ পৰা বিদায় লবলৈ যেন ৰৈ আছে, এতিয়াই সমগ্ৰ পৃথিৱী সম্পূৰ্ণৰূপে অন্ধকাৰ হৈ যাব।

ক'তো সাৰি শব্দ এটা নাই। ওচৰৰ গাঁৱৰ কোনোবা মানুহৰ ঘৰৰ পৰা দুই এটা কুকুৰৰ শব্দ ভাঁহি আহিছে। বেছ কিছু দূৰৰ পৰা 'ইয়াক'ৰ হেম্বেলনিও শুনা গৈছে। ওচৰত মানুহ থকাৰ কিন্তু কোনো চিন নাই। ভাবিছিল, বাহিৰলৈ ওলাই আহি আনক নেদেখিলেও বাঘটোক দেখা পাব। কিন্তু বিজয়হঁতে বাঘটোৰ অস্তিত্বও ক'তো অনুভৱ নকৰিলে। বাঘটোৱে ইমান সময় গুজৰি থাকি এতিয়া হঠাৎ ক'ত নাইকিয়া হৈ গ'ল ? কি উদ্দেশ্যে লৈ ই বিজয়হঁতক গুহাৰ ভিতৰৰ পৰা উলিয়াই আনিলে ? বেয়া উদ্দেশ্য থকা হ'লে ইমান সময় ই বিজয়হঁতৰ ওপৰত আক্ৰমণ চলালেহেঁতেন। এইমাত্ৰ গোজৰণি শুনা বাঘটো ইমান নিমাত নিস্তব্ধ হৈ ক'ত লুকাই আছে, নে ক'ৰবালৈ গুচি গ'ল ?

এনেকৈ ভাৱৰ দোমোজাত পৰি থাকোতেই হঠাৎ জোপোহাটোৰ কাষত থকা গছ এজোপাৰ কাষৰ বননিখিনি খৰ্‌খৰাই উঠাত দুয়ো সেইফালে চকখাই চাই দেখে এটা মস্ত চাৰিঠেঙীয়াৰ ছাঁ লাহে লাহে

বিজয়হঁতৰ পিনে আহিছে। আহি বিজয়হঁতলৈ চাই এবাৰ অস্পষ্ট ভাৱে গুজৰি আকৌ ঘূৰি পাহাৰৰ পৰা নামি যোৱা বাটটোৱেদি নামি যাবলৈ ধৰিলে। কেইখোজমান গৈয়ে পিছলৈ চালে। তেতিয়া বিজয়ৰ বুজিবলৈ বাকী নেথাকিল যে বাঘটোৱে তেওঁলোকক অনুসৰণ কৰিবলৈহে ইঙ্গিত দিছে। দুয়ো এইবাৰ এটা নতুন বল আৰু উদ্যম ঘূৰাই পালে। কিন্তু এবাৰো মনলৈ প্ৰশ্ন নাহিল, বাঘটো ক'ৰ ? ক'ৰ পৰা আহিছে ? বাট দেখুৱাই ক'লৈ লৈ যাবলৈ ওলাইছে ?

কোনো ধৰণৰ বিপদ-বিঘিনি বা অপায়-অমঙ্গল নোহোৱাকৈ গাঁওখন পাৰ হোৱাৰ পিচত আন এখন হাবিৰ মাজেদি যোৱা লুংলুঙীয়া বাটেৰে দুয়ো যাবলৈ ধৰিলে। এই অন্ধকাৰৰ মাজেদি গছ-লতাৰ মাজেৰে যাওঁতে চেংবাওৰ অকণো অসুবিধা হোৱা নাছিল। তাই পাহাৰী ছোৱালী। হাবিয়ে-বননিয়ে ঘূৰি ফুৰা তাই সৰু কালৰে পৰা অভ্যাস। বৰং বিজয়হে মাজে মাজে উজুটি খাই পৰি যাব খুজিছিল। বিজয় পৰি যাব খোজাত চেংবাওৱে তাইৰ নাৰী সুলভ উচ্পিচনিত চিঞৰ মাৰি উঠিব খুজিছিল। কিন্তু বিজয়ে তাইক কঠোৰভাৱে সতৰ্ক কৰি দিয়াত তাই একেবাৰে মাতবোল নকৰাকৈ বিজয়ৰ পিছে পিছে গৈ থাকিল। এতিয়াও বিপদ অঞ্চল পাৰ হ'ব পৰা নাই। সম্মুখৰ পাহাৰটো পাৰ হোৱাৰ পিচত সিখন গাঁৱত ভৰি দিব পাৰিলেহে সিহঁত কিছুপৰিমাণে বিপদমুক্ত হ'ব পাৰিব। এয়া অটব্য অৰণ্য যদিও নিষ্ঠুৰ গাৰ্পনৰ চোৰাংচোৱাই ক'ত চোপ্ লৈ আছে কোনে জানে। কেনেবাকৈ ধৰা পৰিবলগীয়া হ'লে দুয়োৰে দশা কি হ'ব ভাবিব নোৱাৰি। দুয়োৰে সাহস আৰু ভগৱানৰ ওপৰত অটল বিশ্বাস, এয়ে তেওঁলোকৰ সমল। সেই সাহস আৰু ভগৱানৰ প্ৰতি বিশ্বাস এই দুয়োটাই যেন তেওঁলোকে সেইটো সময়ত বাঘটোৰ গাত প্ৰতিফলিত হোৱা দেখিবলৈ পালে। এতিয়া আন্ধাৰত গছ-গছনি আৰু সম্মুখত গৈ থকা বাঘটো মনিব পৰা হৈ আহিছে। বাঘটো ক্ষীপ্ৰ গতিত গৈ থকা নাই। মন্থৰ খোজেৰেই গৈ আছে। গতিকে তাক অনুসৰণ কৰিব লগীয়া অৱস্থাৰ মাজতো বিজয়হঁত বৰ খৰকৈ খোজ কাঢ়িবলগীয়া হোৱা নাছিল। এই বিপদসঙ্কুল গতিপথত মাজে মাজে অৱশ্যে বাঘটো কেতিয়াবা নেদেখা হৈ পৰিছিল। বহুত সময়লৈকে বাঘৰ উপস্থিতি অনুভৱ কৰিব পৰা

নগৈছিল, তেতিয়া চেংবাওৱে বৰ ব্যাকুল হৈ সন্ত্ৰস্ত দৃষ্টিৰে বিজয়লৈ চাইছিল। কিন্তু বিজয় অকণো বিচলিত হোৱা নাছিল। কাৰণ ইতিমধ্যে বিজয়ৰ মনটো স্থিত হৈ পৰিছে। কিবা এটা অজ্ঞাত কাৰণত বিজয়ৰ মনটো উজ্জীৱিত হৈ পৰিছে; অনুভৱ কৰিবলৈ ধৰিছে যে ই সাধাৰণ বাঘ নহয়। ই নিশ্চয় ভগৱান প্ৰেৰিতই হ'ব।

লগে লগে হঠাৎ তানপুৰাৰ তাঁৰৰ প্ৰথম স্পৰ্শতেই জন্জনাই যোৱাৰ দৰে বিজয়ৰ শৰীৰৰ তন্ত্ৰীত তুমুলভাৱে কঁপনি উঠি গ'ল। ইমান সময় এই ভাব তেওঁৰ মনলৈ কিয় অহা নাছিল ? এটা যুগৰ আগৰ কথা তেওঁৰ মনলৈ অহা নাছিল কিয় ? মহাশ্বেতাক বিচাৰি তেওঁ দুৰ্গম পাহাৰ-পৰ্বত, অটব্য জয়াল হাবি অতিক্ৰম কৰি আহিছে; অথচ ভাৰত মহাসাগৰত সুদূৰ দক্ষিণত পুষ্পকনগৰীত মহাশ্বেতাৰ ৰক্ষক আজ্ঞাবাহী সেই বাঘটোৰ কথা কিয় পাহৰি গৈছিল ? এটা চঞ্চল পুলকতাই বিজয়ৰ খোজ স্তব্ধ কৰি দিলে। বিস্মৰণৰ কি করুণ পৰিহাস ! নিজৰ ওপৰতে ধিক্কাৰ জন্মিল।

হঠাৎ ৰৈ যোৱাত চেংবাওৱে আচৰিত হৈ বিজয়লৈ চালে আৰু সুধিলে– "কি হ'ল ??"

সম্বিত ঘূৰাই পাই বিজয়ে ক'লে– "একো হোৱা নাই। কিবা এটা কথা মনত পৰিছিল।"

–"কি কথা ?"

–"এতিয়া ক'ব নোৱাৰি। পিচত কম।... পানী খাওঁ। খুব পিয়াহ লাগিছে। পিয়াহ লাগিছে যদি তুমিও খোৱা।..."

বিজয়ে টৰ্চটো মাৰি হাতৰ ঘড়ীটো চালে। তেতিয়া চাৰে বাৰ পাৰ হৈ গৈছে।

চেংবাওৱে আকৌ সুধিলে– "তোমাৰ বাৰু ভোক লাগিছে নেকি ? মোৰ কিন্তু ভোক লাগিছে।"

বিজয়ে ক'লে– "এতিয়া কিছুসময় ধৈৰ্য্য কৰা। এই হাবিখন পাৰ হোৱাৰ পিচত ভাল ঠাই পালে তাতে জিৰাই খাম। এতিয়াও বোধকৰো আমি বিপদ পাৰ হোৱা নাই। বাঘটো নিশ্চয় ক'ৰবাত ৰ'ব। তেতিয়া আমিও ৰম।"

আকৌ খোজ দিলে দুয়ো। বেচেৰী চেংবাও। এজনী

ছোৱালী হৈও তাই পুৰুষৰ সমানেই বিপদ-বিঘিনি মূৰ পাতি লৈছে। এটা মৰমসনা চাৱনিৰে বিজয়ে তাইলৈ চালে।

হঠাৎ সম্মুখৰ পিনে চাই দেখে বাঘটো নাই। আকৌ দুয়োৰে খোজ ক্ষীপ্ৰ হ'ল আৰু লৰালৰিকৈ আগবাঢ়ি যাবলৈ ধৰিলে। কিন্তু বাঘটোক দেখা নেপালে। এনেদৰে বেছ কিছুসময় পাৰ হৈ গ'ল। কিন্তু বাঘৰ কোনো চিন-চাব নাই। চেংবাওৰ মুখখনত আকৌ ভয়-বিহ্বলতা ফুটি উঠিল। বিজয়ে ভয় নকৰিবলৈ সকীয়াই দি আগবাঢ়ি যাবলৈ ধৰিলে।

ঠিক তেনে সময়তেই বাঘৰ তীব্ৰ হুঙ্কাৰ আৰু কিছুমান মানুহৰ আৰ্তনাদ ধ্বনিয়ে ৰাতিৰ গহীন পৰিবেশ ভাঙি থানবান কৰি দিলে। বাঘৰ ভয়াবহ হুঙ্কাৰ আৰু গোজৰণিত তাৰ কাৰোবাৰ ওপৰত খং আৰু ৰোষ যেন উজাৰ খাই উঠিছে। ইপিনে ভয় আৰু আতঙ্কত চিঞৰা মানুহৰ আৰ্তনাদে গোটেই হাবিত তীব্ৰ ভীতিৰ সঞ্চাৰ কৰিছে।

এনে আকস্মিক ভয় লগা পৰিবেশত বৈ দিয়াৰ বাহিৰে অন্য উপায় নাই। সম্মুখৰ অন্ধকাৰত কি ঘটিছে অকো জনাৰ স্বাধ্য নাই। চেংবাওৱে কঁপিবলৈ ধৰিছে। বিজয়ে হাতখনত ধৰি পৰি যোৱাৰ পৰা তাইক ৰক্ষা কৰিলে। প্ৰচণ্ড সাহসী মনৰ বিজয়ৰ অন্তৰখনো কৌতূহলেৰে ভৰি পৰিছে। কঁপি কঁপি চেংবাওৱে ভগৱানৰ নাম স্মৰণ কৰিবলৈ ধৰিছে।

মানুহৰ মাত শুনি আশঙ্কাত বিজয় আৰু চেংবাওৰ অন্তৰাত্মা শুকাই গৈছিল। যি নিষ্ঠুৰ গাৰ্পনৰ চোৰাংচোৱাৰ ভয়ত তেওঁলোকে প্ৰাণৰ তাড়নাত ৰাতি অটব্য হাবিৰ মাজেদি পলাই আহিছে অৱশেষত চোৰাংচোৱাৰ শেষ চকুৰ পৰা তেওঁলোক সাৰিব নোৱাৰিলে বুলি ধৰি ললে। কিন্তু মানুহবোৰৰ চিঞৰবোৰ ভয়ত চিঞৰা আৰ্তনাদহে আছিল। এই চিঞৰত দুয়োৰে মনত এটা শিহৰণ বৈ গ'ল। কাণ থিয় কৰি বিজয় বৈ দিলে। চেংবাও ভয়ত কঁপিবলৈ ধৰিলে আৰু একেবাৰে বিজয়ৰ বুকুৰ কাষলৈ আহি তেওঁৰ বাহুটোত ধৰিলে। ক'ৰ মানুহ! কিহৰ কাৰণে মানুহবোৰে আৰ্তনাদ কৰি উঠিল? যিমান তৎক্ষণাৎ হুলস্থুলটো হৈছিল, তেনেকৈ অতি কম সময়ৰ ভিতৰতে মানুহৰ আতঙ্কজনিত চিঞৰ আৰু আৰ্তনাদো নাইকিয়া হৈ

গ'ল। এই ৰহস্য প্ৰথমতে বিজয়ে ধৰিব পৰা নাছিল। তেওঁৰ মনটোও কিবা এটা আশঙ্কাত ধৰফৰাই উঠিছিল। চেংবাওৱে নিশ্চয় ইমানবোৰ কথা ভাবিব পৰা নাছিল। সিহঁত যে এতিয়া ধৰা পৰিব আৰু তাৰ পিচত চৰম নিৰ্য্যাতনৰ সন্মুখীন হ'ব, এই আতঙ্কত তাই থৰ্‌থৰ্‌কৈ কঁপিবলৈ ধৰিছে।

বিজয়ে তাইক সান্ত্বনা দি ক'লে "চেংবাও, বোধকৰো ভয় কৰিবলগীয়া একো কাৰণ নাই। শুনিছানে নাই, মানুহবোৰৰ কোনো সাৰি শব্দ নাই। সিহঁত বোধকৰো পলাইছে।"

চেংবাওৱে মনত সাহস পালে। কিন্তু পুনৰ খোজ দিয়াৰ আগতে বিজয়ে কাণখন উনাই বিপদ আঁতৰি গ'ল নে নাই তাৰ উমান ললে। ঠিক তেনে সময়তেই সন্মুখৰ পিনে অদূৰৰ পৰা বাঘৰ গোজৰণি ভাঁহি আহিল। এই গোজৰণি শুনি বিজয়ৰ মন সম্পূৰ্ণ ভয় মুক্ত হৈ পৰিল।

"ব'লা, চেংবাও। এতিয়া কোনো ভয় নাই। শুনিছানে নাই বাঘটোৰ মাত ?" বিজয়ে চেংবাওক আশ্বাস দি ক'লে।

"ব'লা মোৰ বিদেশী বন্ধু। বাঘৰ মাত শুনিছোঁ। কিন্তু এই বাঘটোৰ ৰহস্য কি মই ভাবি ভাবি একো উলিয়াব পৰা নাই। তুমি কিবা বুজিব পাৰিছা নে ?"

বিজয়ৰ অৰ্দ্ধচেতন মনতো ইতিমধ্যে বাঘটোৱে যথেষ্ট প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে। বাৰে বাৰে তেওঁৰ মনটো উভতি যাব খুজিছে বাৰ বছৰৰ আগৰ ঘটনালৈ। যি ঘটনাই বিজয়ৰ ত্ৰিছ বছৰীয়া জীৱনত এটা ডাঙৰ পৰিৱৰ্তনৰ সূচনা কৰিছিল। এই কথাবোৰ পাহৰি যোৱা কথা নহয়। পাহৰি যাব নোৱাৰে কাৰণেই পাহাৰ-পৰ্বত, অৰণ্য, বন্য হিংস্ৰ জন্তু, বৰফ, তুষাৰপাত এই শত সহস্ৰ বিপদ-বিঘিনি মূৰ পাতি লৈ তিব্বতৰ এই বিপদ সঙ্কুল পথেদি লক্ষ্যস্থল বিচাৰি বিচাৰি বিজয় আহিবলৈ বাধ্য হৈছে। বাৰ বছৰৰ আগৰ সেই লোমহৰ্ষক ঘটনাৱলীৰ লগত অহৰহভাৱে জড়িত হৈ থকা সেই বাঘটোৰ কথাও বিজয়ে পাহৰিব কেনেকৈ ? সেই অনিৰ্বাণ অগ্নি-কুণ্ডলীৰ কাষত মহাকালৰ ওচৰত পৰাজয় স্বীকাৰ কৰি মহাশ্বেতা মাটিত বিলীন হৈ যোৱাৰ পিচত সেই বাঘটো যেনে দৰে মাটিখিনি আৰু ওচৰৰ সু-উচ্চ পাহাৰটোলৈ চাই গুমৰি কান্দিছিল, সেই দৃশ্য

এতিয়াও বিজয়ৰ মনত সজীৱ হৈ আছে। চেংবাওহঁতৰ গাঁৱত হঠাতে আবিৰ্ভাৱ হোৱা, চেংবাওৰ গিৰীয়েক চাৰঙক মাৰি পেলোৱা আৰু প্ৰতি পদে পদে এতিয়ালৈকে বিজয়ক ৰক্ষা কৰি অহা এই বাঘটোৰ লগত বাৰ বছৰৰ আগৰ পুষ্পকনগৰীৰ সেই বাঘটোৰ কিবা সম্পৰ্ক আছে নে নাই সেই কথা বিজয়ে উলিয়াব নোৱাৰে যদিও সম্মুখত বিজয়হঁতক বাট দেখুৱাই লৈ যোৱা বাঘটো যে শত্ৰু নহয় সেই বিষয়ে বিজয়ৰ কোনো সন্দেহ নাই। এই বাঘটোৰ লগত মহাশ্বেতাৰ কিবা এটা সম্পৰ্ক থাকিব পাৰে বুলিও তেওঁ মনে মনে ভাবিবলৈ বাধ্য হৈছে। হাবি-বননি পাৰ হৈ গৈ থকাৰ লগে লগে পথ প্ৰদৰ্শক হিচাপে সম্মুখত গৈ থকা বাঘটোৰ উপস্থিতিয়ে বিজয়ৰ মনৰ আশা আৰু উৎসাহ বঢ়াবলৈ ধৰিলে।

কিন্তু চেংবাওক লৈ এটা অতিৰিক্ত সমস্যাৰ সৃষ্টি হৈছে। বিজয়ৰ লগত এই গাভৰু ছোৱালীজনীও পলাই আহিছে। পলাই নহা হ'লে তাইৰ ভীষণ বিপদ হ'লহেঁতেন। গাৰপনৰ চোৰাংচোৱাৰ হাতত ধৰা পৰিলহেঁতেন আৰু নিষ্ঠুৰ গাৰ্পনৰ লালসাৰ বহ্নিত তাই নিজকে সমৰ্পন কৰিবলৈ বাধ্য হ'লহেঁতেন। লাছাৰ ওচৰৰ দুই পাহাৰৰ মাজৰ উপত্যকাত বোলে গাৰ্পনৰ অৱসৰ বিনোদনৰ কাৰণে এটা বিলাস ভৱন আছে আৰু সেই গৃহত বোলে বহুতো গাভৰু ছোৱালীক গাৰ্পনে বন্দী কৰি ৰাখিছে। এই কথাবোৰ চেংবাওৰ মুখৰ পৰাই এৰাধৰাকৈ বিজয়ে শুনিছে। এনে এটা পৰিস্থিতিত বিজয়ে আশ্ৰিতা চেংবাওক গাৰ্পনৰ লালসাৰ সামগ্ৰী হ'বলৈ কেতিয়াও এৰি আহিব নোৱাৰে। জীৱনটো বিপন্ন কৰি হ'লেও চেংবাওক বিজয়ে ৰক্ষা কৰিলেহেঁতেন। অৱশ্যে এতিয়ালৈকে গাৰ্পনৰ চৰৰ চোৰাংদৃষ্টিৰ পৰা ৰক্ষা পাই আহিছে। কিন্তু গাৰ্পনৰ কোপ দৃষ্টিৰ পৰা সাৰি উঠাৰ পিচত কি হ'ব ? বিজয়ৰ লগে লগে চেংবাওৱো একেলগে যোৱাৰ প্ৰশ্ন নুঠে। কোনে জানে, সম্মুখৰ দিনবোৰত এতিয়াতকৈ বেছি বিপদে কিজানি থাপ পিটি ৰৈ আছে। বিপদ যেনিবা নায়েই, সম্মুখৰ পথ যেনিবা মসৃণ আৰু বিপদশূন্য, তেতিয়াও কি যুক্তিত চেংবাওক বিজয়ে লগত লৈ যাব ? তাই কোনখিনি ঠাইলৈকে যাব বা ক'লৈ যাব– এতিয়ালৈকে চেংবাওৱে কোৱা নাই। মাতৃভূমি ভূটানৰ থিংপুলৈকে তাই যাবগৈ নেকি ? সেই কথাও তো তাই

এতিয়ালৈকে কোৱা নাই। অৱশ্যে ক'বলৈ সময়ো পোৱা নাই।

–লাহে লাহে ৰাতিৰ অন্ধকাৰ দূৰ হ'বলৈ ধৰিলে, অৰণ্যৰ ভয়াবহতাও শেষ হ'ল। দুয়োৰে বৰ ভোক লাগিছিল। হাবিখন পাৰ হৈ যোৱাৰ পিচত তেওঁলোকে এখন সমতল ভূমি পালেহি। সমতল ঠাইখিনি বহুত দূৰলৈকে চলিছে। ভালেখিনি নিলগতহে পাহাৰ আছে। গোটেই ৰাতিটো ক'তো নোৰোৱাকৈ খোজ কাঢ়ি অহাৰ ভাগৰে দুয়োকে বেছ দুৰ্বল কৰি পেলাইছে। ৰাতিটোত মাত্ৰ এবাৰহে এটা দুৰ্যোগ আৰু আতঙ্কৰ সম্মুখীন হৈছিল। তাৰ বাহিৰে আন ধৰণৰ বিপদ একো হোৱা নাছিল। তথাপি অৰণ্যৰ পথ আছিল দুৰ্গম।

এজোপা ডাঙৰ গছৰ তলত ঘাঁহনি দেখা পাই তাতেই দুয়ো ৰ'ল। বিজয়ে পিঠিৰ বেগটো নমাই মাটিত থলে। চেংবাওৱেও হাতত থকা টোপোলা আৰু পানীৰ চুঙাটো থৈ এটা স্বস্তিৰ নিশ্বাস পেলালে। বিজয়ে চাৰিওফালে এবাৰ চালে। কিন্তু দুই এডাল গছৰ বাহিৰে আন একো নেদেখিলে। বাঘটো আছেনেকি বুলি বহুত দূৰলৈকে চাইছিল। কিন্তু ৰাতিপুৱাৰ লগে লগে বাঘৰো অস্তিত্ব নাইকিয়া হৈ গ'ল। অন্ধকাৰৰ লগে লগে যেন বাঘটোও অন্তৰ্হিত হৈছে। দিনৰ পোহৰক যেন বাঘটোৱে সহ্য কৰিব নোৱাৰে। সূৰ্য্য পশ্চিম আকাশত মাৰ যোৱাৰ পিছতহে বাঘৰ আগমন ঘটে।

তেতিয়ালৈ চেংবাওৱে তাইৰ টোপোলাৰ পৰা পাতত বান্ধি অনা খোৱা বস্তু চাম্‌পা আৰু কাঠৰ গিলাচত পানী বাকি এভাগ বিজয়ক দিলে। অন্যমনস্কভাৱে বিজয়ে দূৰলৈ চাই থকা দেখি ক'লে– "বিদেশী বন্ধু। কি চাইছা তুমি ? আমি গাৰ্‌পনৰ এলেকা পাৰ হ'লোঁ। এয়া খোৱা।"

বিজয়ে চাম্‌পা আৰু পানীখিনি লৈ খাবলৈ আৰম্ভ কৰিলে। ভোকে-পিয়াহে জৰ্জ্জৰিত শৰীৰ। খুব ভাগৰ লাগিছে। চেংবাওৱেও খাইছে। ছোৱালী মানুহৰ শৰীৰ। তাইৰ নিশ্চয় বেছি ভাগৰ লাগিছে। পৰহিৰ পৰা তাইৰ শৰীৰ আৰু মনৰ ওপৰত কম কষ্টৰ হেঁচা পৰা নাই। পাহাৰৰ ছোৱালী কাৰণেহে ইমানখিনি সহ্য কৰিব পাৰিছে। সহজ সৰল বেচেৰী চেংবাওলৈ বিজয়ৰ বৰ বেয়া

লাগিল।

জলপান আৰু পানী খাই শৰীৰ আৰু মন সতেজ হোৱাৰ পিচত বিজয়ে চেংবাওক সুধিলে, "চেংবাও। দুৰ্যোগৰ এটা নিশাৰ অন্ত পৰিল। এতিয়া ভয় নাই বুলি তুমি কৈছা। গাৰ্পনে এতিয়া অন্ততঃ আমাক ঢুকি নেপায়, নহয় জানো ?"

তাই পৰম নিশ্চিন্ত হৈ এটা ম্লান হাঁহিৰে ক'লে "ঠিকেই, এতিয়া ভয় নাই।"

ক্ষন্তেক ৰৈ বিজয়ে ক'লে "সেই কাৰণে মই কথা এটা ক'ব খুজিছোঁ চেংবাও। আমি দুয়ো তো এনেকৈ একেলগে থাকিব নোৱাৰোঁ। মোৰ কথা সম্পূৰ্ণ বেলেগ। তুমি ক'লৈ যাবা ? তোমাক ক'ৰবাত থৈ আহিব লাগিব নেকি ? থৈ আহিবলগীয়া হ'লেও মোৰ কাৰণে বাট পথ সম্পূৰ্ণ অচিনাকি। তুমি যদি বাট চিনি পোৱা তেন্তে কোনো কথা নাই।"

বিজয়ৰ মুখৰ পৰা এই প্ৰশ্ন শুনি চেংবাওৰ মুখখন ক'লা পৰি গ'ল। তাইৰ মনৰ ভিতৰত কি আছে এতিয়ালৈকে জনাৰ কোনো উপায় নাই। বিজয়ৰ প্ৰশ্ন শুনি প্ৰথমতে তাই কোনো উত্তৰ দিব পৰা নাছিল। ক্ষন্তেক পিছত উত্তৰ দিলে– "বিদেশী বন্ধু। তুমি কিয় মোক তোমাৰ ওচৰৰ পৰা খেদিব খুজিছা ? মোৰ কাৰণে তোমাৰ খুব কষ্ট হৈছে নেকি ?"

চেংবাওৰ কথা শুনি বিজয় আচৰিত হ'ল "চোৱা চেংবাও ! তুমি অবুজন নহ'বা। ইয়াত খেদাৰ কথাও নাই। তোমাৰ কাৰণে মই কষ্ট পাইছোঁ বুলিও কোৱা নাই। কিন্তু তুমি চিন্তা কৰি চোৱা, মোৰ ৰাস্তা সম্পূৰ্ণ বেলেগ। তুমি মোৰ লগত এনেকৈ যোৱাটো একেবাৰে অসম্ভৱ কথা। মই তোমাৰ সম্পূৰ্ণ অচিনাকি। বিদেশী মানুহ। কি যুক্তিত তুমি মোৰ লগত যাবা ? তোমাৰো বিপদ আৰু মোৰো বিপদ হ'ব। তুমি তোমাৰ মা-দেউতাৰ ঘৰ থিংপুৰ গাঁৱলৈ যদি যাব খোজা কোৱা।"

চেংবাওৰ মুখখন গহীন হৈ পৰিল। কিছু সময় মৌন হৈ থাকি অৱশেষত ক'লে "ঠিক আছে, তোমাৰ লগত মই নাযাওঁ। মা-দেউতাৰ ঘৰ থিংপুলৈও নাযাওঁ।"

"তেনেহলে কি কৰিবা ?"

"সেইটো তোমাৰ দায়িত্ব নহয়। মোৰ মতাৰ ঘৰ মই এৰি আহিছোঁ এজন বিদেশী মানুহৰ লগত। গাৰ্‌পন আৰু সমাজৰ চকুত মই ইতিমধ্যে বদনামী হৈ গলোঁ। এতিয়া আৰু বেছি বদনামলৈ মই কি ভয় কৰিম ? মোৰ নিচিনা সাধাৰণ পাহাৰী ভূটীয়া ছোৱালীৰ প্ৰতি তোমাৰ নিচিনা এজন বিদেশী মানুহৰ কিহৰ মৰম, কিহৰ দৰদ থাকিব ?"

চেংবাওৰ অভিমান সম্পূৰ্ণৰূপে প্ৰকাশ পাই উঠিল। চকু দুটা ঢুলঢুলীয়া হ'ল।

বৰ বিপদত পৰিল বিজয়। কি ক'ব একো কথা বিচাৰি নেপালে। চেংবাওৰ মূৰত হাতখন থৈ বিজয়ে ক'লে– "চেংবাও, তই কিয় বুজা নাই ? তোক মই এনেকৈ হাবি-জংঘলৰ মাজত এৰি দিব নোৱাৰোঁ। তোক মই মোৰ লগতো লৈ যাব নোৱাৰোঁ। মই যলৈ যাবলৈ ওলাইছোঁ, সেই পথ কেনে মই এতিয়ালৈকে নেজানো। বাট কিমান দুৰ্গম আৰু কেনেকুৱা বিপদ-বিঘিনি আছে সেই বিষয়েও মোৰ কোনো ধাৰণা নাই। তেনে অৱস্থাত তোক মই কেনেকৈ লৈ যাওঁ ?"

তেতিয়া চেংবাওৱে ক'লে– "শুনা, গাৰ্‌লা মান্ধাতা পাহাৰৰ কাষত কৈলা গিৰিশৃঙ্গলৈ যোৱা পথ অতি বিপদজনক বুলি মই তিব্বতী মানুহৰ মুখত বহুবাৰ শুনিছোঁ। তাতে তোমাক মইও অকলে যাবলৈ নিদিওঁ। তুমি অকলে সেই পথত কেতিয়াও যাব নোৱাৰিবা। মৰিলে দুয়ো একেলগে মৰিম।"

বিজয় বৰ আচৰিত হ'ল।

"তই এইবোৰ কি কথা কৈছ চেংবাও ? মোৰ লক্ষ্য সম্পূৰ্ণ বেলেগ। কাৰো আগত ক'ব নোৱাৰোঁ। তই মোৰ কাৰণে কিয় জীৱন দিবি ? মই হৈছোঁ এটা বিদেশী মানুহ। তোৰ লগত দুদিনৰ চিনাকি।"

"হ'ব পাৰে দুদিনৰ চিনাকি, কিন্তু তুমি মোৰ বিপদৰ বন্ধু। মোৰ মতা চাৰঙে যি কাম কৰিব নোৱাৰিলেহেঁতেন, সেই কাম তুমি কৰিছা। চাৰঙে মোক গাৰ্‌পনক দি দিলেহেঁতেন। কিন্তু তুমি মোক ৰক্ষা কৰি পলুৱাই আনিছা। গতিকে মোৰো তোমাৰ প্ৰতি কৰ্তব্য আছে। তোমাৰ বিপদত মইও যাব লাগিব। মোক তুমি নেৰিবা

বন্ধু।”

এই বুলি তাই কান্দিবলৈ ধৰিলে।

বিজয়ে এইবাৰ একো নেমাতিলে। তাইক এতিয়া বুজাই একো লাভ নাই।

সমতলখিনি পাৰ হোৱাৰ পিচত এটা সৰু টিলা। এইটো পাৰ হ'লেই গাঁও পোৱাৰ সম্ভাৱনা আছে বুলি বিজয়ে ভাবিলে। কাৰণ দূৰণিৰ পৰা মানুহৰ মাত অস্পষ্টভাৱে ভাঁহি আহিছিল। টিলাটো পাৰ হোৱাৰ পিছতেই নিশ্চয় মানুহৰ বসতিস্থল থাকিব।

বেলিটো তেতিয়াও আকাশৰ সোঁমাজ পোৱাহি নাই। পূব আকাশৰ পাহাৰৰ কিছু ওপৰত থকা বেলিটোৰ কিৰণে গোটেই টিলাটোত এটা অপূৰ্ব সৌন্দৰ্য্যৰ সৃষ্টি কৰিছে। নিজম টিলাটোত চৰাই-চিৰিকটিৰ শব্দৰ বাহিৰে অন্য শব্দ নাই। গছ-গছনিৰ বাহিৰেও কিছুমান অচিনাকি আৰু ধুনীয়া ৰঙা আৰু হালধীয়া ফুলে গোটেই পাহাৰটোতে এটা শান্ত শীতল মাদকতাৰ ৰহন চৰাইছে। টিলাটোৰ নামনিতে এটা ক্ষীণ জুৰি। তাৰ পানী বৰ ঠাণ্ডা আৰু শীতল। বিজয় আৰু চেংবাওৱে আঁজলি ভৰাই হেঁপাহ পলুৱাই পানী খাই দেহ-মন জুৰ পেলালে।

কিন্তু টিলাটো পাৰ হোৱাৰ পিচত গাঁৱৰ যি ছবি দেখিবলৈ পাব বুলি ভাবিছিল, কিন্তু গাঁও নেদেখিলে। তেওঁলোকৰ মন আনন্দত ভৰি গ'ল, যেতিয়া দেখিলে পাহাৰৰ নামনিৰ এটা সমতল অঞ্চলত বহুত মানুহৰ সমাগম হৈছে। কৌতূহল ৰাখিব নোৱাৰি ওচৰলৈ গৈ জানিব পাৰিলে যে সেয়া তিব্বতৰ অন্যতম এটা ডাঙৰ গৰম পানীৰ উঁহ।

এই অঞ্চলটোৰ নাম কিইৰং। যিখিনি ঠাইত বৃহৎ গৰমপানীৰ উঁহটো আছে সেইটো অঞ্চল বাঁহ গছেৰে ভৰপূৰ। সৰু সৰু অজস্ৰ বাঁহ গছ। প্ৰকৃতিৰ এনে ৰহস্যৰ চমক বিজয়ে আগতে কেতিয়াও দেখা নাছিল : মাটিৰ পৰা ভক্‌ভক্‌কৈ উতলাপানী ওলাই আহিছে আৰু সেই পানী কৃত্ৰিম উপায়েৰে কাষত থকা এটা ডাঙৰ জলাশয়লৈ বৈ গৈছে।

গৰমপানীৰ এই জলাশয়ত প্ৰায় আঠি সত্তৰ মান মতা-মাইকী মানুহে মনৰ আনন্দত গা ধুইছে। এই জলাশয়ত মতা-মাইকী,

ল'ৰা-ছোৱালীয়ে গাৰ কাপোৰ-কানি খুলি থৈ অকণো দ্বিধাবোধ নকৰাকৈ যেনেদৰে মুকলিমূৰীয়াকৈ গা ধুইছে সেই দৃশ্যত সেইটো মুহূৰ্তত বিজয়ে এটা নিৰ্দোষ আনন্দৰ বাহিৰে অশ্লীলতাৰ কোনো ৰূপ দেখিবলৈ নেপালে। অন্য জীৱ-জন্তুৰ দৰে মানুহো যে প্ৰকৃতিৰেই সন্তান বিজয়ে প্ৰথম অনুভৱ কৰিলে।

চেংবাও কেতিয়া গৈ একেবাৰে জলাশয়টোৰ ওচৰ চাপিলগৈ বিজয়ে একেবাৰে মন কৰা নাছিল। তাইৰ চকুৱে মুখে গভীৰ কৌতূহল আৰু আগ্ৰহ। যিখিনি ঠাইত মাইকী মানুহৰ আৰু ছোৱালীবোৰ থিয় হৈ গা ধুবলৈ বৈ আছিল চেংবাও সেই ঠাই পালেগৈ। মানুহ আৰু প্ৰকৃতিৰ এই অপূৰ্ব মিলনৰ দৃশ্য চাই বিভোৰ হৈ থাকোঁতে বিজয়ৰ চেংবাওৰ কথা মনলৈ অহা নাছিল। হঠাৎ তাইক বিচাৰোতে তাইক দেখিলে আৰু দেখিলে সম্পূৰ্ণ নিৰাবৰণ ৰূপত হাঁহি হাঁহি গৰমপানীত মনৰ হেঁপাহ পলুৱাই গা ধুই আছে। বিজয়ৰ দৃষ্টিত এইটো এটা আচৰিত দৃশ্য। বিজয়কো তাই দেখিলে। কিন্তু লাজ কৰাটো দূৰৈৰে কথা, পুণ্য অৰ্জনৰ এনে অভাৱনীয় সুযোগ লাভ কৰি তাই বৰং গৌৰৱহে অনুভৱ কৰিছে। শৰীৰৰ ৰোগ দূৰ কৰাৰ লগতে অন্তৰৰ কলুষতা আৰু পাপ বোধ এই গৰমপানীৰ উঁহে যেন চিৰদিনৰ কাৰণে নাইকিয়া কৰি মানৱ জীৱনৰ সাৰ্থকতা আনি দিব। গা ধুবলৈ সুযোগ পোৱা মতাবোৰ কিমান পুণ্যৱান, মাইকীবোৰ কিমান পুণ্যৱতী। গা নোধোৱাকৈ এই উঁহৰ পৰা যিবোৰ মানুহ আঁতৰি যায়, সেই মানুহবোৰ পাপী বুলি ইয়াৰ মানুহে বিশ্বাস কৰে।

গৰমপানীৰ পৰা ওলাই অহা চেংবাওৰ নিটোল আৰু পৱিত্ৰ দেহ। লৰালৰিকৈ পাৰলৈ উঠি অদূৰত মুগ্ধ আনন্দত চাই থকা বিজয়ক চিঞৰি নিৰাবৰণা চেংবাওৱে ক'লে– "বিদেশী বন্ধু। গা ধুই লোৱা। শৰীৰ পৱিত্ৰ হ'ব। মন পৱিত্ৰ হ'ব। তোমাৰ মনৰ কামনা পূৰণ হ'ব। তুমি যি বিচাৰি আহিছা পাবা। এয়া তথাগতৰ মন্ত্ৰপুত আশীৰ্বাদ পানী। দেৰী নকৰিবা বন্ধু, হেলা নকৰিবা।"

বিজয়ে চেংবাওৰ কথা ইমান স্পষ্টভাৱে যোৱা তিনি দিনৰ ভিতৰত এবাৰো শুনা নাছিল। স্পষ্ট আৰু আন্তৰিক মৰম সনা। অনুৰোধ নহয় যেন অতি আপোনজনৰ এটা মৰমৰ আদেশ। বিজয়ে

সকলো জড়তা আৰু লজ্জাবোধ তৎক্ষণাৎ দলিয়াই দি গাৰ সকলো সাজ-পোছাক এটা এটাকৈ খুলি পেলালে। অদূৰৰ পৰা চেংবাওৱে চাই আছিল। পুৰুষ বিজয়ে নাৰী চেংবাওলৈ চালে। দুয়োৰে মুখত এটা অনাবিল হাঁহি বিৰিঙি উঠিল। তাৰপিচত জলাশয়লৈ নামি বিজয়ে ডুবটো দিয়াৰ লগে লগেই অনুভৱ কৰিলে শৰীৰত গহীন গম্ভীৰ উষ্ম প্ৰভাৱ। শৰীৰ আৰু মনৰ ভিতৰত থকা সকলো দ্বিধা, অশান্তি, আশঙ্কা, ভয় আদি যেন নিমিষতে দূৰ হৈ গ'ল। শান্তি! পৰম শান্তি!

ঠিক তেনে সময়তে প্ৰায় কুৰিজন পুৰুষ-মহিলাৰ দল এটা বুদ্ধদেৱৰ [illegible] পাই উঁহটোৰ ওচৰলৈ আহিল। বিজয় গা ধুই থকা অৱস্থাতেই চেংবাওৰ চিঞৰ শুনি উচপ্ খাই উঠি পাৰলৈ চালে। দেখে চেংবাওৱে সেই দলটোক দেখি পৰম আশ্চৰ্য্য প্ৰকাশ কৰি আনন্দত অধীৰ হৈ চিঞৰি উঠিছে– "আমা !!" কাপোৰ পিন্ধি থকা অৱস্থাতেই তাই চিঞৰি লৰ মাৰি গৈ এজনী প্ৰায় বুঢ়ী মানুহক সাৱটি ধৰিলৈগে। দলটোৰ বাকীবোৰ মানুহো অবাক হৈ পৰিছে অভাৱনীয়ভাৱে কিইৰঙত বহুবছৰৰ মূৰত লগ পোৱা চেংবাওক দেখি। বেছি সময় পানীত নেথাকি বিজয়ো এই উল্লাস আৰু হৰ্ষ-আনন্দৰ কাৰণ বিচাৰি লৰালৰিকৈ এখন কাপোৰ গাত মেৰিয়াই দলটোৰ সম্মুখত উপস্থিত হ'লগৈ।

সুদূৰ নামনি থিংপুৰপৰা তিব্বতৰ কীৰঙৰ পৱিত্ৰ গৰমপানীৰ উঁহত গা ধুবলৈ ইমান মানুহ আহিছে বুলি চেংবাওৱেও প্ৰথমতে অনুমান কৰিব পৰা নাছিল। পিচত জানি যিমান আনন্দিত হ'ল তাতোকৈ বেছি উল্লাসিত আৰু উত্তেজিত হৈ পৰিল যেতিয়া দেখিলে দলটোত তাইৰ বুঢ়ীমাক, ভনীয়েক আৰু দদায়েকো আছে। এই অভাৱনীয় যোগাযোগত চেংবাওক লগ পোৱাটো তেওঁলোকৰ কাৰণেও কম আচৰিত ঘটনা নাছিল। বহু বছৰৰ মূৰত দেখা পোৱাৰ লগে লগে অবিশ্বাস আৰু আনন্দ-উল্লাসৰ চিঞৰ মাৰি চেংবাওৱে মাকক সাৱট মাৰি ধৰিলে। বায়েকক সাৱটি ভনীয়েকে কান্দিবলৈ ধৰিলে।

গা ধুই উঠি দূৰৈৰপৰা এই দৃশ্য দেখি বিজয়ো বৰ আচৰিত হৈ পৰিছিল। কি হ'ল চেংবাওৰ? কাৰ লগ পালে তাই?

মাক, ভনীয়েক, দদায়েকহঁতক লগ পাই চেংবাওৱে সকলো কথা

ক'লে। বিজয় কেনেকৈ সিহঁতৰ ঘৰলৈ আহিল, বিজয়ক মাৰিবলৈ চাৰঙে কৰা ষড়যন্ত্ৰৰ কথা ক'লে। চাৰঙক বাঘটোৱে কেনেকৈ বাহুটোত ধৰি বাহিৰলৈ টানি নি নৃশংসভাৱে মাৰিলে, এই কথাখিনি কওঁতে থিংপুৰপৰা অহা গোটেই দলটোৱে বিস্ময়ত চিঞৰি উঠিল। তাৰপিচত চেংবাওহঁত কেনেকৈ বিপদ বিঘিনি অতিক্ৰম কৰি তিৰতৰ নিচুৰ গাৰপন-ৰাজ্যৰ সেই ঠাইখন এৰি আহিল আৰু প্ৰতি পদে পদে বাঘটোৱে যে সিহঁতক বাট দেখুৱাই দেখুৱাই লৈ আনিছে এই কথাবোৰ এফালৰপৰা কৈ যাওঁতে মাক, ভনীয়েক দদায়েকহঁতে অবাক হৈ শুনি যাবলৈ ধৰিলে। কীৰঙৰ এই গৰমপানীৰ উঁহ পোৱাৰ আগলৈকে যে বাঘটো লগে লগে আছিল আৰু এতিয়াও বাঘটো পাহাৰৰ ক'ৰবাত লুকাই আছে বুলি কওঁতে গোটেই দলটোৱে আতঙ্কিত হৈ ভয়ে ভয়ে চাৰিওফালে চালে। এইবোৰ কথা কৈ থাকোতে ইতিমধ্যে বিজয় আহি সিহঁতৰ ওচৰ পালেহি। দলটোৰপৰা লৰালৰিকৈ ওলাই আহি চেংবাওৰ মাক বিজয়ৰ ওচৰলৈ আহি অতি আচৰিত হৈ চাবলৈ ধৰিলে। তাৰ পিচত চুটি-চাপৰ বুঢ়ীয়ে বিজয়ৰ মূৰটো টানি আনি গালে-মুখে হাত ফুৰাই মৰম কৰি বিৰবিৰ্কৈ কিবাকিবি ক'বলৈ ধৰিলে। ভাষা অকণো বুজিব নোৱাৰি যদিও সেয়া বুঢ়ীৰ মৰম আৰু কৃতজ্ঞতাৰ উচ্ছ্বাস বুলি বিজয়ে বুজিব পাৰিলে।

ইয়াৰ মাজতে চেংবাওৱে সানমিহলি ভাষাৰে বিজয়ক বুজাবলৈ চেষ্টা কৰিলে, সুদূৰ থিংপুৰপৰা মাক, ভনীয়েকহঁত কেনেকৈ আহিল। চেংবাওৰ মাকৰ মৰমৰ আতিশয্যত বিজয়ৰ মনটোও চঞ্চল হৈ পৰিল। এনেকুৱা মৰমৰ পৰা আজি বহু বছৰ বিজয় বঞ্চিত। ইমান দিনে মৰম আকলুৱা মনটো ফল্গুধাৰাৰ দৰে ভিতৰত বৈ আছিল। আজি অখ্যাত-অজ্ঞাত বুঢ়ীৰ খহটা হাতৰ মৰমৰ পৰশে সেই সোঁতৰ ভেটা ভাঙি দিলে। এবাৰ বিজয়ৰ দাঢ়িৰে ভোবোকাৰ হোৱা গালখনত বুঢ়ীয়ে যেতিয়া এটা চুমা খাই দিলে, বিজয়ৰ চকুৰে ভিতৰৰ পানীখিনি ধৰি ৰাখিব নোৱাৰিলে।

বিজয়ক এৰি দি বুঢ়ীয়ে চেংবাওক কিবা কিবি ক'লে। বিজয়ে একো বুজি নাপালে। চেংবাওৱে বুঢ়ীৰ কথাখিনি বিজয়ক ক'লে- "আইয়ে কৈছে তুমিও আমাৰ লগত থিংপুলৈ যাব লাগে। তাত কিছুদিন থকাৰ পিচত তোমাক আমাৰ মানুহে ভাৰতবৰ্ষত থৈ আহিব।"

বুঢ়ীৰ আন্তৰিক মৰমত বিজয় অভিভূত নোহোৱাকৈ থাকিব নোৱাৰিলে। হাতৰ টাৱেলখনেৰে চকুৰ পানীখিনি মচি বিজয়ে ক'লে– "মই যে যাব নোৱাৰোঁ তই খুব ভালকৈ জান। মই যি উদ্দেশ্য লৈ তিব্বতলৈ আৰু গাৰ্‌লা মান্ধাতা কৈলাশ পাহাৰলৈ আহিছোঁ সেই কথা তোক মই এতিয়াও কোৱা নাই আৰু কোৱাটো মোৰ পক্ষে সম্ভৱপৰ নহয়। তোৰ মাক বুজাই কৰি চেংবাও, মোৰ লক্ষ্যস্থল নোপোৱালৈকে মই উভতি নাযাওঁ। মই তোৰ ওচৰত কৃতজ্ঞ। তোক সদায় মনত ৰাখিম।–––"

চেংবাওৱে মাকক কথাখিনি ক'লে। কথাখিনি শুনি মাকে দুখ পালে আৰু তললৈ মূৰ কৰি বহুত সময় মৌন হৈ থাকিল। এই সহজ সৰল বুঢ়ী গৰাকীৰ চিন্তাক্লিষ্ট মুখখনত এটা ৰহস্যময় কৌতূহল বিৰিঙি উঠিল।

তেওঁ চেংবাওৰ দদায়েকৰ লগত বিৰ্‌বিৰকৈ আকৌ কিবা ক'লে। দদায়েকে মূৰ দুপিয়াই মাজে মাজে উত্তেজিত স্বৰেৰে উত্তৰ দিলে। অৱশেষত আকৌ মাকে চেংবাওক কিবা কিবি ক'লে।

চেংবাওৱে ক'লে– "বিদেশী বন্ধু! আমাৰ আইয়ে তোমাক নিজৰ ল'ৰা হিচাপে জ্ঞান কৰিছে। তোমাৰ প্ৰতি এটা মৰম সোমাইছে। সেইকাৰণে তোমাক অকলে এৰি দিবলৈ টান পাইছে।"

"তোৰ মাক ক, তেওঁৰ এই মাতৃ মৰমৰ কাৰণে মই চিৰকৃতজ্ঞ হৈ থাকিম। কিন্তু মই যাবই লাগিব। অকলেই যাম বুলি ঘৰৰ পৰা ওলাই আহিছোঁ। গতিকে অকলেই যাম।"

ক্ষন্তেক চিন্তা কৰি চেংবাওৱে ক'লে– "তুমি মোক বিপদৰ সময়ত ৰক্ষা কৰিছা। কোনো অৱস্থাতে বিপদত পৰিবলৈ দিয়া নাই। নিষ্ঠুৰ গাৰ্‌পনৰ হাতত মোক এৰি অহা নাই। মই যদি তোমাৰ লগত যাওঁ––– ।"

চেংবাওৰ কথা শেষ নৌ হওঁতেই বিজয়ে প্ৰৱল আপত্তি জনাই কৈ উঠিল– "তই কি কৈছ এইবোৰ? পাগলী হৈছ নেকি? এইটো একেবাৰে অসম্ভৱ কথা। মই অকলেই যাম। আৰু এতিয়া মই খুব নিশ্চিন্ত হৈছোঁ। তই লগত থাকোতে মোৰ এটা ওপৰুৱা গধুৰ দায়িত্ব আছিল। এতিয়া তই তোৰ মা, দদাইদেউ, ভনীহঁতক লগ পালি। তই এতিয়া আনন্দমনে ঘিংপুলৈ যাগৈ।"

বিজয়ৰ ধীৰ আৰু দৃঢ় কথাখিনিত চেংবাওৱে একো মাতিব নোৱাৰিলে। আকৌ মাক আৰু দদায়েকৰ লগত কথা পাতিলে মাকে কিবা এটা কলে।

চেংবাওৱে ক'লে– "তুমি যেতিয়া অকলেই যোৱাটো বিচাৰিছা তেতিয়া আমি বাধা নিদিওঁ। আমাৰ এই দলটোতো এনেকুৱা এটা ডেকা ল'ৰা নাই, যাক তোমাৰ লগত ইমানদূৰ বিপদ সঙ্কুল ঠাইলৈ পঠাব পাৰোঁ..... ।" তেনেতে মাকে আকৌ কিবা এষাৰ ক'লে।

"আইয়ে কৈছে তুমি যাবাই যেতিয়া তোমাক হকাবধা নকৰে। কিন্তু আজিয়ে যাব নালাগে। এটা ৰাতি আমাৰ লগত কটাই কালিলৈ ৰাতিপুৱাই তুমি যাত্ৰা কৰিবা। ইয়াত সৌ পাহাৰৰ নামনিত বহুতো মানুহ আছে। তাত কিজানি গাব্‌লা মান্ধাতাৰ পিনে যোৱা মানুহ থাকিব পাৰে। দদাইদেৱে কৈছে, তেনেকুৱা কোনোবা মানুহ আছে নেকি আজি চাব। পালে সেই মানুহৰ লগত তুমি যাব পাৰিবা। তেতিয়া তোমাৰ ৰাস্তা ভুল নহ'ব।"

অৱশেষত এটা ৰাতি কীৰঙত কটোৱাটো ঠিক হ'ল। প্ৰকৃততে বিজয়ৰো এটা ফৰকাল ভাৱ আহিছিল, বহুদিনৰ মূৰত আৰু উষ্ম পানীত গা ধোৱাৰ পিচত বিজয়ৰ শৰীৰ আৰু মন বৰ পৰিষ্কাৰ আৰু পৱিত্ৰ লাগিছিল। শৰীৰটো পাতল লাগিছিল আৰু পথৰ ক্লান্তি যেন দূৰ হৈ গৈছিল। পানীখিনিৰ নিশ্চয় কিবা এটা বিশেষ গুণ আছে। শৰীৰ আৰু মনত এটা স্নিগ্ধ শক্তি সঞ্চয় কৰাৰ পিচত ইচ্ছা কৰা হ'লে সহজেই পুনৰ যাত্ৰা আৰম্ভ কৰিব পাৰিলেহেঁতেন। কিন্তু চেংবাও আৰু মাকৰ আন্তৰিকতাৰ বাবে তেওঁ এটা ৰাতি থাকিবলৈ সম্মত হ'ল।

ইতিমধ্যে পাহাৰৰ নামনিৰ সমতল অঞ্চলত আন মানুহবোৰৰ লগতে থিংপুৰ দলটোৱে ৰাতি কটাবৰ বাবে স্থান ঠিক কৰি পেলাইছিল। দলটোৱে লগত ত্ৰিপালৰ নিচিনা আচ্ছাদন আনিছিল। অতি তৎপৰতাৰে ওচৰৰ পৰা বাঁহ আৰু পাত যোগাৰ কৰি কেইবাখনো চালি তৈয়াৰ কৰা হ'ল। তাৰে এখন চালি চেংবাওৰ মাক আৰু ভনীয়েকহঁতৰ কাৰণে বনোৱা হ'ল। তাৰ কাষতে আন এখন চালিত দদায়েক আৰু অন্যান্য মতা মানুহৰ থাকিবৰ কাৰণে সজা হ'ল। তেওঁলোকৰ লগতে বিজয়ো থাকিব। জলত পাৰিবৰ কাৰণে ধানখেৰৰ নিচিনা এবিধ শুকান ঘাঁহ মানুহবিলাকে ক'ৰবাৰ পৰা

আনিলে। থকা-মেলাৰ সুন্দৰ ব্যৱস্থা হৈ গ'ল। চেংবাওইঁতৰ চালিৰ এচুকত ভনীয়েকে একুৰা ডাঙৰ জুই ধৰি ভাত ৰন্ধাৰ ব্যৱস্থা কৰিলে। চেংবাওতকৈ কেইবছৰমান সৰু ভনীয়েকৰ উৎসাহ খুব বেছি। বেছ ৰাংঢালী। বহু বছৰৰ পিচত হঠাৎ বায়েকক পাই তাইৰ উৎসাহ যেন দুগুণে বাঢ়িছে। ইতিমধ্যে দলটোৱে বিজয়ক এজন বিশেষ অতিথি বুলি ধৰি লৈছে। চেংবাওৰ মুখত বিজয়ৰ পৰিচয় আৰু বিজয়ৰ প্ৰতি বাঘটোৰ আচৰণৰ কথা শুনি মানুহবোৰে বিজয়ক এটা বিশেষ শ্ৰদ্ধাৰে চাবলৈ ধৰিলে। মানুহবোৰে ইমান ভাগৰত আহিছে; কিন্তু তেওঁলোকৰ নিজৰ ভাগৰৰ কথা সম্পূৰ্ণ পাহৰি গৈ বিজয়ৰ সুখ স্বাচ্ছন্দ্যৰ প্ৰতিহে বেছিকৈ মন দিবলৈ ধৰিলে। কাৰো শৰীৰ আৰু মনত কোনো ধৰণৰ ক্লান্তি নাই। এয়া নিশ্চয় অজ্ঞাত গুণবিশিষ্ট গৰম পানীত গা ধোৱাৰেই ফল।

বুঢ়ীয়ে কিন্তু আন এটা কামত ব্যস্ত হৈ আছে। সৰু কঠ এখনৰ ওপৰত লগত অনা বগা পাথৰৰ বুদ্ধদেৱৰ মূৰ্তি এটা পাতি মম আৰু ধূপ জ্বলাই তেওঁ চকু দুটা মুদি একান্তমনে প্ৰাৰ্থনা কৰি আছে। বুঢ়ী ধ্যানত গভীৰভাৱে মগ্ন। তাৰ প্ৰমাণ তেওঁ ক'ব নোৱাৰাকৈয়ে চকুৰেদি দুধাৰি পানী শোটোৰা পৰা গাল দুখনেদি বৈ আহিছে। এটা কাষত বিজয়ো বহিছে। চেংবাও বহিছে যদিও মাজে মাজে উঠি গৈ ভনীয়েকৰ ওচৰ পাইছেগৈ আৰু গুণ্‌গুণাই কিবা কিবি কৈছে। বুদ্ধ মূৰ্তিৰ সম্মুখত কৰা প্ৰাৰ্থনাৰ এই পৰিবেশত বিজয়ে বৰ শান্তি অনুভৱ কৰিবলৈ ধৰিলে। বুঢ়ীৰ গভীৰ ধ্যান মগ্নতাৰ মাজত বিজয়ে উপলব্ধি কৰিলে, বুদ্ধদেৱে বোধকৰো এনে এটা পৰিস্থিতিতেই ৰোগ, সন্তাপ, জৰা-ব্যাধি আৰু মৃত্যুৰ কথা একেবাৰে পাহৰি গৈছিল। শান্তি অনুভৱ কৰাৰ লগতে বিজয়ে অনুভৱ কৰিলে পৰম বাঞ্চিতজনক বিচাৰি যোৱাৰ এটা উদগ্ৰ আকাঙ্খা। মমবাতিৰ ক্ষীণ মৃদু পোহৰ আৰু নিজৰাল পৰিবেশত বিজয় তেতিয়া এই পাৰ্থিব জগতৰ পৰা বহুদূৰ আঁতৰি গৈছিল। অপাৰ্থিব জগতৰ মাজত বিচৰণ কৰি ফুৰোতে বিজয়ৰ ভাববোৰ গৈ এটা যুগৰ আগৰ ভাৰতে মহাসাগৰৰ সুদূৰ দক্ষিণৰ পুষ্পকনগৰীত প্ৰৱেশ কৰিছিল আৰু কল্পলোকৰ ভাৱবোৰ ফালি ফালি বিজয় উপস্থিত হৈছিলগৈ সেই অনিৰ্বাণ জ্বলন্ত অগ্নিকুণ্ড আৰু তেওঁ যেন উপলব্ধি কৰিছিল সেই অগ্নিকুণ্ডৰ কাষৰ মাটিখিনিৰ পৰা আকৌ অনিন্দ্যসুন্দৰী, অনন্ত যৌৱনা

তেওঁৰ আবিৰ্ভাৱ ঘটিছে। মহাশ্বেতা কেৱল উপস্থিতিয়েই হোৱা নাই, বিজয়ৰ মূৰটোত ধৰি সম্বোধন কৰিছে, বীৰ্য্যবাহন !

অত্যন্ত পুলকিত হৈ বিজয় আনন্দত চিঞৰি উঠিব খুজি ওপৰলৈ মূৰ তুলি চাওঁতে তেওঁ পৰম আশ্চৰ্য্য অনুভৱ কৰিলে। ক্ষন্তেক আগতে তেওঁ অনুভৱ কৰিছিল মহাশ্বেতাৰ হাতৰ কোমল পৰশ। কিন্তু এতিয়া চকুমেলি ওপৰলৈ চাওঁতে দেখে চেংবাওৰ বুঢ়ী মাকে গভীৰ মমতাৰে বিজয়ৰ মূৰত হাতখন থৈ বিৰ্‌বিৰ্‌কৈ কিবা মন্ত্ৰ উচ্চাৰণ কৰিছে। চেংবাও ক'ৰবাৰ পৰা আহি কাষত থিয় হ'লহি। চেংবাওৰ মুখখনো গম্ভীৰ। তেওঁ ক'লে– "আপোনাৰ বিঘিনিহীন কুশল যাত্ৰা কামনা কৰি আইয়ে ইমান সময় তথাগতৰ ওচৰত প্ৰাৰ্থনা কৰিছিল। আইয়ে আপোনাক আশীৰ্বাদ কৰিছে। তথাগতে আপোনাক পথ দেখুৱাই লৈ যাব। আপোনাৰ কোনো ভয় নাই।"

চেংবাওৰ কথাখিনি শুনি বিজয়ে অভিভূত হ'ল। বুঢ়ীৰ হাতখন ধৰি তাত ওঁঠটো লগাই গম্ভীৰ কৃতজ্ঞতা প্ৰকাশ কৰি মনে মনে ক'লে– বুঢ়ী আই, আশীৰ্বাদ কৰা মই যেন নিৰ্ব্বিঘ্নে আৰু অতি সোনকালে গৈ মোৰ গন্তব্যস্থান পাওঁগৈ। এই খহটা হাতৰ মাজত যে ইমান উষ্ম মৰম লুকাই আছিল মই জনা নাছিলোঁ। মোৰ বিশ্বাস হৈছে, মই নিশ্চয় কৃতকাৰ্য্য হ'ম।"

ঠিক তেনে সময়তে চেংবাওৰ দদায়েকে বাহিৰৰ পৰা এটা আনন্দৰ খবৰ লৈ সোমাই আহি ক'লে– "ভাল খবৰ। এজন বৌদ্ধ সন্ন্যাসী গাৰ্‌লা মান্ধাতালৈ যাব। তেওঁ লাছাৰ পৰা চিকিৎসা শাস্ত্ৰত শিক্ষা লাভ কৰিছে। তেওঁ ইতিমধ্যে বহুত ৰোগী চিকিৎসা কৰি জ্ঞান লাভ কৰিছে আৰু বেছ যশ অৰ্জ্জন কৰিছে। তেওঁক গাৰ্‌লা মান্ধাতালৈ কেইবাজনো বেমাৰী চাবলৈ মাতি পঠিওৱা হৈছে। তেওঁ অতি শীঘ্ৰে তালৈ যাব লাগে। সেইকাৰণে পিছদিনা পুৱাই তেওঁ যাব। চিকিৎসক বৌদ্ধ-সন্ন্যাসীজনে কৈলাশ শৃঙ্গলৈ যোৱা চমু বাটটোও চিনি পায়। কীৰণ্ডলৈকে বিজয়ৰ লগ আছিল চেংবাও। এতিয়া ইয়াৰ পৰা গাৰ্‌লা মান্ধাতালৈ যোৱাৰ পথতো এজন লগ পোৱাত বিজয়ৰ মনটো উৎফুল্ল হৈ পৰিল। আটাইতকৈ বেছি ভাল লগা বিষয়টো হৈছে, এই তিব্বতী লামা আৰু চিকিৎসকজনে কৈলাশলৈ যোৱা চমু পথটো চিনি পায়।

সাধাৰণ খাদ্য যদিও গধূলি চেংবাওহঁতৰ লগত যি আহাৰ

কৰিলে, বিজয়ে আজি বহুতদিন ইমান ভালকৈ খোৱা নাই। ঘৰৰ পৰা অহাৰ আগদিনা দদাইদেউ ৰণবীৰ সিঙৰ সৈতে খোৱা ঘৰুৱা খাদ্যৰ পিচত ইয়াত এয়া অতি সাধাৰণভাৱে ৰন্ধা অথচ খাই ভাল লগা খাদ্য বিজয়ে বৰ তৃপ্তিৰে খালে। চেংবাওৱেও বৰ আনন্দ পালে। বেচেৰা বিজয় বহুতদিনৰ পিচত ইমান ভালকৈ খাইছে, এইটোৱেই তাইৰ আনন্দ। কেৱল চেংবাওৱেই নহয়, মাক আৰু ভনীয়েকেও বৰ ৰং পালে।

চালিখনৰ একেবাৰে একাষত বাকী মানুহবোৰৰ পৰা কিছু নিলগত বিজয়ে বিছনা ঠিক কৰি সোনকালেই শুলে। ৰাতিপুৱা খুব সোনকালে শুই উঠিব লাগিব। বাকীবোৰেও আহাৰ খাই দিনটো ভাগৰৰ পিচত বিছনাত পৰিলগৈ। সিখন চালিত চেংবাওইঁতো শুলেগৈ।

শান্ত আৰু নিৰিবিলি পৰিবেশত বিজয়ৰ বৰ সুন্দৰ টোপনি আহিছিল। আচলতে আজি বহুত দিন বিজয়ৰ ভাল টোপনি হোৱা নাছিল। ঘৰ এৰাৰ পিচৰে পৰা প্ৰতি নিশা কিবা নহয় কিবা এটা বাধাই ভালদৰে শুবলৈ দিয়া নাছিল। ইয়াত গৰম পানীৰ উঁহত গা ধুই এটা পৰিপূৰ্ণ আহাৰ খোৱাৰ পিচত আৰু চেংবাওৰ মাকৰ চেনেহ আৰু মৰমে তেওঁৰ শৰীৰ আৰু মনটো বৰ শান্ত কৰি পেলাইছিল। বিছনাত পৰাৰ লগে লগেই তেওঁৰ টোপনি আহি গ'ল।

হঠাৎ এবাৰ কিবা এটা শব্দত বিজয় সাৰ পাই উঠিল। তেতিয়া সম্ভৱ পিচৰাতি। গাৰ পৰা কাপোৰ আঁতৰি যোৱাত তেওঁ অনুভৱ কৰিলে এটা ঠাণ্ডা বতাহ বাহিৰৰ পৰা আহি আছে। তেওঁ গাত কাপোৰ লৈ আকৌ শুবলৈ চকু দুটা জপালে। কিন্তু তেতিয়াই তেওঁ অনুভৱ কৰিলে, তেওঁৰ মূৰৰ কাষত কোনোবা মানুহৰ নিশ্বাস-প্ৰশ্বাসৰ শব্দ। এটা অজান আতঙ্কত সতৰ্ক হৈ তৎক্ষণাৎ বিজয় বিছনাত বহিল। আন্ধাৰৰ মাজেদিয়ে চাবলৈ চেষ্টা কৰিলে কোন মানুহ তেওঁৰ বিছনাৰ ওচৰত বৈ আছে। কিছুবেলিৰ পিচত চকুৰে মনিব পাৰিলে এটা ছাঁয়ামূৰ্তি। তেওঁৰ মনটো চিৰিংকৈ গ'ল। বিছনাত থকা খুকুৰিখন হাতত তুলি লব খুজিলে।

তেনেতে বিজয়ে অস্ফুট স্বৰত শুনিলে– "বিদেশী বন্ধু! আহা। উঠি আহা। মোৰ পিছে পিছে ব'লা বাহিৰলৈ। আহা।" সেয়া চেংবাও বুলি বিজয়ে বুজি পালে। এনেকুৱা সময়ত এজন পুৰুষৰ

ওচৰলৈ এজনী গাভৰু অহাটো যে কিমান বিপদজনক আৰু ভয়াবহ কথা বিজয়ে লগে লগে বুজি পালে। তেওঁৰ মনটো চিৰিংকৈ কঁপি উঠিল। এটা ডাঙৰ বদনাম যে হ'ব পাৰে তাই আৰু এবাৰো ভবা নাইনে ? আকৌ চেংবাওৱে বিজয়ৰ হাতখনত ধৰি টানি ক'লে– "ব'লা, বাহিৰলৈ ব'লা।"

তাইৰ কথাবোৰ বৰ নিবিড়। কালিলৈকে এটা সম্মানৰ দূৰত্ব বজাই ৰাখিছিল। কিন্তু এতিয়া এই পুৱতি নিশা অন্ধকাৰৰ মাজত তাই নিবিড়তালৈ নামি আহিছে। তাইৰ উদ্দেশ্য কি ? তাই এইদৰে বিজয়ৰ ওঁচৰলৈ ওলাই অহা মাকহঁতে নিশ্চয় নাজানে। এতিয়া মাক, দদায়েকহঁতে গম পালে কিমান মাৰাত্মক কথা হ'ব চেংবাওৱে অলপো উপলব্ধি কৰা নাইনে ? ইমান মূৰ্খ কিয় তাই ?

এটা অস্পষ্ট ছাঁয়ামূৰ্ত্তিৰ পিছে পিছে বিজয় বাহিৰলৈ ওলাই আহিল। বিজয়ৰ গাত কম্বলখন। বাহিৰত বেছ ঠাণ্ডা। কিছুদূৰ যোৱাৰ পিচত পাহাৰৰ নামনি। এছটা ডাঙৰ শিলৰ ওচৰলৈ গৈ তেতিয়াহে চেংবাওৱে আগতকৈ স্পষ্ট ভাষাৰে ক'লে– "বহা বিদেশী !"

অস্বস্তি অনুভৱ কৰি বিজয়ে ক'লে– "তুমি এই ৰাতিখন সকলোবোৰ শুই থকা অৱস্থাত কিয় মোক বাহিৰলৈ লৈ আনিছা ? এইটো অকণো ভাল কথা হোৱা নাই। মানুহে দেখিলে কি ভাবিব ? তোমাৰ বদনাম হ'ব, মোৰ বদনাম হ'ব। তোমাৰ মাৰাই কি ভাবিব ? তুমি খুব বেয়া কাম কৰিছা চেংবাও ?"

চেংবাওৱে বিজয়ৰ কথাত সমূলি গুৰুত্ব নিদিলে। শিলছটাত বিজয় বহাৰ পিচত তেওঁৰ কান্ধত হাত দুখন দি তাই ক'লে– "শুনা বিদেশী বন্ধু ! তুমি আজি ৰাতিপুৱা যাবাগৈ। কৈলাশ শৃঙ্গ গাৰ্‌লা মান্ধাতাত তুমি কি বিচাৰি যাবলৈ ওলাইছা তুমি জানা। তালৈ যোৱাৰ কথা এতিয়ালৈকে তুমি কোৱা নাই। -তোমাক মই এতিয়া বাহিৰলৈ লৈ আনি এটা কথা ক'ব খুজিছোঁ। তোমাক মই অকলে যাবলৈ নিদিওঁ। তোমাৰ লগত মইও যাম।"

বৰ আচৰিত হৈ বিজয়ে চেংবাওলৈ চালে। কি কয় ছোৱালী-জনীয়ে ? মাক, ভনীয়েক আৰু ঘৰৰ মানুহবোৰ পোৱাৰ পিচত, এজনী ছোৱালী হৈ এটা অৰ্দ্ধচিনাকি মানুহৰ লগত এখন বিপদসঙ্কুল আৰু অচিনাকি ঠাইলৈ তাই যাবলৈ উদ্যত হৈছে। মগজুৰ বিকৃতি ঘটিলেহে

মানুহে এনে আচৰিত আৰু অসম্ভৱ কথা মনলৈ আনে। বিজয়ৰ প্ৰতি তাইৰ প্ৰেম জাগি উঠাটো একেবাৰে হাস্যকৰ কথা। এজনী অশিক্ষিত আৰু পাহাৰী ছোৱালীৰ মনৰ ভিতৰত ইমান সহজতে অন্ধ আবেগো আহিব নোৱাৰে।

বিজয়ে ক'লে– "চেংবাও। তই নিজেও জান তই এটা একেবাৰে অসম্ভৱ কথা কৈছ। মই য'লৈ যাবলৈ ওলাইছো সি দুৰ্গম ঠাই বুলি শুনিছোঁ। কি ৰ কাৰণে মই তালৈ যাবলৈ ওলাইছো সেই কথা মই কাকো ক'ব নোৱাৰোঁ। তোক তোৰ মাৰ আৰু দদায়েৰৰ হাতত গতাই দিব পাৰি মই যথেষ্ট শান্তি পাইছো আৰু ভাৰমুক্ত হৈছোঁ। এতিয়া মই সম্পূৰ্ণ মুকলি। তদুপৰি মই এজন লগ পাইছোঁ। ইও মোৰ কাৰণে ডাঙৰ ভাগ্য। তই মোক বাধা নিদিবি। মই তোৰ ওচৰত বহুতো ক্ষেত্ৰত কৃতজ্ঞ। যদি জীয়াই থাকো বা ঘূৰি আহিব পাৰো, তোৰ এই ঋণ মই শুজিম। তই ঘৰত সুখ আৰু শান্তিৰে থাকিবলৈ চেষ্টা কৰগে। যদি তোৰ মানুহবোৰে তোক আকৌ বিয়া দিব খোজে তই নিশ্চয় বিয়া হ'বি। বয়স বেছি হোৱা নাই আৰু তোৰ মনটোও খুব ভাল। তই মোক বাধা নিদিবি-- ।"

কথাৰ মাজতে চেংবাওৱে বিদ্ৰূপৰ সুৰত ক'লে– "বিয়া ??----' তোমাক মই বুজিছোঁ বিদেশী বন্ধু ! কিন্তু কি বুজিছোঁ তোমাক নকওঁ। যদি কোনোবাদিনা তুমি ঘূৰি আহা, তুমি থিংপুলৈ মোৰ ওচৰলৈ আহিবা বুলি কথা দিয়া। তোমাক মই বাধা নিদিওঁ বাৰু। সাৱধানে যাবা বিদেশী বন্ধু ! কোনো মানুহকে সহজতে বিশ্বাস নকৰিবা। তুমি যাৰ লগত যাবা, তেওঁ লামা হলেও তোমাৰ মনৰ কথাবোৰ নক'বা। মনে মনে থকাটোৱেই তিব্বতত নিৰাপদে থকাৰ উপায়।"

চেংবাওৰ মুখত এনে ধৰণৰ গম্ভীৰ আৰু স্পষ্ট কথা বিজয়ে ইয়াৰ আগতে শুনা নাই। এই কথাবোৰে তাইৰ পূৰঠ মনৰ পৰিচয় দিছে। চেংবাওৰ হাতখনত ধৰি আবেগ-বিহ্বল স্বৰেৰে বিজয়ে ক'লে– "তই খুব ভাল ছোৱালী চেংবাও। মোৰ এই ক্ষুদ্ৰ জীৱনত তই এটা ৰৰ মধুৰ অভিজ্ঞতা। যোৱা কেইদিন তই মোক যিমান মৰম, সহজ আৰু উৎসাহ দিছ তাক মই নেপাহৰিম।-- তোক মই কথা দিছোঁ, যদি মই উভতি আহোঁ, নিশ্চয় তোক লগ পাবলৈকে থিংপুলৈ যাম। তোৰ গাঁও বিচাৰি উলিয়াব পাৰিম। ---তোৰ ভাল হ'ব। মই তোক

আশীৰ্বাদ কৰিছোঁ ।'

বিজয়ে তাইৰ মূৰত হাতখন থলে । তাইৰ চকুৰেদি পানী ওলাই আহিছে । উচুপিবলৈ ধৰিলে ।

"নাকান্দিবি চেংবাও । তই কান্দিলে মই বৰ কষ্ট পাম ।"

উচুপনি বন্ধ কৰি তেতিয়া চেংবাওৱে তাইৰ বুকুৰ মাজৰ পৰা এডাল মণি উলিয়াই মণিডালৰ মাজত জিলিকি থকা উজ্জ্বল লকেটটো দেখুৱাই ক'লে– "এইডাল চোৱা বিদেশী বন্ধু । মোৰ আইয়ে তোমাক দিবলৈ দিছে । বহু পুৰুষ ধৰি এইডাল মালা আমাৰ ঘৰত আছে । কেনেকৈ এইডাল আমাৰ পূৰ্ব পুৰুষৰ হাতলৈ আহিল সেইটো নাজানো । কিন্তু আমাৰ সকলোৰে বিশ্বাস, এই মালাডাল তথাগতে পৰম জ্ঞান লাভ কৰাৰ পিচত কিবা কাৰণত স্পৰ্শ কৰিছিল আৰু তেওঁৰ আশীৰ্বাদ এই মালাডালত আছে বুলি আমাৰ সকলোৱে বিশ্বাস কৰে । এইডাল পিন্ধি থাকিলে হেনো কোনো ধৰণৰ বিপদ নহয় । এইডাল লোৱা আৰু পিন্ধা । আইয়ে দিছে ।"

চেংবাওৰ কথাত বিজয় আকৌ বিস্ময়ত অভিভূত হৈ পৰিল ।

"যদি এই ভাল ইমানেই পৱিত্ৰ, মন্ত্ৰপূত আৰু তহঁতৰ বংশৰ সম্পত্তি মোক কেলেই দিছ ? মই নলওঁ । তোৰ মাক ঘূৰাই দিবি । মই তহঁতৰ কোন ? একেবাৰে অচিনাকি । ওঁহো, মই নলওঁ ।"

তাই মালাডাল লব নুখুজিলে । বিজয়ৰ হাতত গুজি দি তাই পিচুৱাই এখুজি দুখুজিকৈ যাব খুজিলে । বিজয়ে তেতিয়া চিঞৰি উঠিল– "চেংবাও ! এনেকুৱা ভুল নকৰিবি । ইমান মহামূল্যৱান মণি মই লব নোৱাৰিম । ই তহঁতৰ বংশৰ সম্পত্তি মন্ত্ৰপূত । তথাগতৰ আশীৰ্বাদত ধন্য । ওহোঁ, এয়া লৈ যা ।"

ঠিক তেনে সময়তে আন এটা ছাঁয়ামূৰ্তি হাতত লাখুটি এডাল লৈ থৰক-বৰককৈ বিজয়হঁতৰ পিনে আহিবলৈ ধৰিলে । আচৰিত হৈ চাই থাকোতে মূৰ্তিটো ওচৰ চাপি অহাত বিজয়ে চিনি পালে সেয়া চেংবাওৰ মাক । বিজয়ৰ মনটো কঁপি উঠিল । নিশ্চয় বুঢ়ীয়ে এতিয়া বিজয়ক কদৰ্থনা কৰিব । বিজয়ৰ বিষয়ে চাগে কিমান বেয়াকৈ ভাবিছে । চেংবাওক ইয়ালৈ বিজয়ে ফুচুলাই অনা বুলিয়ে ভাবিছে নিশ্চয় । এই মণিডালো সম্ভৱ মাকে গম নোপোৱাকৈ চেংবাওৱে মনে মনে আনি বিজয়ক দিছে । অনাহক বদনাম এটাৰ সন্মুখীন হ'বলৈ

বিজয়ৰ অন্তৰখন কঁপিবলৈ ধৰিলে। বুঢ়ীক এতিয়া কি ক'ব? চেংবাওৱেহে এইদৰে বিজয়ক বাহিৰলৈ আনি এই মন্ত্ৰপূত মণিধাৰ দিছে বুলি ক'লে মাকে কিয় বিশ্বাস কৰিব ?

কিন্তু বুঢ়ী থৰক-বৰককৈ আহি উভতি গৈ থকা চেংবাওৰ ওচৰত ৰ'লহি আৰু সামান্য উত্তেজিত স্বৰত কিবা কিবি ক'লে। তাৰপিচত দুয়ো বিজয়ৰ ওচৰলৈ আহিল। চেংবাওৱে বিজয়ৰ হাতৰ পৰা মালাডাল লৈ মাকক দিলে।

এইবাৰ বিজয় অবাক হৈ পৰিল যেতিয়া বুঢ়ীয়ে তেওঁৰ মূৰটো ধৰি তললৈ নমাই কঁপা কঁপা হাতেৰে মণিধাৰ পিন্ধাই দিলে আৰু বিৰ্‌বিৰ্‌কৈ কিবা গাবলৈ ধৰিলে। আশঙ্কা কৰাতকৈ সম্পূৰ্ণ ওলোটা ঘটাত হতবাক হৈ বিজয় বুঢ়ীৰ মুখলৈ চাই থাকিল। মন্ত্ৰপাঠ কৰি থকা বুঢ়ীৰ মুখত এটা অপূৰ্ব আভা ফুটি উঠিছে। তেওঁ তৎক্ষণাৎ ক'ব নোৱাৰাকৈ বুঢ়ীৰ ভৰিত হাতখন দি কপালত লগালে। বয়সৰ আঁচোৰে বুঢ়ীৰ মুখখন শোটোৰা-শোটোৰ কৰি পেলাইছে। কিন্তু সেই মুখখনত এটা কমনীয় শান্ত, শীতল পৱিত্ৰ অভিব্যক্তি ফুটি উঠিছে। মাতৃত্বৰ মমতাৰ সৈতে লগ লাগিছে এটা সমাহিত আত্ম-প্ৰত্যয়।

মাক আৰু জীয়েক দুয়ো লাহে লাহে আঁতৰি গৈ বিজয়ৰ চকুৰ আঁৰ হৈ গ'ল। এই পৱিত্ৰ মাতৃমূৰ্তি আৰু জীয়েক চেংবাওৰ কথা বহুত সময়লৈকে তেওঁ ভাবি থাকিল। ছাট্‌কৈ তেওঁ উপলব্ধি কৰিলে মাকৰ জ্ঞাতসাৰেই চেংবাও বিজয়ৰ ওচৰলৈ আহিছিল। কিন্তু কিহৰ আশাত, কিহৰ আকাঙ্খাত তাই আহিছিল ? কিহৰ কাৰণে মাকৰ সঁহাৰি আছিল ? বিজয়ৰ পৰা কি পাব বুলি আশা কৰিছিল ? তাতোকৈ আচৰিত, বংশ পৰম্পৰা জড়িত মন্ত্ৰপূত এই মূল্যৱান মণিধাৰ কিহৰ কাৰণে বিজয়ক দিলে ? নিজ হাতেৰেই মাকে কিহৰ কাৰণে পিন্ধাই দিলে ?

......লাহে লাহে পূব আকাশত ঢলফাট দিছে। ধীৰে ধীৰে পূব দিগন্ত পোহৰ হৈ আহিবলৈ ধৰিলে।

দুৰ্গম পথৰ যাত্ৰী বিজয়ৰ জীৱনৰ আকাশত চেংবাও এটা খহি যোৱা পপীয়া তৰাৰ নিচিনা আছিল যদিও তাইৰ কেইদিনমানৰ সান্নিধ্যই, তাইৰ কথা-বতৰা, উষ্ম মৰম, সহানুভূতি আদিয়ে বিজয়ৰ জীৱনত এটা দ সাঁচ বহুৱাই দিলে। কীৰণ্ডত চেংবাও আৰু মাকৰ

পৰা বিদায় লৈ আহিবৰ সময়ত তাই যেনেদৰে কান্দিছিল বিজয়ে কেতিয়াও পাহৰিব নোৱাৰিব। গাৰ্‌লা মান্ধাতা, কৈলাশ পাহাৰৰ পৰা ঘূৰি অহাৰ সময়ত বিজয় যেন থিংপুৰেদি আহে আৰু থিংপুৰ পৰা কুৰি মাইল দূৰৰ তাহাঁতৰ গাঁওখনলৈ আহি যেন চেংবাওইঁতৰ ঘৰলৈ আহে এই অনুৰোধ তাই বাৰে বাৰে বিজয়ক কৰিছিল। তাইৰ মাকেও বাৰম্বাৰ একেটা অনুৰোধেই কিৰিছিল আৰু এটা প্ৰাচীন বংশ পৰম্পৰাৰ লগত জড়িত মণি এধাৰ দিছিল। সেই মাহাত্ম্য থকা মণি ধাৰ হেনো লগত থাকিলে কোনো বিপদ-আপদ আহিব নোৱাৰে। চেংবাও আৰু মাকৰ এনেকুৱা আন্তৰিকতা সনা মৰমত বিজয় অভিভূত হৈ পৰিছিল। সেমেকা চকুৰে বিজয়েও আশ্বাস দিছিল, তেওঁৰ মাতৃভূমি ভাৰতলৈ ঘূৰি আহোতে তেওঁ নিশ্চয় থিংপুৰেদি আহিব আৰু চেংবাওইঁতৰ গাঁৱলৈ যাব।

কীৰঙৰ পৰা চাৰিদিন বাট অহাৰ পিচত যিখন গাঁও পালেহি, সেইখনত বিজয় ৰৈ দিবলগীয়া হ'ল। কাৰণ লগত যিজন লামা আহিছিল, সেইজনৰ জ্বৰ উঠিল। কেৱল জ্বৰেই নহয়, পেটৰ অসুখো হ'ল। সেই ডেকা লামাজন যাব গাৰ্‌লা মান্ধাতাৰ নামনিৰ গাঁওখনলৈ। তেওঁ পাহাৰৰ চমু বাটবোৰ ভালদৰে চিনি পায়। সাধাৰণভাৱে গ'লে গাৰ্‌লা মান্ধাতা পাওঁতে যিমান দিন লাগিব, এই লামাজনৰ লগতে গ'লে তাতকৈ বহুত আগতে পাবগৈ। এনে এটা ভাল লগ পাই বিজয়ৰ যেনেকৈ ভাল লাগিল, বিজয়ক পাই লামাৰো মন আনন্দিত হ'ল। কাৰণ তেওঁৰো কোনো সঙ্গ নাছিল। লামাক বাটৰ লগৰী হিচাপে পাই বিজয়ৰ বেছি ভাল লাগিছিল। কাৰণ ডেকা লামাজন এজন চিকিৎসক। বনৌষধি প্ৰয়োগেৰে কৰা তেওঁৰ চিকিৎসা হেনো তিব্বতৰ এটা ডাঙৰ অংশত বেছ্ জনপ্ৰিয়। গাৰ্‌লা মান্ধাতা শৃঙ্গৰ নামনিত থাক গাঁওখনলৈ যাব খোজাটোও তেওঁৰ চিকিৎসা সংক্ৰান্ত ভ্ৰমণ। সেই গাঁৱৰ বহুতো মানুহে তেওঁক বহুত দিনৰ পৰা মাতি আছে।

কিন্তু চিকিৎসক লামা যে নিজেই বেমাৰত পৰিব আগতে বিজয়ে ভাবিব পৰা নাছিল। প্ৰথমতে কঁপি কঁপি জ্বৰ উঠিল। গাৰ কঁপনি যিমানে কেঁকনি তাতকৈ বেছি। জোলোঙাৰ পৰা কিহবাৰ গছৰ শিপা নধটিল। কেঁকাই কেঁকাই লামাই দিয়া নিৰ্দেশ অনুসৰি বিজয়ে দৰৱ খুৱাবলৈ ধৰিলে। কিন্তু তিনি দিন পাৰ হৈ যোৱাৰ পিচতো জ্বৰ

একেদৰে থকাত বিজয়ে নিজৰ সাধাৰণ জ্ঞান আৰু বুদ্ধি বিবেচনাৰে তেওঁৰ লগত অনা দৰব খুৱাই দিলে। জ্বৰ নেৰিলেও বেমাৰীৰ একো হানি নকৰে বুলি বিজয়ৰ বিশ্বাস আছে। কিন্তু ভগৱানৰ অসীম করুণা, সেই দৰৱ দুপালিমান খুওৱাৰ পিছতেই লামা ঘামিবলৈ ধৰিলে আৰু লাহে লাহে জ্বৰ এৰিলে। যিজন মানুহৰ ঘৰত সিহঁত দুয়ো আলহী হৈছিল সেই ঘৰ মানুহ লামাৰ পূৰ্বৰ চিনাকি। সেই গৃহস্থৰ ঘৰত কোনো মাইকী মানুহ নাছিল। গৃহস্থ আৰু ভায়েক। গতিকে তেনে এখন ঘৰত আলহী থাকোতে জ্বৰ পৰাত লামাই বেছ কষ্ট পাইছিল। তাত লামাৰ আলপৈচান ধৰোতে বিজয়ৰো কম কষ্ট হোৱা নাছিল।

কিন্তু সকলোতে দৈৱৰ সহায় লাগে। দুৰ্যোৰ জ্বৰত ভ্ৰম বকি থকা অৱস্থাত এই অচিনাকি তিব্বতী গাঁওখনত বিদেশী বিজয়ে কোনো কথাৰ আও-ভাও পোৱা নাছিল। ভাষা বুজি নাপায় আৰু তদুপৰি মানুহবোৰে বেছি কথা নকয়। নিজৰ ভিতৰতেই যিখিনি কয়, সিও বৰ কম। এনে এটা অৱস্থাত বিজয়ৰ অৱস্থা বৰ পুতৌলগা। তদুপৰি কিবা বিপদ হ'ব বুলি পদে পদে আশঙ্কা। এই মানুহবোৰে বিদেশী মানুহক সমূলি বিশ্বাস নকৰে।

এনে বিপদজনক পৰিস্থিতিৰ মাজত ওচৰৰ মানুহ ঘৰৰ পৰা এদিন এজনী গাভৰু তিব্বতী ছোৱালী আহিল, লগত তাইৰ বাপেক। লামাৰ জ্বৰৰ খবৰ কৰিবলৈ আহিছিল। ছোৱালীজনীৰ বয়স সোতৰ-ওঠৰমান হ'ব। চুটি-চাপৰ। মুখখন মৰম লগা। গাৰ বৰণ বগা, কিন্তু শেঁতা। বেছ পৰিষ্কাৰ পৰিচ্ছন্ন। কাপোৰ-কানিও চাফা। বাপেকৰ অৱস্থা ভাল। বাপেক আৰু জীয়েক দুয়ো আহি লামা পৰি থকা কোঠালৈ আহিল। ঘৰৰ গৃহস্থৰ সৈতে আগন্তুকে কিবা কিবি কথা পাতিছিল, তাৰ এটা বৰ্ণও বিজয়ে বুজা নাছিল। ছোৱালীজনীয়ে এটা দূৰত্বত থিয় হৈ জ্বৰত পৰি থকা লামালৈ চাই আছিল। অচিনাকি বিদেশী বিজয়ৰ প্ৰতি কোনোধৰণৰ কৌতূহল প্ৰকাশ কৰা নাছিল। আনকি বিজয়ৰ পিনে এবাৰো চোৱা নাছিল। এবাৰ লামাই কেঁকাই কেঁকাই পানী খাব খোজাত ছোৱালীজনীয়ে কাষত থকা পাত্ৰৰ পৰা পানী খুৱাই দিছিল। তাৰপিচত ধীৰ-গম্ভীৰ খোজেৰে বাহিৰলৈ গৈ গৰম পানী আনি পাত্ৰত থৈ দিছিল আৰু বাহিৰৰ গোটেই গাতে নোম থকা এটা টেঙা পানীৰ পাত্ৰটোৰ ওপৰতে থৈ দিছিল। তাৰপিচত তেওঁ

অতি মিহিস্বৰেৰে ঘৰৰ গৃহস্থক কিবা কিবি কৈছিল। তেতিয়াই তাই বিজয়লৈ চাইছিল আৰু সামান্যভাৱে হাঁহিছিল। সেইটো সৌজন্যমূলক হাঁহি। গৃহস্থ আৰু তাইৰ বাপেক ওলাই গ'ল। কিন্তু তাই একেলগে নগ'ল। লামাৰ মূৰৰ শিতানত থিয় হৈ চকু দুটা মুদি সৰু সৰু হাত দুখন মুঠি মাৰি বুকুৰ ওচৰত লৈ কিছুসময় মনে মনে থাকিল। তাই প্ৰাৰ্থনা কৰিছিল। এই দৃশ্য বিজয়ৰ বৰ ভাল লাগি গ'ল। শুভ্ৰ সাজ-পোছাক পিন্ধা এই বগা কুমাৰী ছোৱালীজনীয়ে কোঠাটোত এটা পৱিত্ৰ পৰিবেশ সৃষ্টি কৰিলে। এই বৌদ্ধ মানুহবোৰে তথাগতৰ ওপৰত গভীৰ বিশ্বাস স্থাপন কৰি কিমান আন্তৰিকতা আৰু নিবিড়ভাৱে প্ৰাৰ্থনা কৰিব পাৰে নেদেখিলে বিশ্বাস কৰিব নোৱাৰি। প্ৰাৰ্থনাত মৌন হৈ থাকি কিছুসময়ৰ পিচত তাই নীৰৱে ওলাই গ'ল।

ভগৱানৰ প্ৰতি ভক্তি আৰু একান্তমনে কৰা প্ৰাৰ্থনাৰ এটা ব্যাপক পৰিবেশ কেইদিনমানৰ পিছতেই সেই গাঁওখনত দেখিবলৈ পোৱা গ'ল। তেতিয়া আছিল ফেব্ৰুৱাৰী মাহৰ মাজভাগ, তিব্বতৰ নতুন বছৰ। নতুন বছৰৰ আদৰণি ইমান ধুমধাম আৰু উৎসৱৰ মাজেদি হয় বুলি বিজয়ে আগতে নাজানিছিল। লামাইও কোৱা নাছিল। ক'বনো কেনেকৈ? কেইদিনমান একেৰাহে জ্বৰত একো ক'ব নোৱাৰা হৈ পৰি থাকোতেই গ'ল।

বিজয়ৰ মোনাত থকা দৰৱ কেইপালিয়ে গুণ দিয়াত লামাৰ জ্বৰ এৰিল আৰু খাব পৰা হ'ল। কিন্তু আকৌ পেটৰ অসুখ হ'ল। এইবাৰ লামাই নিজেই বিজয়ক দৰৱ খুজিলে। তেওঁ স্বীকাৰ কৰিলে, তেওঁৰ বন-দৰৱে গুণ নিদিয়ে। বিজয়ৰ ঔষধৰ প্ৰতি তেওৰ অখণ্ড বিশ্বাস জন্ম হৈছে। লামাই বিজয়ৰ প্ৰতি বাৰে বাৰে কৃতজ্ঞতা প্ৰকাশ কৰিলে আৰু প্ৰসঙ্গক্ৰমে কৈ পেলালে যে তেওঁ নামতহে চিকিৎসক। আচলতে তেওঁ বন-ঔষধৰ গুণাগুণৰ বিষয়ে বৰ ভালকৈ নাজানে। তেওঁ আসুৰিক চিকিৎসাৰ বিষয়েহে জানে আৰু সেয়া শিকিছে তেওঁৰ দেউতাকৰ পৰা। এই আসুৰিক চিকিৎসা তেওঁলোকৰ পূৰ্ব পুৰুষৰ বৃত্তি। এনে আসুৰিক চিকিৎসাত বেমাৰী ভাল হয় নে বুলি বিজয়ে সোধাত লামাই ক'লে যে পিচলৈ বেমাৰীৰ কি হয় তেওঁ নাজানে। কিন্তু চিকিৎসাৰ সময়ত বেমাৰীয়ে সকাহ পায়। এই কাৰণেই তেওঁৰ চিকিৎসাৰ পদ্ধতিৰ প্ৰতি মানুহৰ অটল বিশ্বাস আছে ; চাৰিওপিনে তেওঁক মাতিও

পঠিয়ায় । কিন্তু লামাৰ জ্বৰ এৰুৱাবলৈ বিজয়ে যি দৰৱ দিলে সেয়া হৈছে মূল্যৱান ঔষধ । বোধকৰো ভগৱানে বিজয়ৰ যোগেদি এই ঔষধ পঠিয়াইছে । লামাৰ কথা শুনি বিজয়ে হাঁহিলে আৰু লামাৰ পেটৰ অসুখ ভাল হ'বৰ কাৰণে বেলেগ এটা দৰৱ দিলে । সেই দৰৱ লামাইও অতি পৱিত্ৰভাৱে গ্ৰহণ কৰিলে । এই দৰৱেও গুণ দিলে ।

লামা ভাল হৈ উঠিল । যাবৰ কাৰণে বিজয় অধৈৰ্য্য হৈ পৰিল । কিন্তু ভাল হোৱাৰ লগে লগেই লামাৰ পক্ষে খোজ কঢ়া অসম্ভৱ আছিল । কাৰণ লামা তেতিয়াও বেছ দুৰ্বল হৈ আছে । এতিয়া লামাক এৰি অকলে গুচি যোৱা উচিত নহ'ব । তিনি-চাৰি দিনমানৰ ভিতৰতে যাব পাৰিব বুলি লামাই নিজেই কোৱাত কেইটামান দিন ৰ'বলৈ বিজয় সন্মত হ'ল ।

কিন্তু এনে সময়তে এদিন সেই গাভৰু ছোৱালীজনী আহিল । লামা বহি থকা বিছনাখনৰ ওচৰলৈ গৈ থিয় হৈ অকণো চপলতা প্ৰকাশ নকৰাকৈ গহীন-গম্ভীৰ হৈ লামাক কিবা কিবি ক'লে । লামাই মূৰটো জোকাৰি তাৰ উত্তৰ দিছিল । তাইও মিহি মিহিঁকৈ প্ৰত্যুত্তৰত কিবা কৈ এবাৰ বিজয়লৈ চাই সামান্যভাৱে হাঁহি তেওঁকো কিবা এষাৰ ক'লে আৰু ওলাই গুচি গ'ল । লামাই তেতিয়া ক্ষীণ হাঁহি এটাৰে বিজয়ক ক'লে, পৰহিলৈ নতুন বছৰৰ প্ৰথম দিন । এইটো তিব্বতীসকলৰ কাৰণে ডাঙৰ পৰ্ব । গাঁৱত এসপ্তাহ ধৰি ঘৰে ঘৰে উৎসৱ হ'ব । যিবিলাকৰ [illegible] ভাল, তেওঁলোকৰ ঘৰত খোৱা-বোৱা কৰিবলৈ অতিথি নিমন্ত্ৰণ কৰা হয় । এই ছোৱালীজনীও হেনো তেওঁলোকৰ ঘৰলৈ যাবৰ কাৰণে লামা আৰু বিজয়ক নিমন্ত্ৰণ কৰিবলৈ আহিছিল । লামা থাকিব নোৱাৰে বুলি কোৱাত ছোৱালীজনীয়ে বেয়া পাইছে আৰু দুটা বা তিনিটা দিন থাকিলে তাই আৰু তাইৰ দেউতাক-মাক কৃতজ্ঞ হ'ব বুলি কৈছে । তাই কৈছে, এইবাৰ এনে এটা পৱিত্ৰ সময়ত এজন ভাৰতীয় উপস্থিত থকাটো তেওঁলোকৰ কাৰণে বৰ সৌভাগ্যৰ বিষয় । বৌদ্ধসকলৰ কাৰণে ভাৰতবৰ্ষ এখন পৱিত্ৰ তীৰ্থস্থান । বুদ্ধদেৱৰ জন্ম তিথিত ভাৰতৰ মানুহ এজন আহি এই উৎসৱত যদি যোগ নিদিয়ে, তেনেহলে ইয়াৰ নিচিনা অকল্যাণকৰ আৰু কলঙ্কজনক কথা একো হ'ব নোৱাৰে । ছোৱালীজনীয়ে ভাৰতীয় ভাষা নাজানে । সেয়েহে বিজয়ক ক'বৰ কাৰণে লামাৰ আগতেই অনুৰোধ কৰি গৈছে । লামাৰ কথা শুনাৰ

পিচত বিজয়ৰ ক'বলগা একো নাথাকিল। লামাইও ক'লে, এই পৱিত্ৰ উৎসৱ এৰি যোৱাটো শিষ্টাচাৰ বিৰোধী আৰু বিধৰ্মী কাম। উপায় নাপাই আৰু কেইটামান দিন এই গাঁৱত থকাটো সাব্যস্ত হ'ল। কিন্তু বিজয় ভিতৰি ভিতৰি যি ধৰণে অধৈৰ্য্য হৈ পৰিছে, সেই কথা কাৰো আগত ব্যক্ত কৰিব নোৱাৰি। আকাশত দেখা এটা সংকেত অনুসৰি এজনী মানুহক বিচাৰি আহিছে বুলি ক'লে কোনে বিজয়ক বিশ্বাস কৰিব। বিজয়ে সেই সংকেত আৰু সেই অলৌকিক শক্তিসম্পন্না নাৰীৰ অস্তিত্ব বিচাৰি অহা এই দুৰ্গম যাত্ৰাৰ ঘটনা পৃথিৱীৰ আন কোনো মানুহেই বিশ্বাস নকৰে।

তথাগত বুদ্ধৰ জন্ম আৰু মহাপ্ৰয়াণৰ পিচৰ তাৰিখৰ দিনটোত এই পৱিত্ৰ উৎসৱ আৰম্ভ হয়। সমগ্ৰ তিব্বতত এইটো বৃহৎ উৎসৱ। উৎসৱৰ আগদিনা ৰাতি বৌদ্ধ ভিক্ষুসকলে মন্ত্ৰ পাঠৰ দৰে গীত গাই গাই ঘৰে ঘৰে ভিক্ষা বিচৰা বিজয়হঁতে দেখিবলৈ পাইছে। পৱিত্ৰ দিৱসৰ ৰাতিপুৱা মানুহবোৰে নিজৰ ঘৰৰ চালত সৰল-গছৰ ডাল আৰু পতাকা লগাই ঘৰবোৰ সজালে। প্ৰতিঘৰতে গাম্ভীৰ্য্যপূৰ্ণ পৰিবেশত ধৰ্মীয় স্তোত্ৰ পাঠ কৰা হ'ল আৰু ভগৱানক নৈবেদ্য হিচাপে চাম্পা নিবেদন কৰিলে। বিজয়ে দেখিলে প্ৰায় প্ৰতিঘৰৰ পৰা মানুহবোৰে ভগৱানক দিবলৈ মাখন মঠলৈ আনিলে। মাখন ইমান বেছি হৈ পৰিছিল যে মঠত থকা বৃহৎ তামৰ পাত্ৰটো ওপচি পৰিছিল। মানুহে বিশ্বাস কৰে, নিবেদিত সামগ্ৰীৰ প্ৰাচুৰ্য্য দেখিলেহে ভগৱান মানুহৰ প্ৰতি সদয় হয় আৰু মানৱ কল্যাণৰ বাবে আশীৰ্বাদ দিয়ে। মঠত থকা তথাগতৰ মূৰ্তিত মানুহবোৰে পৰম ভক্তিৰে বগা পাটৰ কাপোৰ মেৰিয়াই দি বহুত সময় মৌন হৈ প্ৰাৰ্থনা কৰি থকাও কৌতূহলী বিজয়ৰ চকুত পৰিল। ধনী-নিৰ্ধনী নিৰ্বিশেষে বিভিন্ন ধৰণৰ মানুহে আহি যিধৰণে ভগৱানৰ ওচৰত মূৰ দোঁৱাই প্ৰাৰ্থনা কৰে, সেয়া দেখি বিজয় খুব অভিভূত হ'ল। এনেকুৱা একান্ত আকৃতি আৰু ভগৱানৰ ওচৰত সম্পূৰ্ণ সমৰ্পণ এনে ভক্তি আন ধৰ্মত কিমান আছে, বিজয়ে মনতে এবাৰ চিন্তা কৰিলে। ভগৱানক বিজয়ে মানে। সেই অদৃশ্য শক্তিৰ প্ৰতি তেওঁৰ অটল বিশ্বাস আছে। কিন্তু এনেদৰে সম্পূৰ্ণ উজাৰ কৰি কোনোবা দিনা বিজয়ে ভগৱানক প্ৰাৰ্থনা কৰিছে বুলি তেওঁ ডাঠি ক'ব নোৱাৰে। এনে এটা শান্ত সমাহিত মন কোনোবা দিনা এতিয়ালৈকে

বিজয়ে বিচাৰি পাইছেনে ?

এনেদৰে সাতটা দিন প্ৰতিঘৰতে ৰং-আনন্দ চলিব । কেৱল প্ৰাৰ্থনাতেই নিজক আৱদ্ধ নাৰাখে, নৃত্য-গীত ভোজ আৰু মদ্যপান–এই সকলোবোৰেই উৎসৱৰ অন্যতম অঙ্গ ।

নিমন্ত্ৰিত হৈ পৱিত্ৰ তিথিৰ পিছদিনা বিজয় আৰু লামা সেই ছোৱালীজনীৰ ঘৰলৈ গ'ল । তেতিয়া ছোৱালীজনী, দেউতাক আৰু মাকে আদৰ সাদৰ কৰি সন্মানেৰে বিজয় আৰু লামাক যিটো কোঠালৈ নিলে তাৰ পৰিবেশ অত্যন্ত মধুৰ আৰু পৱিত্ৰ । এটা ডাঙৰ বুদ্ধদেৱৰ মূৰ্তিৰ সম্মুখত কেইবাডালো মম জ্বলি আছে । থাপনাত বিভিন্ন ৰঙৰ ফুল । উলেৰে তৈয়াৰী দলিচা এখন গোটেই কোঠাটোত পাৰি থোৱা আছে । বাহিৰত থোৱা পানীৰে ভৰি ধুই বিজয় আৰু লামা কোঠাত প্ৰৱেশ কৰিলে । ঘৰৰ গৃহস্থ-গৃহিণী আৰু ছোৱালীজনীও নিঃশব্দে কোঠাত সোমালে । ছোৱালীজনীৰ সাজ-পোছাক শুভ্ৰ । এই ধূপ সুবাসিত মমৰ ক্ষীণ পোহৰত ছোৱালীজনীক বিজয়ৰ সৰোবৰত ফুলি থকা বগা পদুম যেন লাগি গ'ল ।

বুদ্ধ মূৰ্তিৰ সম্মুখত থিয় হৈ সকলোৱে হাত যোৰ কৰি মৌন হৈ থিয় হ'ল । বিজয়েও হাত যোৰ কৰিলে । এই মৌনতাৰ মাজতেই যেন বহুতো অব্যক্ত ভাষা কোঠাটোত বিয়পি পৰিল । চকুকিটা জপাই কেইচেকেণ্ড মান পাৰ কৰাৰ পিচত বিজয়ৰ মনৰ পৰ্দাত ভাঁহি উঠিল সেই অনন্ত যৌৱনা মহাশ্বেতাৰ অবয়ব । সেই নাৰীক বিচাৰিয়ে নানা বিপদ-বিঘিনি অতিক্ৰম কৰি বিজয় এইখিনি আহি পাইছেহি । তথাগতে যদি কৰুণা কৰে তেন্তে বাকী বাটখিনিও নিৰ্বিঘ্নে গৈ বিজয়ে লক্ষ্যস্থলত উপনীত হ'ব পাৰিব । বিজয়ে প্ৰাৰ্থনা কৰিলে, অতি আন্তৰিকতাৰে নিৰ্বাক আকুলতাৰে মনে মনে ক'বলৈ ধৰিলে– হে তথাগত ! মোক কৃপা কৰা, মোক কৰুণা কৰা, মোক আশীৰ্বাদ দিয়া । মই মহাশ্বেতাৰ ওচৰ পাবই লাগিব । তেওঁ মৌলৈ বাট চাই আছে । বাটৰ বাধা-বিঘিনি নাশ কৰি দিয়া । মোক আশীৰ্বাদ কৰা । মই আশীৰ্বাদ ভিক্ষাৰী !

ক'ব নোৱাৰা হৈ বহুত সময় বিজয় হাত যোৰ কৰি মূৰ দোঁৱাই আছিল । ছোৱালীজনী, লামা, গৃহস্থ আৰু গৃহিণীয়ে কেতিয়াবাই প্ৰাৰ্থনা সমাপ্ত কৰি তেতিয়াও মূৰ নত কৰি থকা বিজয়লৈ আচৰিত হৈ চাৰলৈ

ধৰিলে। বিজয়ৰ অজ্ঞাতে তেওঁৰ চকুয়েদি দুধাৰি পানী বৈ আহিছিল। চাই থাকি থাকি ছোৱালীজনী আচম্বিতে বিজয়ৰ ওচৰলৈ আহি তেওঁৰ ডিঙিত ওলমি থকা মণিডালৰ লকেটটো গভীৰ কৌতূহলেৰে চাবলৈ ধৰিলে। চায়েই ক্ষান্ত নাথাকিলে। তাই লামালৈ চাই চিঞৰি সুধিলে "এওঁ কোন ?"

ছোৱালীজনীৰ চিঞৰত বিজয়ৰ সম্বিত ঘূৰি আহিল আৰু সামান্য চক্ খাই তেওঁলৈ আচৰিত হৈ চাই থকা সকলৈলৈ চালে। ছোৱালীজনী বিজয়ৰ ওচৰলৈ সচকিতে আহি মণিডালৰ লকেটটো একান্তমনে চালে আৰু লামালৈ চাই সুধিলে- "এওঁক এই মণিডাল কোনে দিলে ?"

লামাই প্ৰশ্নটো বুজাই দিয়াত বিজয়ে উত্তৰ দিলে -"কীৰঙত থিংপুৰ ওচৰৰ এজনী বুঢ়ীয়ে দিছে। চেংবাওৰ মাক।"

ছোৱালীজনীয়ে মণিডাল খুলি দিবলৈ কোৱাত বিজয়ে খুলি দিলে। মণিধাৰ হাতত লৈ ছোৱালীজনীয়ে ঘূৰাই পকাই চালে আৰু বুকুত লৈ চকু জপাই বহু সময় নীৰৱ হৈ থাকিল। তাৰ পিচত মণিডাল বিজয়ক ঘূৰাই দি ক'লে- "এনেকুৱা মণি যাৰ হাতত থাকে তেওঁক ভগৱানে সদায় ৰক্ষা কৰে। এই ভাৰতীয় বিদেশী যি উদ্দেশ্য লৈ সুদূৰ ভাৰত ভূমিৰ পৰা ইয়ালৈ আহিছে তেওঁ নিশ্চয় কৃতকাৰ্য্য হ'ব।"

কথাষাৰ শুনি বিজয়ৰ খুব ভাল লাগি গ'ল। কথাকিষাৰ গভীৰভাৱে কৈছে। বিজয়ৰ মনটো আনন্দত ভৰি গ'ল। আশাৰে পূৰ্ণ হোৱাৰ মনেৰে তেওঁ সুধিব খুজিছিল, বিজয়ৰ এই অভিযান যে সফল হ'ব, তিব্বতৰ অখ্যাত গাঁওখনৰ এই ছোৱালীজনীয়ে ইমান বিশ্বাসেৰে কেনেকৈ ক'ব পাৰিলে! মণিডালত কিবা বিশেষ শক্তি লুকাই আছে নেকি ? যদি আছে ছোৱালীজনীয়ে জানিলে কেনেকৈ ? তাইৰ দৃষ্টিতো ভৱিষ্যতৰ বিষয়ে ক'ব পৰা কিবা শক্তি আছে নেকি ?

পিছে ছোৱালীজনী পূৰ্বতকৈ ইমান বেছি গহীন হৈ গ'ল যে বিজয়ে কোনো প্ৰশ্ন নুসুধিলে আৰু মনে মনে থাকিল। প্ৰাৰ্থনা গৃহৰ পৰা ওলাই অহাৰ পিছত গৃহস্থৰ অনুৰোধক্ৰমে তেওঁলোক ভিতৰৰ কোঠা এটালৈ গ'ল। সেই ঠাত বিভিন্ন খাদ্য আৰু পানীয়ৰ ব্যৱস্থা আছিল। আসনত বহাৰ পিছত মাক আৰু ছোৱালী দুয়ো বিজয়হঁতৰ সন্মুখত থাল দুখন দি খাদ্য পৰিবেশন কৰিবলৈ ধৰিলে। খাদ্যই নহয়, লগতে বাঁহৰ ধুনীয়া চুঙাত পানীয়ও। বহুত দিনৰ মূৰত ইমান সুমিষ্ট

পানীয় খাবলৈ পাই বিজয়ৰ শৰীৰ জুৰ পৰি গ'ল। অতি সৰু চাউলেৰে এই বিশেষ পানীয় বনোৱা হৈছে। বছৰেকৰ পৱিত্ৰ পৰ্ৱত আৰু এজন বিশেষ অতিথিক খুৱাবলৈ পাই তেওঁলোকে নিজকে পৰম ধন্য মানিছে আৰু ই তেওঁলোকৰ বাবে ডাঙৰ সৌভাগ্য বুলি ছোৱালীজনী আৰু দেউতাকে বাৰে বাৰে ক'বলৈ ধৰিলে। খোৱা-বোৱাৰ আৰু নানা কথা-বতৰাৰ মাজতো ছোৱালীজনীয়ে কোৱা কথাষাৰ বিজয়ৰ কাণত বাৰে বাৰে বাজি থাকিবলৈ ধৰিলে।

সেই দিনটো বৰ ভালেৰে অতিবাহিত হৈ গ'ল। ঘৰলৈ ঘূৰি অহাৰ পিচত লামাই ক'লে, অহা তিনি চাৰিদিন মানৰ পিছতেই তেওঁলোকে এই গাঁও এৰি যাব। তেতিয়ালৈ লামাই শৰীৰত বহুখিনি শক্তি পাব। এতিয়াও লামা যথেষ্ট দুৰ্বল হৈ আছে।

পিচদিনা তেওঁলোকক দুমাইল মান নিলগত থকা সম্ভ্রান্ত মানুহ এঘৰলৈ মাতিলে। শৰীৰ দুৰ্বলতাৰ অজুহাত দেখুৱাই লামা যাব নুখুজিছিল। কিন্তু সেইঘৰ মানুহৰ ৰঙিয়াল আৰু ভলুভলীয়া মূল গৃহস্থজনে বিজয় আৰু লামাক নিবৰ কাৰণে তেওঁৰ ঘৰৰ দুটা মানুহ পঠিয়াই দিব বুলি ক'লে। নগ'লে খুব বেয়া পাব। ভাৰতীয় বিদেশীক চাবলৈ আৰু খুৱাবলৈ সেইঘৰ মানুহৰ খুব আগ্ৰহ জন্মিছে বুলিও সেই ফক্‌ফকাই থকা গহস্থই ক'লে। উপায় নেপাই যাবলৈ বাধ্য হ'ল। বেছ ধনী আৰু প্ৰতিপত্তিশালী মানুহ। আদৰ সাদৰৰ অন্ত নাই! বুঢ়া-বুঢ়ীৰ বাহিৰেও ঘৰত বহুত মানুহ। পুতেক জীয়েক আৰু নাতিৰে সৈতে এখন ডাঙৰ সংসাৰ। ঘৰত বন কৰা মানুহো দুটা তিনিটা। খোৱা-বোৱা বেছ সুন্দৰ। পৰিবেশন তাতোকৈ পৰিপাটী। তেওঁলোকে বিজয়ক সন্মান জনাই এখন বগা দামী চিল্কৰ কাপোৰ ডিঙিত মেৰিয়াই দিলে। খাই বৈ তাৰপৰা ঘূৰি আহোতে বেছ পলম হৈ গ'ল।

ঘৰ আহি পোৱাৰ লগে লগে ঘৰৰ গৃহস্থই এটা বেয়া সংবাদ দিলে। ওচৰৰ ছোৱালীজনীৰ বোলে আজি দুপৰীয়াৰ পৰা খুব জ্বৰ। ৰাতি পুৱালৈকে ভালেই আছিল। কিহৰ কাৰণে দুপৰীয়া জ্বৰ উঠিল কোনেও ধৰিব পৰা নাই।

শুনি বিজয়ৰ মনটো বেয়া লাগি গ'ল। আচৰিতো হ'ল। ইমান সুন্দৰ স্বাস্থ্যৱতী ছোৱালীজনীৰ হঠাৎ কিয় জ্বৰ উঠিল। মনটো উচ্‌পিচাই উঠিল। কিন্তু লামাৰ মনত কোনোধৰণৰ প্ৰতিক্ৰিয়া নাই।

উচ্পিচনিও নাই, কৌতূহলো নাই। এনেকুৱা জ্বৰত এই মানুহবোৰে একো গুৰুত্ব নিদিয়ে। বিজয়ৰ মনতহে কোনোপ্ৰকাৰৰ চিন্তাৰ ভাৱ আহিব নেলাগিছিল। কিন্তু তেওঁৰ মনটো অশান্তিৰে ভৰি পৰিল। ৰাতিয়েই এবাৰ গৈ খবৰ কৰিবলৈ ইচ্ছা জাগিল। এটা অজ্ঞাত কাৰণত এই ছোৱালীজনীৰ প্ৰতি এটা স্নেহ অনুভৱ কৰিছিল, যিটোৰ মাজত এটা পৱিত্ৰ স্নিগ্ধতাৰ প্ৰলেপ আছিল।

পিছদিনা লামাৰে সৈতে বিজয় তালৈ গ'ল। ছোৱালীজনীৰ বাপেকৰ মুখত আগদিনা দেখা ৰং-আনন্দৰ চিন নাই। মুখখনত গভীৰ দুশ্চিন্তা স্পষ্ট হৈ পৰিছে। কি অসুখ হৈছে, ঔষধ খুৱাইছে নে নাই ইত্যাদি প্ৰশ্নৰ উত্তৰতো অস্পষ্টতা। ছোৱালীজনী শুই থকা কোঠাটোৰ পিনে বিজয় আৰু লামা দুয়ো গ'ল। কিন্তু কোঠাটো অন্ধকাৰ হৈ আছে। খিৰিকী বন্ধ কৰি থোৱা আছে। কোঠাত সোমাই শুই থকা ছোৱালীজনীক চাব খোজাত কিবা এটা অজ্ঞাত কাৰণত দেউতাকে জোৰেৰে মূৰ জোকাৰি বাধা প্ৰদান কৰিলে। এনে অদ্ভুত আচৰণৰ কাৰণ বিজয়ে বুজিব নোৱাৰিলে। পিচত লামাইও এই বিষয়ে সদুত্তৰ দিব নোৱাৰিলে। তিব্বতৰ এই মানুহবোৰৰ মনৰ ভাৱ আৰু আচৰণবোৰ বুজা সঁচাকৈয়ে টান কাম। প্ৰতিটো কথাতেই যেন কিবা এটা ৰহস্যই ঘেৰি থাকে।

আচৰিত কথা, দুদিনৰ পিছত দেউতাকে আহি বিজয়ক মাতি লৈ গ'ল। একেবাৰে ছোৱালীজনীৰ জ্বৰ হৈ পৰি থকা কোঠাটোলৈ নিলে। অন্ধকাৰ কোঠাটোত এখন বিছনাত গোটেই গাটো কাপোৰেৰে ঢাকি তাই প্ৰায় অচেতন হৈ পৰি আছে। বিছনাৰ ওচৰলৈ গৈ দেউতাকে জীয়েকক কেইবাবাৰো মাতিলে। কাপোৰৰ তলৰ পৰা এটা কেঁকনি শুনা গ'ল। বাপেকে বিজয় অহাৰ কথা কৈ লাহে লাহে আঁতৰি গ'ল।

তাৰপিচত ছোৱালীজনীয়ে মূৰৰ ওপৰৰ পৰা কাপোৰ খন গুচাই এটা ম্লান দৃষ্টিৰে বিজয়লৈ চালে। এটা দৃষ্টিয়েই যথেষ্ট আছিল। আতঙ্কত বিজয় উচপ খাই উঠিল। মুখৰ পৰা এটা অস্ফুট স্বৰ ওলাই আহিও ডিঙিতে বৈ গ'ল। দুদিনৰ আগতে দেখা লাৱণ্যভৰা কমনীয় মুখখন কদৰ্য্যতাৰে ভৰি গৈছে। কি ভয়াবহ দৃশ্য। আতঙ্ক, আশ্চৰ্য্য আৰু দুখ এই তিনিওটাই একেলগে যেন সোপা মাৰি ধৰি বিজয়ৰ বাক্ৰুদ্ধ কৰি দিলে।

তাই এটা ম্লান হাঁহিৰে বিজয়ৰ হাতখন ধৰিলে। উস্ কি গৰম ! যেন অগ্নিৰ শিখাৰ লগতহে বিজয়ৰ স্পৰ্শ ঘটিল। তাই হাতখন ধৰি ডিঙিৰ মণিডাল টানি আনিলে আৰু তাইৰ তপত কপালত লগাই বহুসময় নীৰৱে থাকিল। একেৰাহে বিজয়ে তাইলৈ চাই থাকিলে। এবাৰ দেখিলে তাইৰ চকুৰেদি দুধাৰি লোতক বৈ আহিছে আৰু কদাকাৰ গাল দুখন তিয়াই দিছে। বিজয়ৰো চকু দুটা সেমেকি উঠিল। তাৰপিচত তাই চকু মেলি হাতখন এৰি দিলে আৰু আকৌ এবাৰ বিজয়লৈ চাই মূৰৰ ওপৰলৈকে কাপোৰখন টানি ললে। তাইৰ কপালত হাতখন থৈ বিজয়ে মনৰ ভিতৰতে পৰম ঐশ্বৰিক শক্তিৰ প্ৰতি এবাৰ কাতৰভাৱে প্ৰাৰ্থনা জনাই বাহিৰলৈ ওলাই আহিল।

বাহিৰত তেতিয়া তলমূৰকৈ বাপেক থিয় হৈ আছিল। একো নেমাতি বিজয় ঘৰ পালেহি।

অসুস্থ ছোৱালীজনীয়ে বিজয়ৰ ডিঙিৰ মণিধাৰ কপালত লগাই কৰা প্ৰাৰ্থনা, তাইৰ ম্লান হাঁহি– এই ৰহস্যজনক আচৰণে বিজয়ৰ মনত যথেষ্ট প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল। মনটো দুখ, বেজাৰ আৰু ক্ষোভেৰে ভৰি পৰিল। ভগৱানৰ ই কেনে বিচাৰ ! হঠাৎ ছাটকৈ মনত খেলাই গ'ল, যদি এই সময়ত সেই অলৌকিক শক্তিৰূপা তেওঁ থাকিলহেঁতেন। কিন্তু সেই কথা এতিয়া ভাবি কি লাভ !

অলপ পিচতেই আকৌ ছোৱালীজনীৰ দেউতাক খৰধৰকৈ আহিল আৰু লামাক কিবা কিবি ক'লে। তেতিয়া লামাই বিজয়ক ক'লে– "ছোৱালীজনীয়ে আমাক অতি সোনকালে এই গাঁও এৰি গুচি যাবলৈ কৈছে।··· তোমাৰ ডিঙিৰ মণিধাৰৰ পৱিত্ৰ স্পৰ্শই ছোৱালীজনীৰ যাত্ৰাপথৰ সকলো বাধা-বিঘিনি নাইকিয়া কৰিলে।

বিজয় অভিভূত হৈ গ'ল। শেষত ক'লে– "ছোৱালীজনীৰ বসন্ত হৈছে। কিন্তু কোনো ঔষধ বা শুশ্ৰূষাৰ ব্যৱস্থা নকৰি কিয় তাইক নিয়তিৰ হাতত এৰি দিয়া হৈছে মই বুজা নাই লামা। চকুৰ আগত এজনী নিষ্পাপ সুন্দৰ ছোৱালী তিল্ তিলকৈ শেষ হৈ যাবলৈ দেউতাক মাকহঁতে কিয় এৰি দিছে ?"

লামাই গম্ভীৰ হৈ ক'লে– "ইয়াত দুখ কৰিবলৈ একো নাই। এইটোৱেই নিয়তি ভগৱানৰ বিধান। তাইৰ পৰম সৌভাগ্য, আইয়ে আহি আইক কৃপা কৰিছে।– সেই আইয়েই ছোৱালীজনীৰ মুখেদি কৈ

পঠাইছে তুমি অতি শীঘ্রে এই ঠাই এৰি তোমাৰ লক্ষ্যস্থানলৈ যাত্রা কৰা ।"

বিজয়ে একো মাতিব নোৱাৰিলে । মাত্র এই মুহূর্তত আকৌ ছোৱালীজনীৰ ওচৰলৈ যাবৰ কাৰণে মনটো উত্রাৱল হৈ পৰিল । কিন্তু ক্ষন্তেক ভাবি নিজকে সংযত কৰিলে । তিব্বতৰ সামান্য ক'লা আকাশৰ শূন্যতালৈ চাই থাকিল ।

বদ্ধমূল কুসংস্কাৰ আৰু অযতনৰ কাৰণেই মৰম লগা গাভৰু ছোৱালীজনী মৃত্যু মুখত পৰিল । সেইদিনা অন্ধকাৰ কোঠাটোত পৰিত্যক্ত অৱস্থাত বিছনাত পৰি থাকোঁতেই বিজয়ে বুজি পাইছিল ছোৱালীজনী নাবাচে । কাৰোবাৰ শৰীৰত বসন্তই দেখা দিলেই পাহাৰীয়া এই মানুহবোৰে অস্পৃশ্য জ্ঞান কৰে । ছোৱালীজনীৰ মৃত্যুৰ বাবে বিজয়হঁতে তেওঁলোকৰ যাত্রা এদিন পিছুৱাই দিবলগাত পৰিল ।

সেইদিনা শৱ যাত্রাত যোগ দিবলৈ বিজয়হঁতে সুযোগ পাইছিল । তিব্বতৰ এইটো অঞ্চলত মৃতদেহ সৎকাৰৰ নিয়ম বেলেগ । সেই মানুহ ঘৰত দুদিনৰ আগতে নতুন বছৰৰ উৎসৱ পালন কৰিবলৈ ঘৰ আৰু পদুলি যিধৰণে সজোৱা হৈছিল, সেইবোৰ আঁতৰোৱা হ'ল । ঘৰৰ মুখচত সৰল গছৰ ডাল লগোৱা হৈছিল, সেয়াও তৎক্ষণাৎ গুচাই দিয়া হ'ল । গোটেই ঘৰখনত এটা গভীৰ শোকৰ ছাঁ । পিছদিনা ৰাতিপুৱা মৃতদেহটো পাতল বগা কাপোৰেৰে মেৰিওৱা হ'ল । ইয়াৰ পিচত মন্ত্র পাঠ চলিল আৰু তাৰপিচত শৱ-বাহকে শৱটো কান্ধত তুলি ললে । এওঁলোক কোনো আত্মীয়–কুটুম্ব নাছিল । মৃতদেহ বহন কৰাই এই মানুহবোৰৰ বৃত্তি । আনধৰণৰ মানুহ তিনিজনমানহে । তেওঁলোক মৃতদেহৰ পিচে পিচে যোৱা মানুহ । এওঁলোকৰ পিচতেই বিজয়হঁত ।

এনেদৰে কিছুসময় যোৱাৰ পিচত কিছু আঁতৰত এটা সৰু পাহাৰ দেখিবলৈ পোৱা গ'ল । পাহাৰটোৰ কাষত এখন খৰস্রোতা নদী । অবাক হৈ বিজয়হঁতে দেখিলে পাহাৰটোৰ চাৰিওপিনে বহুত শগুণ আৰু কাউৰী উৰি আছে । কিছুমান গছতো শগুণ বহি আছে । এই পাহাৰটোৰ ওপৰত মৃতদেহ সৎকাৰ কৰা হয় ।

কিন্তু সৎকাৰৰ পদ্ধতি দেখি বিজয়ৰ অন্তৰাত্মা কঁপি উঠিল । এনেকুৱাকৈ নৃশংসভাৱে মৃতদেহ সৎকাৰ কৰাৰ কথা বিজয়ে আগতে নেজানিছিল । জীয়াই থকালৈকে মানুহৰ যি মূল্য থাকে, মৰাৰ লগে

লগে সেই নশ্বৰ দেহটোৰ মূল্য একেবাৰেই নাইকিয়া হৈ যায়। এই ছোৱালীজনীয়ে তাৰ জ্বলন্ত উদাহৰণ। চাৰিদিনৰ আগতে এই ছোৱালীজনীৰ যি মূল্য আছিল, যি লাৱণ্য ভৰা ৰূপ আৰু যৌৱন আছিল, আজি মৃত্যুৰ পিচত সৎকাৰৰ নামত মৃত গাভৰুজনীৰ শৰীৰৰ ওপৰত যি নিৰ্মম ব্যৱহাৰ চলিল, সেইটো বিজয়ৰ চকুত বীভৎস যেন লাগি গ'ল। যি দেশৰ যেনে নিয়ম যদিও ই আছিল গাৰ নোম শিয়ঁৰি উঠা দৃশ্য। এয়া দেখি বিজয়ৰ মনটো ক্ষুব্ধ আৰু বিদ্ৰোহাত্মক হৈ পৰিছিল। কিন্তু যুগ যুগ ধৰি চলি অহা এটা ৰীতি আৰু সংস্কাৰৰ বিৰুদ্ধে এজন সামান্য বিদেশীয়ে বিদ্ৰোহৰ ভাব দেখুওৱাটো একেবাৰে অবাস্তৱ, হাস্যকৰ আৰু যুক্তি নোহোৱা কথা।

পাহাৰৰ ওপৰত এটুকুৰা বেছ আহল-বহল সমতল ঠাই আছে, সৎকাৰৰ মূল থলী সেয়ে। মৃতদেহটো মাটিত থোৱাৰ লগে লগে তাৰ ওপৰত বিকট শব্দ কৰি শগুণবোৰ ঘূৰি ঘূৰি উৰিবলৈ ধৰিলে। কাউৰীবোৰেও কা কা শব্দেৰে উৰি তললৈ ছোঁ মাৰিবলৈ ধৰিলে। ইয়াৰ পিচত দৃশ্যটো আছিল বৰ লোমহৰ্ষক। মৰাশটোৰ কাষত থকা মানুহকিটাৰ হাতত দা আৰু কুঠাৰ। ইয়াৰ পিচত মৰা শ মেৰিয়াই অনা কাপোৰখন গুচোৱা হ'ল। তেতিয়া আন এটা পুৰোহিত ধৰণৰ মানুহে অবোধ্য ভাষাত অনৰ্গল মন্ত্ৰ পাঠ কৰিবলৈ ধৰিলে আৰু অন্য এটাই মৃদু শব্দত সৰু ঢোল এটা বজাই থাকিবলৈ লাগিল। তৃতীয় ব্যক্তিটোৱে হাতৰ লাঠিডালেৰে মৰাশটো ঘেৰি ধৰা শগুণ আৰু কাউৰীক খেদি থাকিবলৈ ধৰিলে। ইয়াৰ মাজতেই হাতত দা আৰু কুঠাৰ থকা মানুহটোৱে এটা তীব্ৰ চিঞৰ মাৰি মৰাশটো ঘপিয়াবলৈ ধৰিলে। তাৰ পিচত গোটেই শৰটো খণ্ড খণ্ড কৰি পেলোৱা হ'ল। এই পৱিত্ৰ কাৰ্য্যত ব্যস্ত হৈ থকা মানুহকিটাই মাজে মাজে কিবা উত্তেজক পানীয় কাহৰ বাতিত এঢোক দুঢোককৈ খাই থাকিবলৈ ধৰিলে। সেই কুঠাৰ চলাই থকা মানুহটোৱে হাড় বিলাকো ভালকৈ ভাঙি কাটিবলৈ ধৰিলে যাতে শগুণ আৰু কাউৰীবোৰে খাওঁতে এটুকুৰাও মাটিত এৰি থৈ নেযায়।

বিজয়ৰ মনটো স্বাভাৱিকতে বৰ অশান্তিৰে ভৰি পৰিল। ক্ষোভ আৰু ঘৃণা– এই দুয়োটাৰে সংমিশ্ৰণত এটা অদ্ভুত ধৰণৰ প্ৰতিক্ৰিয়াই তেওঁক পীড়া দিবলৈ ধৰিলে। কাষত থিয় হৈ চাই থকা লামা বন্ধুক

সম্বোধন কৰি তেওঁ ক'লে– "তোমালোকৰ সৱ-সংকাৰৰ নিয়ম ইমান মৰ্মান্তিক বুলি জনা হ'লে মই কেতিয়াও ইয়ালৈ নাহিলোহেঁতেন ।"

এনে মন্তব্যত লামা অৱশ্যে ক্ষুণ্ণ নহ'ল । তেওঁ গম্ভীৰভাৱে ক'লে –"দেখাত এইটো মৰ্মান্তিক আৰু বৰ্বৰ নিয়ম যেন লাগে সঁচা । কিন্তু ইয়াৰ মাজত এটা গভীৰ ধৰ্মীয় নীতি সোমাই আছে বন্ধু । আমি এটা কথা গভীৰভাৱে বিশ্বাস কৰো যে মৃত্যুৰ পিচত শৰীৰটোৰ পৰা আত্মা বিচ্ছিন্ন হৈ গ'লে মানুহৰ শৰীৰটোৰ কোনো মূল্য নেথাকে । সেইকাৰণে মৰি যোৱাৰ পিচত শৰীৰৰ কোনো অৱশিষ্টই যাতে এই পৃথিৱীত নেথাকে তাৰ বাবেই এনে ব্যৱস্থা কৰা হয় । শগুণ আৰু কাউৰীক দিয়াৰ উপৰিও মৃতদেহৰ টুকুৰা নদীলৈ পেলাই দিয়া হয় যাতে মাছেও তাৰ ভাগ পায় । অৱশ্যে ইয়াতো এটা ব্যতিক্ৰম আছে । ৰাজ-পাৰিষদ আৰু লামাৰ মৃত্যু হ'লে তেওঁলোকৰ মৃতদেহৰ সংকাৰ অগ্নিৰে কৰা হয় । লগত বাহুল্য নীতি-নিয়ম আছে । দুখীয়া শ্ৰেণী মানুহৰ কাৰণে তেনেদৰে সংকাৰ কৰাটো প্ৰায় অসাধ্য ।"

পঞ্চল্লিছ দিনলৈকে মৃত ছোৱালীজনীৰ ঘৰত শোকৰ দিন চলিব । তাৰ পিচতহে পৰিয়ালৰ লোকসকলে হাঁহিব পাৰিব আৰু স্বাভাৱিক-ভাৱে মানুহৰ লগত কথা-পাতিব ।

মৃতদেহ সংকাৰৰ পিচত সেইখন গাঁৱত বেছি দিন থকাৰ কোনো যুক্তি নাই । সেইকাৰণে পিচদিনা খুব ৰাতিপুৱাই বিজয় আৰু লামাই সেই গাঁও ত্যাগ কৰি পুনৰ যাত্ৰা আৰম্ভ কৰিলে । লামাৰ শৰীৰ এতিয়া ভাল ।

ইতিমধ্যে লামা বিজয়ৰ এজন ভাল বন্ধুত পৰিণত হৈ গৈছে । লামাৰ তিব্বতৰ এইটো অঞ্চলৰ বিষয়ে বেছ ভাল জ্ঞান । তদুপৰি বাটত পাই যোৱা গাঁওবোৰত লামাৰ চিনাকি দুই এঘৰ মানুহ থাকেই । গতিকে চমু বাটেদি পথ অতিক্ৰম কৰা যেনেদৰে সহজ সাধ্য হৈ পৰিছে, তেনেদৰে গাঁওবোৰত ৰাতিটো কটোৱাতো কোনো ধৰণৰ বিশেষ অসুবিধা হোৱা নাই । পথ প্ৰদৰ্শক আৰু বন্ধু হিচাপে লগত লামা নথকা হ'লে বিজয়ৰ কি যে দুৰ্গতি হ'লহেঁতেন তেওঁ উপলব্ধি নকৰাকৈ থকা নাই । লামাৰ ওচৰত তেওঁ কৃতজ্ঞ নহৈ নোৱাৰে । একমাত্ৰ লামাৰ কাৰণেই ক'তো কোনো বিপদ-বিঘিনি নোহোৱাকৈ লক্ষ্যস্থানৰ বহুত ওচৰলৈ আগুৱাই আহিব পাৰিছে ।

কেইবাটাও সৰু পাহাৰ, টিলা, অৰণ্য, জান-জুৰি আৰু উপত্যকা অতিক্রম কৰি অৱশেষত বিজয়হঁত জংখা গিৰিপথ পাৰ হ'ল। দীঘল এই গিৰিপথটো পাৰ হোৱাৰ পিচত বিজয়ৰ এটা স্বস্তিৰ নিশ্বাস ওলাই পৰিছিল। বোধকৰো এনে ধৰণৰ বাধা আৰু নাই। কিন্তু লামাৰ এষাৰ কথাই বিজয়ৰ স্বস্তি আৰু আনন্দ ম্লান কৰি পেলাইছিল। এই জংখা গিৰিপথটোৱেই শেষ বাধা নহয়। ইয়াৰ পিচৰ বাধা আৰু চিন্তা ইয়াতকৈ বেছি। দুৰ্গম থ এতিয়াও বহু বাকী। সম্মুখত এখন নদী আছে। যদি নৈখন বৰফে ঢাক খাই আছে, তেন্তে সহজতে পাৰ হ'ব পৰা নেযাব। বৰফ গলি গোৱালৈ বাট চাব লাগিব। অৱশ্যে নদীখন ভয়ঙ্কৰ নহয়। কিন্তু বৰ পৱিত্ৰ।

বিজয়ে সুধিলে– "কি নদী ? নাম কি ?"

–"চাংপু–ব্ৰহ্মপুত্ৰ।"

এটা আনন্দৰ উল্লাস বিজয়ৰ মুখেদি ওলাই পৰিল– "ব্ৰহ্মপুত্ৰ !! সেই পুত–পৱিত্ৰ ব্ৰহ্মপুত্ৰ !"

এই চিনাকি আৰু আপোন নদীখনৰ নামটো শুনাৰ লগে লগে বিজয়ে ভাবি লৈছিল ই কেতিয়াও বাধাৰ সৃষ্টি নকৰে।

লামাই ক'লে– "এই নদীখনক ফালৰি কাটি আমি আমাৰ লক্ষ্যস্থানলৈ যোৱা কোনো উপায় নাই। এই চাংপু নদীখন আমি পাৰ হ'বই লাগিব। তথাগতৰ ওপৰত ভৰষা ৰাখা বন্ধু। তেওঁ কৃপা আৰু আশীৰ্বাদ কৰিলে ব্ৰহ্মপুত্ৰই নিশ্চয় আমাক অনুগ্ৰহ কৰিব। ধৈৰ্য্য হেৰুৱাই নেপেলাবা।"

মনতে হাঁহিলে বিজয়ে। ধৈৰ্য্য হেৰুৱাই পেলোৱা হ'লে ইমান দূৰ আহিব কেতিয়াও নোৱাৰিলেহেঁতেন। জংখা গিৰিপথ পাৰ হোৱাৰ পিচত বেছ কিছুদূৰ কোনো জনবসতি স্থান নাছিল। গধূলি পাহাৰৰ নামনিত এটা অহল-বহল আকাৰৰ গুহা দেখা পাই ৰাতিটো কটাবৰ কাৰণে দুয়ো তাত সোমাল। ভিতৰখন বেছ গৰম। বাহিৰৰ হাড়-কঁপোৱা ঠাণ্ডা গুহাৰ ভিতৰলৈ সোমাব পৰা নাছিল। ভিতৰখন যথেষ্ট বহলো আছিল। জুই ধৰি ভাত-পানী ৰান্ধি খাব পাৰি। ভিতৰত মমবাতি জ্বলাই লামা ওলাই গৈ বাহিৰৰ পৰা খৰি যোগাৰ কৰি আনিলে আৰু জুই জ্বলাই মোনাৰ পৰা পাত্ৰ এটা উলিয়াই ওচৰৰ জুৰি এটাৰ পানী আনি তুলি দিলে। লামা ভাত ৰন্ধাত ব্যস্ত হৈ

পৰিল । কেইবাদিনো ভালকৈ ভাত খোৱা নাই । ইপিনে বিজয়ে ৰাতি শোৱাৰ স্থান ঠিক কৰিবলৈ লাগিল । এবাৰ হাতত মম্‌ডাল লৈ কৌতূহলবশতঃ বিজয় গুহাৰ কিছু অভ্যন্তৰলৈ যাওঁতে যি দৃশ্য তেওঁৰ চকুত পৰিল তেওঁ অবাক হৈ পৰি ৰৈ গ'ল আৰু চিঞৰি লামাক মাতিলে– "বন্ধু ! চাই যোৱা এইবোৰ কি ?"

লামা লৰ মাৰি আহি দেখে তাত বহুত মাটিৰ পুতলা থুপ খাই আছে । বেছি ভাগেই জন্তুৰ মূৰ্তি । বাঘ, হাতী, ইয়াক, ড্ৰেগন । ইয়াৰ ভিতৰত কেইটামান বুদ্ধদেৱৰ মূৰ্তিও আছে । দেখিলেই অনুমান কৰিব পাৰি কোনো পূৰঠ হাতৰ শিল্পীৰ কাম । কিন্তু কোনে এৰি থৈ গ'ল ইয়াত পুতলাবোৰ ? শিল্পীজন নিশ্চয় এই গুহাটোৰ ভিতৰতেই বাস কৰিছিল । কিন্তু তেওঁ এইবোৰ এৰি ক'লৈ গ'ল ? মানুহে নিজৰ সৃষ্টি এনেদৰে এৰি থৈ যাব পাৰে জানো ? এই পৰিত্যক্ত পুতলাবোৰ দেখি বিজয় যিমান আচৰিত হ'ল, লামাৰ কিন্তু কোনো ভাবান্তৰ নঘটিল । কথাটো সাধাৰণ হিচাপেই লৈ মন্তব্য কৰিলে– "সম্ভৱ আগতে ইয়াত কোনোবা বৌদ্ধ ভিক্ষু আছিল আৰু তেৱেঁই এই পুতলাবোৰ তৈয়াৰ কৰিছিল হ'বলা । কাৰণ বহুতো ভিক্ষুৱে সুন্দৰ সৰু সৰু তথাগতৰ মূৰ্তি তৈয়াৰ কৰে ।"

কিন্তু লামাৰ উত্তৰত বিজয় সম্পূৰ্ণকৈ পতিয়ন নগ'ল । এই বিষয়ে ভাবি ৰহস্য উলিয়াবলৈ চেষ্টা কৰিলে । কিন্তু কোনো উৱাদিহ নেপালে । কোনে জানে, হয়তো কোনো হিংস্ৰ জন্তুৱে আহি শিল্পীজনক বাহিৰলৈ চোঁচোৰাই লৈ গৈছিল । ভিতৰত মৰা হ'লে হাত মূৰ পৰি থাকিলেহেঁতেন । এইবোৰ চিন্তাতে বিজয় গোটেই ৰাতি বৰ ভয়ে ভয়ে কটালে । লামা কিন্তু নিশ্চিন্ত হৈ শুই আছিল ।

পিচদিনা বিজয়হঁত এটা যথেষ্ট ওখ পাহাৰ বগাব লগীয়া হ'ল । পাহাৰটো বগাওঁতেই সন্ধিয়া হৈ গ'ল । গতিকে গুহা বিচাৰি এটা ৰাতি খপিবলগীয়া হৈছিল । সেই পাহাৰটো আছিল বনৰীয়া ভালুকৰ বাসস্থান আৰু বিচৰণভূমি । গতিকে বৰ সতৰ্ক হৈ থাকিবলগীয়া হৈছিল । কিন্তু ভাগ্য ভাল, কোনো ধৰণৰ উপদ্ৰৱ নোহোৱাকৈ ৰাতিটো পাৰ হ'ল । বিপদ-আপদত পৰিলে এটা মন্ত্ৰ উচ্চাৰণ কৰিব লাগে বুলি কৈছিল আৰু বিজয়ক শিকাইও দিছিল ।

পিচদিনা পাহাৰটো পাৰ হোৱাৰ পিচত বেছ কিছুদূৰ এটা

সমতল অঞ্চল অতিক্ৰম কৰিলে। দুখন গাঁৱো আছিল। পিচৰখন গাঁৱত ৰাতিটো কটাই পিচদিনা আকৌ যাত্ৰা কৰাৰ পিচত বাটত এইবাৰ এটা সৰু গিৰিপথ পালে। এইটো পাৰ হওঁতে খুব বেছি সময় লগা নাছিল।

গিৰিপথটো পাৰ হোৱাৰ লগে লগে বিজয়ে যি দেখিলে তেওঁৰ মন ৰোমাঞ্চিত হৈ গ'ল, শৰীৰ আৰু মন জুৰ পৰি গ'ল। এটা বিস্তীৰ্ণ সেউজীয়া উপত্যকা। সেই উপত্যকাৰ মাজেদি ওপৰৰ পৰা নীলা পানীৰ সোঁত এটা বৈ আহিছে। এখন সৰু নৈ, কিন্তু ধীৰ আৰু স্থিৰ আৰু তাৰ পানীত বৰফৰ টুকুৰাবোৰ ভাঁহি আহিছে। এই ক্ষীণ-স্ৰোতা নদীখনেই ব্ৰহ্মপুত্ৰ ; তিব্বতত যাৰ নাম চাংপো। এই চাংপো নদীখন বৰ সাধাৰণ যেন লাগি গ'ল। কিন্তু ভাৰতবৰ্ষৰ উত্তৰ-পূব প্ৰান্তৰ পাহাৰ, অৰণ্য আৰু জনপদৰ মাজেদি বৈ যোৱা এই একে ব্ৰহ্মপুত্ৰখনেই কিমান উত্তাল আৰু ভয়াবহ। প্ৰকৃতিৰ সংহাৰ ৰূপ যেন ভৈয়ামৰ মহাবাহু ব্ৰহ্মপুত্ৰৰ মাজতেই সুপ্ত হৈ আছে।

কিন্তু ডাঙৰ ডাঙৰ বৰফে আৱৰা এই নিৰ্জ্জ আৰু নিমাখিত যেন লগা এই নদীখন পাৰ হোৱাটো মুঠেই সহজ কথা নহয়। এতিয়া এইটো এটা ডাঙৰ বাধা। লক্ষ্যস্থল গাৰ্‌লা-মান্ধাতা পাবলৈ হ'লে এই বাধা যি কোনো প্ৰকাৰে লঙ্ঘন কৰিবই লাগিব। কিন্তু বৰফভৰা এই নৈখন পাৰ হোৱাৰ কোনো উপায় বিজয়ে বিচাৰি নেপালে। নৈৰ এই পাৰে কোনো গাঁও আৰু তেনেধৰণৰ বাহন নাই আৰু থকা হ'লেও পাৰ হ'ব নোৱাৰিলেহেঁতেন। কিন্তু নৈৰ সিটো পাৰে কিছুমান ঘৰ আৰু এটা মঠ দেখি বিজয়ৰ মনত কিছু আশাৰ সঞ্চাৰ হ'ল যদিও পাৰ কেনেকৈ হ'ব ভাবি নেপালে। লামাইও কোনো প্ৰকাৰৰ উপায়ৰ দিহা দিব নোৱাৰিলে।

তেনেতে ভগৱান বোধকৰো অলপ সদয় হ'ল। সিটো পাৰত থকা কেইটামান মানুহে বোধকৰো বিজয়হঁতৰ নিৰুপায় অৱস্থা দেখিছিল। সিহঁতে খুব জোৰেৰে চিঞৰি চিঞৰি নৈখনৰ উজানৰ পিনে হাত জোকাৰি জোকাৰি দেখুৱালে। তাকে দেখি দুয়ো উমানতে নৈৰ উজানৰ পিনে যাওঁতে হঠাৎ দেখিলে কটকটীয়া বেতেৰে তৈয়াৰী এখন ওলমা সাঁকো আছে। দুয়ো আনন্দত চিঞৰি দলংখনৰ কাষ চাপিলগৈ। কিন্তু সাঁকোখনৰ অৱস্থা আছিল জৰাজীৰ্ণ। নৈৰ দুয়ো পাৰে

থকা গছত গোটা বেত্ বান্ধি সাঁকোখন কৰা হৈছে। দেখা গ'ল, মাজৰ বহুত বেত পচি গৈছে। অভ্যাস নথকা মানুহৰ কাৰণে এনে সাঁকো পাৰ হোৱা মানে ভীষণ বিপদ মূৰত লৈ অগ্রসৰ হোৱা। কিন্তু ইয়াৰ বাহিৰে অন্য কোনো উপায় নাই। দুয়ো খুব লাহে লাহে সাৱধানে খুপি খুপি বেতৰ ওপৰেদি আগবাঢ়িবলৈ ধৰিলে। সাঁকোৰ মাজডোখৰত এনে প্রচণ্ডভাৱে লৰিবলৈ ধৰিছিল যে বিজয়ৰ ভৰি দুখন কঁপিবলৈ ধৰিছিল আৰু গভীৰ তলত থকা পানীত পৰি যাব যেন লাগি গৈছিল। অৱশ্যে ভগৱানৰ অসীম কৰুণাত দুয়ো এই দুৰ্লঙ্ঘ বাধা পাৰ হৈ সিটো পাৰে ভৰি দিলেগৈ।

নৈৰ পাৰত লাগি থকা গাঁওখনৰ নাম ছুং-ৰিভচি। ইয়াত এটা ডাঙৰ আৰু বিখ্যাত মঠ আছে। এই মঠৰ বিশেষত্ব হ'ল, বুদ্ধদেৱৰ মূৰ্তি থকা বেদীখনৰ উচ্চতা কমেও সত্তৰ ফুট হ'ব। অবিৰতভাৱে বাজি থকা ঘন্টাৰ ধ্বনিয়ে মঠটোৰ গাম্ভীৰ্য্য আৰু পৱিত্ৰতা চাৰিওপিনে প্রকাশ কৰি আছে।

গাঁওখনৰ আলহীঘৰত দুয়ো ৰাতিটো বৰ সুন্দৰভাৱে কটালে। দিনটোৰ দুখ-কষ্ট আৰু ভাগৰৰ পিচত ৰাতিৰ সাজ খাদ্যও দুয়ো বেছ আনন্দেৰে খালে। ৰাতিটোৰ ভাল টোপনিৰ পিচত পিচদিনা বিজয়ৰ শৰীৰ আৰু মন বেছ্ সজীৱ লাগি গ'ল। বহুত দনৰ মূৰত চাংপো নৈৰ শীতল পানীত গা ধোৱাত গোটেই শৰীৰ আৰু মন বৰ নিকা আৰু পৱিত্ৰ লাগি গ'ল।

বিশাল মঠটোৰ বাহিৰৰ বহল চোতালত ওলমি থকা ঘন্টাবোৰ বজাই বজাই সুদা ভৰিৰে বিজয় মঠৰ ভিতৰত প্ৰৱেশ কৰিলে। মঠটো বেছ ওখকৈ নিৰ্মিত। অভ্যন্তৰত বিৰাট বেদীৰ ওপৰত স্থাপিত বুদ্ধদেৱৰ শান্ত আৰু সৌম্য মূৰ্তি। বেদীৰ কাষত কেইবাজনো বয়সস্থ লামাই মৃদুভাৱে ঘন্টা-ধ্বনি কৰি একেটা সুৰত মন্ত্ৰ পাঠ কৰি আছে। মন্ত্ৰপাঠত গম্‌গমাই উঠা ধ্বনিৰ বাহিৰে অন্য কোনো শব্দ নাই। বাহিৰৰ যি কোনো শব্দৰেই যেন ইয়াত অনধিকাৰ প্ৰৱেশ। এটা প্ৰশান্ত আৰু নিৰ্জন পৰিবেশ।

লামাসকলৰ বিপৰীতে খুটা এটাত ভেঁজা দি বিজয় বহিল। পদ্মাসনৰ দৰে বহি তেওঁ চকুকিটা জপাই একান্ত আৰু একাগ্ৰচিত্তে সন্মুখৰ বেদীৰ ওপৰত থকা ধ্যানমগ্ন বুদ্ধদেৱৰ মূৰ্তিটো মনলৈ

আনিলে। তেওঁ তেতিয়া ইমান বাহ্যিক জ্ঞানশূন্য হৈ পৰিছিল যে সেই মূৰ্তি লাহে লাহে এটা নাৰী মূৰ্তিত ৰূপান্তৰিত হৈ গৈছিল। এটা পৰম শাশ্বত নাৰী মূৰ্তি– যাৰ কাৰণে সুদূৰ ভাৰতভূমিৰ পৰা দুৰ্গম পাহাৰ, ভয়াবহ অৰণ্য, নদ-নদী অতিক্ৰম কৰি আহি এই বৰফৰ ৰাজ্যত উপনীত হৈছেহি।

ইয়াত এতিয়া তেওঁৰ কোনো দুখ-ভাগৰ, কোনো দুশ্চিন্তা নাই। এই শান্ত আৰু সমাহিত পৰিবেশ আৰু মৃদু মন্ত্ৰ-ধ্বনিৰ মাজত বহুতদিনৰ পিচত তেওঁ নিজৰ মনৰ অন্তঃস্থলত সোমাবলৈ সুযোগ পালে। দেখিলে, মহাশ্বেতাৰ সেই শাশ্বত আৰু মহিমাময়ী অবয়ব তেওঁৰ অন্তৰত ক্ৰমাৎ স্পষ্ট হৈ আহিবলৈ ধৰিলে। মুখমণ্ডল পাতল বস্ত্ৰ আৱৰেণেৰে ঢকা মহাশ্বেতাই যেন সান্ত্বনাৰ স্বৰত কৈছে– "বীৰ্য্যবাহন! বহুত কষ্ট সহ্য কৰিছা তুমি। বহুত বিপদ–বিঘিনিৰ সম্মুখীন হ'লা। সকলোতেই তুমি জয়ী হৈছা। ব্যৰ্থতাই তোমাক পৰাজিত কৰিব পৰা নাই আৰু নোৱাৰে। তুমি পাৰিবা, তুমি সঠিক সময়তেই মোৰ কাষ চাপিবলৈ সক্ষম হ'বা। দুৰ্গম পথৰ বহু অংশ তুমি হেলাৰঙে অতিক্ৰম কৰি আহিলা। আৰু কিছু বাকী। সেইখিনিও তোমাৰ ধৈৰ্য্য আৰু সাহসেৰে সহজেই পাৰ হৈ আহিব পাৰিবা বুলি মই জানো। এনেদৰেই তোমাৰ এই মানৱী জীৱনৰ আটাইতকৈ মহত্বপূৰ্ণ অভিযান সম্পূৰ্ণ কৃতকাৰ্য্যতাৰে সম্পন্ন কৰিব পাৰিবা। ......তুমি আহি আছা বুলি মই জানো; আনকি তোমাৰ মই প্ৰতিটো ঘটনাই জানো। আৰু তুমিও নিশ্চয় জানা, মইও কিমান আগ্ৰহ আৰু উৎকণ্ঠাৰে তোমালৈ বৈ আছোঁ। মাত্ৰ কেইটামান দিন ধৈৰ্য্য ধৰা বীৰ্যবাহন...... ।"

এটা স্নিগ্ধ আনন্দৰ হাঁহি বিজয়ৰ ওঁঠত বিৰিঙি উঠিল। ইয়াৰ আগতে কোনোদিনেই তেওঁৰ মানসপটত মহাশ্বেতা ইমান স্পষ্টকৈ জিলিকি উঠা নাছিল। বৰফৰ মাজৰ পৰা ওলাই অহা এটা পৱিত্ৰ মূৰ্তিৰ দৰে যেন ধীৰে ধীৰে মহাশ্বেতাই ক'লে– "আজিৰ পৰা পাঁচ দিনৰ পিচতেই কৈলাশ আৰু গাৰ্‌লা মান্ধাতা গিৰিশৃঙ্গৰ কাষত থকা অন্য এটা পাহাৰত তুমি উঠিবা।"

আচৰিত হৈ বিজয়ে এটা অস্ফুট স্বৰত তেতিয়া সুধিলে– "কিন্তু মই জানো এতিয়াও আঠ দহ দিনৰ পথ বাকী। কেনেকৈ কৈছা তুমি পাঁচ দিনৰ পিচত তোমাক পাম্‌গৈ? এইটো অসম্ভৱ। চাৰিওপিনে

পাহাৰ আৰু বৰফৰ স্তূপ । এই বাধা...... ।”

—“মই জানো কৈছোঁ তোমাক চাৰিদিনৰ পিচত তুমি মোক লগ পাবা ? সেই পাহাৰটোত তুমি উঠিবা, য'ত তোমালৈ মই বৈ আছোঁ ।...... আৰু বাধা ? এই নৈসৰ্গিক বাধাবোৰো তুমি অনায়াসে অতিক্ৰম কৰিব পাৰিবা ।...... আৰু শুনা ! কৈলাশ আৰু গাৰ্‌লা মান্ধাতা শৃঙ্গৰ মাজৰ পাহাৰটোৰ ঠিক ওপৰৰ আকাশত নক্ষত্ৰটো খুব বেছি উজ্জ্বল হৈ তিৰবিৰাই থকা দেখিবা । সেইটোৱেই মোৰ চিন । যিটো দিশত উজ্জ্বল তৰাটো থাকিব তাৰ সোঁপিনে এটা ঠেক সৰু পথ দেখিবা । সেই পথেদিয়ে তুমি নিৰ্ভয়ে উঠি যাবা । তোমাৰ ভ্ৰম হোৱাৰ কোনো আশঙ্কা নাই । কাৰণ তোমাৰ আগে আগে তোমাক বাট দেখুৱাই অনা পথ-প্ৰদৰ্শক থাকিব । কিন্তু তোমাক সাৱধান কৰি দিছোঁ বীৰ্য্যবাহন ! তুমি অকলেহে এই পথটো ধৰিবা । লগত কাকো নিনিবা । আকৌ তোমাক সতৰ্ক কৰি দিওঁ, সেই পাহাৰটো কিন্তু সম্পূৰ্ণ বিপদমুক্ত নহয় । তোমাৰ অৱশ্যে কোনো ভয় নাই । ৰক্ষাকৰ্তাই তোমাক ৰক্ষা কৰিব । তথাপি তুমি চকু-কাণ সজাগ ৰাখিবা । মই তোমালৈ বৈ আছোঁ বীৰ্য্যবাহন !'

মানসপটত জিলিকি উঠা মহাশ্বেতা ধীৰে ধীৰে অন্তৰ্হিত হ'ল আৰু তেওঁৰ মিঠা আৰু কোমল স্বৰ বৌদ্ধ-লামাসকলৰ মন্ত্ৰ পাঠৰ গুণ্‌গুণনিৰ মাজত মিহলি হৈ একাকাৰ হৈ গ'ল । বিজয়ৰ মনটো সচকিত আৰু আকুল হৈ পৰিল যদিও এটা স্বৰ্গীয় আনন্দ তেওঁৰ অন্তৰত অনুভূত হ'ল । একেবাৰে বাস্তৱ যেন লাগি যোৱা এই মধুৰ দৃশ্যৰ কল্পনাৰ পৰা কঠোৰ জগতলৈ ঘূৰি নাহিবৰ কাৰণে একান্ত চেষ্টা কৰি তেওঁ তেতিয়াও চকু দুটা মুদি থাকিল আৰু সমস্বৰে গোৱা বৌদ্ধ-স্তোত্ৰৰ পৰা সৃষ্টি হোৱা অনুপম স্বৰ্গীয় ধ্বনিৰ গভীৰতাৰ মাজত লাহে লাহে নিজক নিমজ্জিত কৰিলে । এই আত্ম-নিমগ্নতাত তেতিয়া তেওঁ নিজৰ অস্তিত্ব পাহৰি গৈছিল, পাহৰি গৈছিল নৈসৰ্গিক জগতখনৰ প্ৰতিটো কথা আৰু স্তব্ধ হৈ গৈছিল মনৰ অনুভূতিও ।

ঠিক তেনে সময়তে বিজয়ৰ কান্ধত হাতখন থৈ পথসঙ্গী লামাই এটা গভীৰ অন্তৰঙ্গতা সনা অস্ফুট স্বৰত মাতিলে— ‘বিজয় !!’

এনেদৰে কেইবাদিনো দুয়ো পাহাৰ-ভৈয়াম অতিক্ৰম কৰি গৈ থাকিবলৈ ধৰিলে । পথৰ যেন অন্ত নাই । মনোমুগ্ধকৰ প্ৰাকৃতিক

দৃশ্যাৱলী পাৰ হৈ যোৱাৰ পিচত তেওঁলোকে পৃথিৱীৰ অন্যতম সৰ্ববৃহৎ হ্ৰদ 'নাম্-চ' পালেগৈ। এই হ্ৰদটোক টেংৰি বুলিও কোৱা হয়। এই হ্ৰদটো ভগৱানৰ এক অপূৰ্ব সৃষ্টি। চাৰিওফালে পাহাৰ আৰু শ্যামল গছ্-গছনিৰ মাজত এই হ্ৰদটো। দেখিয়েই বিজয়ৰ মনত ভাৱ খেলাই গ'ল। যেন ই স্থলভূমিৰ অভ্যন্তৰৰ এখন সাগৰ। কিন্তু এই প্ৰাকৃতিক শোভা চোৱাৰ অৱকাশ বা মানসিক অৱস্থা তেতিয়া বিজয়ৰ নাছিল। তেতিয়া তেওঁৰ একমাত্ৰ ধ্যান গাৰ্‌লা মান্ধাতাৰ কাষৰ কৈলাশ পাহাৰ। চকুৰে তেওঁ এই প্ৰাকৃতিক সৌন্দৰ্য্য চাই গৈছে ; তেওঁৰ মনৰ ভিতৰত বাৰে বাৰে অনুৰণিত হৈ আছে চাংপো নৈৰ এইপাৰে থকা চুংৰিভ্‌চি গাঁওখনৰ সেই বিশালকায় মঠটোৰ ভিতৰত বহি থাকোতে সপোন অথচ দৈৱবাণী যেন ভাঁহি অহা সেই গুৰু-গম্ভীৰ কথাবোৰ।

এই বিৰাট হ্ৰদটো দেখাৰ লগে লগে কিবা এটা আনন্দত বিজয়ৰ মনটো ভৰি গ'ল। আনন্দৰ হাঁহি মুখত বিৰিঙি উঠি তেতিয়া চিকিৎসক লামাই ক'লে– "এতিয়া নিশ্চয় তোমাৰ মনটো ভাল লাগিছে নহয়নে ? এই বিশাল হ্ৰদ আৰু তাৰ নিৰ্মল ফটফটীয়া পানী দেখিলে কাৰ মন ভাল নেলাগিব ? আমি সৌ গছ্‌জোপাৰ তলত বহি কিছুসময় জিৰণি লৈ কিবা অলপ খাই লওঁ। তাতে জুই ধৰি অতি সোনকালে যৱধানৰ চাউলৰ ভাত সিজাম। এই হ্ৰদৰ পানী বৰ সোৱাদ। কিন্তু বেছি খাব নোৱাৰি। কাৰণ বৰ ঠাণ্ডা। কিন্তু ইয়াৰ পানী খাব পাৰিলে শৰীৰলৈ শক্তি আহে। গতিকে পানী গৰম কৰি লৈ যিমান পাৰোঁ খাই লম আৰু বাটৰ কাৰণে লৈ যাম। ইয়াতেই জিৰাই লৈ আহাৰ কৰাৰ কথা কিয় কৈছোঁ জানিছা ? ইয়াৰ পিচতেই আমি অতি ওখ গিৰিপথেদি সন্মুখৰ পাহাৰটো পাৰ হ'ব লাগিব। এই পাহাৰটো পাৰ হোৱাৰ পিচতহে কৈলাশ পাহাৰৰ শৃঙ্গটোৰ এটা অংশ দেখিবলৈ পাম।

লামাৰ কথা মতে হ্ৰদৰ কাষৰ গছ্ এজোপাৰ তলত সৰু চাউলৰ ভাত সিজাই নিমখেৰে খাই দুয়ো ভোক গুচালে আৰু তাৰপিচত পানী গৰম কৰি পানী ভৰাই ললে। কিছু সময় জিৰাই হ্ৰদৰ পানী খাই দুয়ো আকৌ গিৰিপথেদি যাত্ৰা আৰম্ভ কৰিলে। এইটো আছিল যথেষ্ট কষ্টকৰ পথ। অৱশেষত দুয়ো সেই দীঘলীয়া গিৰিপথটোৰ শৃঙ্গটো পালেগৈ। উস্, কম ওখ নহয়। তললৈ চাব নোৱাৰি। অতি ভয়াবহ। তললৈ

চালেই ভৰি কঁপিবলৈ ধৰে। দুয়ো এজোপা গছৰ তলত সমতল ঠাইত বহিল। বহু সময় জিৰণি লৈ ভালকৈ দুয়ো খাই-লৈ কাপোৰ পাৰি মাটিত বেছ কিছুসময় শুলে।

পাহাৰৰ শীৰ্ষস্থানৰ সমতল ভূমিত ক'ব নোৱাৰাকৈয়ে বিজয়ৰ বৰ ভাল টোপনি আহি গৈছিল। বিজয়ৰ গাটো বাৰে বাৰে জোকাৰি লামাই কেইবাবাৰো চিঞৰাত সাৰ পাই উঠিল আৰু আতঙ্কগ্ৰস্ত হৈ পৰা লামালৈ চালে। লামা একেবাৰে বিজয়ৰ গাৰ কাষত বহি কিবা এটা বিহ্বল দৃষ্টিৰে সন্মুখৰ পিনে চাই আছে। লামাৰ এনে ভয়ৰ ভাব দেখি বিজয়ো আচৰিত হ'ল। লামালৈ চাই সুধিলে "কি হ'ল লামা ??"

লামাই প্ৰায় মনে মনে কোৱাৰ দৰে ক'লে– "কি ভয়ানক শব্দ! মোৰ বুকু কঁপি গৈছিল। এতিয়াও কঁপি আছে। চোৱা, মোৰ বুকুখন। উস্ এনেকুৱা শব্দ মই কেতিয়াও আগতে শুনা নাই। উঠা, সোনকালে আমি বোধকৰো ইয়াৰ পৰা নামি যোৱাই ভাল।"

লামাৰ এই অলাগতিয়াল কথাবোৰত বিজয়ৰ খং উঠি গ'ল। কি আগ গুৰি নোহোৱা কথা কৈছে! কিহৰ শব্দ শুনিলে ? কি দেখিলে ?

"কিহৰ শব্দ শুনিলা লামা ? কি দেখিলা ?"

"দেখা নাই, দেখা হ'লে কিজানি মোৰ প্ৰাণ বায়ু ওলাই গ'লহেঁতেন। ভগৱান বুদ্ধৰ অসীম দয়া, মই জন্তুটো নেদেখিলোঁ।"

"কি জন্তু ?" অধৈৰ্য্য হৈ বিজয়ে ধমকি মাৰি উঠিল।

"বাঘ। বাঘৰ শব্দই হ'ব লাগিব। কিন্তু কি গোজৰণি। আমাৰ এই তিব্বতত বাঘৰ এনেকুৱা বিৰাট গোজৰণি মই কেতিয়াও শুনা নাই। এবাৰ নহয়, তিনি চাৰিবাৰ মাতিছে। ভয়ত মোৰ জীৱটো ওলাই যাব যেন পাইছিলোঁ। উস্তথাগত ভগৱান......"

বিজয়ৰ অন্তৰখন অদ্ভুতভাৱে আন্দোলিত হৈ উঠিল। গিৰিপৃষ্ঠে থিয় হৈ উত্তেজিত ভাৱেৰে চাৰিওপিনে এবাৰ চাই সুধিলে– "কোন পিনে বাঘৰ গোজৰণি শুনিবলৈ পাইছিলা ?"

লামাই সন্মুখৰ পিনে দেখুৱাই দিলে যিপিনেদি পাহাৰৰ পৰা তললৈ নামি যোৱা হাবিৰে ভৰা বাটটো আছে। বিজয়ৰ বুজিবলৈ বাকী নাথাকিল সেই বাঘটো কোন আৰু গোজৰণিৰে বুজাই দিয়া বাঘৰ ইঙ্গিতটোও অবোধ্য হৈ নাথাকিল। বিজয়ৰ উত্তেজনা আৰু অস্থিৰতা দেখি লামাও আচৰিত হ'ল আৰু বৰ কৌতূহলেৰে বিজয়লৈ

চালে ।

ইতিমধ্যে বিজয়ে পিঠিত বেগটো বান্ধি হাতত লাঠিডাল লৈ যাত্ৰাৰ বাবে সাজু হৈ পৰিছে । বিজয়ে লামাক ক'লে– "লামা, আমি ইয়াত অলপো পলম নকৰি এতিয়াই আকৌ যাত্ৰা আৰম্ভ কৰিব লাগে ।......"

লামাই উত্তৰ দিলে– "কিন্তু আমি আজি ৰাতি ইয়াতে কটাম বুলি সৌ গছজোপা ঠিক কৰিছোঁ আৰু তাৰ তলত ভাত ৰান্ধিম বুলি ঠাই ঠিক কৰিছোঁ । জ্বলাবলৈ খৰিও যোগাৰ কৰি থৈছোঁ আৰু এটা কথা, আমি এতিয়া ইয়াৰ পৰা নামি গ'লে নামনি পাওঁতে আন্ধাৰ হৈ যাব । তেতিয়া আমাৰ বেছিহে বিপদ হ'ব পাৰে । পাহাৰৰ নামনিত গধূলি বা ৰাতি গৈ পালেগৈ তাত আমি ক'ত থাকিম ? কি কৰিম ?"

লামাৰ ব্যাখ্যা শেষ নহ'ল । তাৰ আগতেই বিজয়ে মুখ পাতি ধৰি উত্তৰ দিলে– "ওহো লামা, ইয়াত থকা নহ'ব । ইয়াত থকা উচিত নহ'ব । এতিয়াও সময় আছে । আমি বেগেৰে তললৈ নামি গ'লে সোনকালেই নামনি পামগৈ ।"

"কিন্তু তোমাৰ কি হ'ল ? তুমিয়েইতো ইয়াত থকা হ'ব বুলি কৈছিলা– ।"

"কৈছিলোঁ লামা । কিন্তু এতিয়া মোৰ মনে কৈছে ইয়াৰ পৰা অতি সোনকালে যোৱাই মঙ্গল ।"

"ঠিক আছে, ...... ।"

তাৰপিচত তাত সময় নষ্ট নকৰি দুয়ো নতুন উৎসাহেৰে আকৌ নামি যাবলৈ ধৰিলে । তেতিয়া বেলিটো মাজ আকাশৰপৰা পশ্চিমলৈ ঢাল খাবলৈ ধৰিছে যদিও মাজে মাজে ডাৱৰে আকাশখন ছানি আছিল । হয়তো বাটত ক'ৰবাত বৰষুণ হৈছে । নহ'বও পাৰে । পাহাৰীয়া বতৰৰ এইটোৱেই ৰীতি । তথাপি এইবোৰলৈ কেৰেপ নকৰি দুয়ো নামি যাবলৈ ধৰিলে । যিমান সোনকালে নামনি পাবগৈ সিমানেই তেওঁলোক নিৰাপদ । নামি যোৱা বাটত অটব্য হাবি-বননি অতিক্ৰম কৰাৰ বাধাৰ বাহিৰে অন্য কোনো ধৰণৰ অসুবিধা নেপালে । বাটত মাত্ৰ মাজে মাজে ক্ষন্তেক বৈ পানী খালে । গিৰিপথত নামি যোৱা এই পদ যাত্ৰাত বিজয়ে এটা জান্তৱ প্ৰাণীৰ অস্তিত্ব অহৰহ অনুভৱ কৰিছিল । তেওঁলোকৰ সন্মুখৰ পথেদি এটা দূৰত্ব ৰক্ষা কৰি বাঘটো যেন আগবাঢ়ি

গৈ আছিল, যিটো লামাই অকণো অনুভৱ কৰা নাছিল। বিজয়ৰ প্ৰতিটো খোজত থকা উৎসাহ দেখি বৰং লামাৰ ভিতৰত বেছি কৌতূহলৰহে সৃষ্টি হ'ল। যি কি নহওঁক, বিজয় আৰু লামা যেতিয়া গিৰিপথৰ উঠা-নমা অতিক্ৰম কৰি আহি নামনিত ভৰি দিলেহি তেতিয়া আকাশখন অন্ধকাৰাচ্ছন্ন হৈ আহিছিল যদিও ৰাতিৰ আন্ধাৰে তেতিয়াও পাহাৰ ঘেৰা এই পৃথিৱীখন সম্পূৰ্ণ গ্ৰাস কৰি পেলোৱা নাছিল। দুয়ো স্বস্তিৰ নিশ্বাস পেলালে। কিন্তু গোটেই শৰীৰ আৰু মন ভাগৰত একেবাৰে কাহিল হৈ পৰিছিল। ভোক পিয়াহ আৰু ভাগৰে একেবাৰে হেঁচা মাৰি ধৰিছিল। কিবা এটা খাই জুই একুৰাৰ কাষত শুই দিব পাৰিলে দুৰ্ঘোৰ টোপনি আহিব। কিন্তু এই নতুন আৰু অচিনাকি নিৰ্জন নামনি অঞ্চলত ক'ত আছে খাদ্য আৰু বাসস্থান। আনকি নিজে কষ্ট কৰি তাৰ ব্যৱস্থা কৰাৰ শক্তিকণো তেতিয়া তেওঁলোকৰ নাছিল। পাহাৰৰ পৰা নামি আহি দুয়ো নামনিত থকা ডাঙৰ শিল এছটাৰ ওপৰত কিছুসময় বহি ৰাতিটো ক'ত কটাব সেই বিষয়ে ভাবিবলৈ ধৰিলে। এতিয়া তেওঁলোকৰ লগত পানীৰ বাহিৰে একো নাই। যিখিনি চাম্পা আছিল সেয়া বাটত খাওঁতেই শেষ হ'ল। এতিয়া কি কৰা যায়। এই নিৰ্জন মৰু প্ৰান্তৰৰ নিচিনা কোনো নৰ-মনিচৰ চিন নথকা এই বিশাল সমতল ভূমিত ক'ত কি পাব ? এনেকৈ এই শিলটোৰ ওপৰত বহি থাকিলে যেতিয়া ৰাতি অন্ধকাৰে আৱৰি ধৰিব, তেতিয়া ৰাতিৰ বন্য হিংস্ৰ জন্তুবোৰৰ বিচৰণ ঘটিব, তেতিয়া বিজয় আৰু লামা সিহঁতৰহে খাদ্যত অতি সহজতে পৰিণত হৈ যাব। ভালুক আৰু সৰুফুটীয়া বাঘ এইটো অঞ্চলত ব্যাপকভাৱে ঘূৰি ফুৰে। কেৱল এয়ে নহয়, এটা এটা ক্ষণ পাৰ হৈ যোৱাৰ লগে লগে তীব্ৰ ঠাণ্ডা আৰু হাড় কঁপোৱা বতাহে ইতিমধ্যে বিজয়হঁতক কঁপাবলৈ আৰম্ভ কৰিছে।

এনে এটা নিঃসহায় অৱস্থাৰ মাজত লামাই ক'লে– "এতিয়া কি লাভ হ'ল কোৱা ? ৰাতিটো আমি গিৰিপথৰ সেই মাজ ভাগত কটোৱা হ'লে এনে বিপদৰ সম্মুখীন নহ'লোহেঁতেন। এতিয়া আমি ক'ত থাকিম আৰু কি খাম তাৰ কোনো উপায় বিচাৰি পোৱা নাই। যিটো বুজিছোঁ, ওচৰতো কোনো গাঁও নাই। আনকি ওচৰত ডাঙৰ গছ এজোপাও দেখিবলৈ পোৱা নাই।"

লামাই ভেৰ্‌ভেৰাই বকি থাকিলহেঁতেন। কিন্তু বিৰক্তি প্ৰকাশ

কৰি বিজয়ে ভেকাহি মাৰি লামাৰ মুখখন বন্ধ কৰি দি ক'লে– "ধৈৰ্য্য নেহেৰুৱাবাচোন বন্ধু ! অলপ সময় মনে মনে ভাবিবলৈ দিয়া । তুমি চুপথাকা ।..."

বিজয়ৰ কথাও শেষ নহ'ল । তাৰ আগতেই অনতিদূৰৰ পৰা বাঘৰ সেই গৰ্জন ভাঁহি আহিল । আকৌ এনে আচম্বিত গৰ্জনত চক্‌খাই ভয়াতুৰ লামাই চিঞৰ মাৰি বিজয়ক ভয়ত সাৱট মাৰি ধৰিলে । কিন্তু বিজয়ে লামাক গাৰপৰা আঁতৰাই দি কাণখন আকৌ থিয় কৰিলে । ক্ষন্তেক পিচতেই আকৌ বাঘটোৱে গুজৰি উঠিল । য'ৰপৰা গোজৰণি আহিছিল সেই ঠাইলৈ বিজয়ে চালে । কিন্তু লাহে লাহে আন্ধাৰ হৈ অহাৰ কাৰণে স্পষ্টকৈ একো নেদেখিলে । মাত্ৰ সেইপিনে এটা অস্পষ্ট ছাঁ থকা যেন অনুমান কৰিলে । লামাই তেতিয়াও ভয়ত বিজয়ৰ হাতখন খামোচমাৰি ধৰি আছিল । ...আকৌ এবাৰ বাঘৰ গোজৰণি । এইবাৰ গোজৰণিটো অলপ দীঘলীয়া । যেন সি বিজয়ইঁতক মাতিছে । তৃতীয় গোজৰণিৰ পিচত বিজয়ৰ মনটো কিবা এটা আশাৰে ভৰি গ'ল । নিশ্চয় কিবা এটা ভালৰ কাৰণেহে বাঘটোৱে এনেদৰে গুজৰিছে । একেবাৰে নিৰাশাৰ মাজত তেওঁৰ মনটো আশা আৰু আনন্দেৰে উৎসাহিত হ'ল । আনপিনে কিন্তু লামা তেতিয়াও থৰ্ থৰকৈ কঁপিবলৈ ধৰিছে ।

বিজয়ৰ এনে এটা ইতঃস্তত ভাৱৰ মাজত আকৌ এবাৰ বাঘটোৱে গুজৰি উঠিল । এইবাৰ চিঞৰটো তীব্ৰ । এই চিঞৰ শুনি শৰীৰ আৰু মনৰ সকলো জড়তা জাৰি-জোকাৰি থিয় হ'ল আৰু বাঘৰ চিঞৰৰ পিনে অগ্ৰসৰ হ'ল । লামা হতভম্ব । "ক'লৈ যোৱা ?" তেওঁৰ মুখৰ পৰা প্ৰশ্ন ওলাল ।

"মোৰ পিছে পিছে আহি থাকা । মুখেৰে নেমাতিবা । শব্দ নকৰিবা ।"

"কিন্তু সৌটো কিহৰ ছাঁ ? কি সেইটো ?"

"সেইটো বাঘ । আৰু মুখেৰে নেমাতিবা । মনে মনে আহি থাকা ।"

তাৰ পিচত দুয়ো আশা-নিৰাশাৰ মাজেৰে সম্মুখত লাহে লাহে গৈ থকা চাৰিঠেঙীয়া ছাঁটোৰ পিছে পিছে গৈ থাকিবলৈ ধৰিলে । গৈ থকাত অৱশ্যে কোনো কষ্ট নাছিল । কাৰণ সেয়া আছিল সমতল ভূমি !

আশা-আকাঙ্খাৰ মাজেদি এইদৰে প্ৰায় আধা ঘন্টামান যোৱাৰ পিচত তেওঁলোকে যি শব্দ, কোলাহল শুনিলে তেওঁলোকৰ মনৰ ভিতৰত থকা আশঙ্কা আৰু সকলো নৈৰাশ্য নিমিষতে অন্তৰ্হিত হৈ গ'ল। যদিও কাকো দেখা নাছিল, কিন্তু দুয়ো শুনিলে অনতিদূৰত বহুত মানুহৰ কথা-বতৰা, কল্‌কলনি। দুয়োৰে মন আনন্দত নাচি উঠিল। যি মানুহৰ মাত-কথা বতাহত ভাঁহি আহিছে সেয়া শত্ৰু ভাৱাপন্ন মানুহো হ'ব পাৰে, তথাপি তো সেয়া মানুহ।

মাজত থকা সৰু এটুকুৰা হাবি পাৰ হৈ যোৱাৰ পিচতেই তেওঁলোকে দেখিলে মুকলি পথাৰৰ নিচিনা এটুকুৰা ঠাইত কেইবাটাও তুম্বু তৰা আছে। কাষত গছ-গছনি। সেই তম্বুৰ পৰা পোহৰ ওলাইছে। তম্বুবোৰৰ বাহিৰৰ মুকলি ঠাইত একুৰা ডাঙৰ জুই। ৰঙা শিখা মেলি দপ্‌দপ্‌কৈ জুই জ্বলি আছে। তাৰ পোহৰত দেখা পোৱা গ'ল, কিছুমান মানুহ জুইৰ ওচৰত বহি কিবা খাই আছে আৰু মাজে মাজে কিবা কিবি কথা কৈ খুব হাঁহিছে। সেই দলটোত কেৱল পুৰুষেই নাই। দুই তিনিজনীমান মাইকী মানুহ থকা বুলিও দূৰৈৰ পৰা অনুমান হ'ল। মানুহবিলাকৰ হাঁহি খিকিন্দালিত বিজয়ে অনুমান কৰিলে এই মানুহবোৰে বোধকৰো শত্ৰুতা আচৰণ নকৰিব। আনন্দৰ উলাহতে তেওঁলোকক বাট দেখুৱাই অনা বাঘটোৰ কথা বিজয়ে ক্ষন্তেক সময়ৰ কাৰণে পাহৰি গৈছিল। ছাটকৈ মনত পৰাত চাৰিওপিনে এবাৰ চালে। কিন্তু বাঘটো নিমিষতে ক'ত হেৰাই গ'ল একো শুংসূত্ৰ বিচাৰি নেপালে।

তেতিয়ালৈ তেওঁলোক সেই ৰং-আনন্দত মতলীয়া হৈ পৰা মানুহজাকৰ কাষ চাপি আহিছিল। লামাৰ মুখত এতিয়া পূৰ্বৰ করুণতা আৰু অসহায় ভাৱ নাই। মুখত হাঁহি বিৰিঙি উঠিছে। প্ৰায় হালধীয়া হৈ পৰা দাঁতকিটা মেলি লামাই যি আনন্দৰ হাঁহি মাৰিছে, চেপেটা নাকৰ সৰু সৰু চকুকিটা নোহোৱাৰ নিচিনাই হৈ পৰিছে। সিহঁতৰ কাষচাপি অহাৰ লগে লগে কোনো আগ-পাছ নুশুনি আনন্দৰ আতিশয্যত লামাই 'হেই' বুলি চিঞৰি সিহঁতৰ ভাষাতে কিবা এটা আটাহ পাৰি ক'লে। জুইৰ কাষত বহি আনন্দত মগ্ন হৈ থকা মানুহবোৰে এই চিঞৰত তৎক্ষণাৎ স্তব্ধ হৈ গ'ল আৰু সিহঁতৰ ভিতৰৰে কোনোবা এটাই খুব জোৰেৰে চিঞৰি লামাক কিবা সুধিলে। লামাইও চিঞৰি উত্তৰ

দিলে। মানুহবোৰৰ মাজত সাময়িকভাৱে সৃষ্টি হোৱা উত্তেজনা শাম কাটিলে। কিন্তু দুই তিনিটা মানুহ থিয় হৈ বিজয়হঁতৰ পিনে কৌতূহলেৰে চালে। তেনে সময়তে এই চিঞৰ-বাখৰৰ মাজতেই তম্বুৰ ভিতৰৰ পৰা এটা তুলনামূলকভাৱে ওখ মানুহ ওলাই আহিল। দেখাত বেছ সুঠাম। তিব্বতী নহয় যেন লাগে। হাতত এটা বন্দুক। বন্দুকটো পৌৰাণিক ধৰণৰ। মানুহটোৰ চকু দুটা বেছ ৰঙা। দৃষ্টি-উদ্‌ভ্ৰান্ত। তম্বুটোৰ পৰা ওলাই অহা বন্দুকধাৰী মানুহটোক দেখি বিজয়হঁত যিমান আচৰিত হ'ল, তাতোকৈ বেছি আচৰিত দৃশ্য এটা তেওঁলোকৰ চকুত পৰিল। মানুহটো ওলাই অহাৰ পিছে পিছে এজনী গাভৰু ওলাই আহি মানুহটোৰ কান্ধত ধৰি থিয় হ'ল। এই পাহাৰী পৰিবেশত এই গাভৰু ছোৱালীজনী আছিল ধুনীয়া-ভৰপূৰ যৌৱনৱতী! সাধাৰণ ছোৱালীতকৈ ওখ। শৰীৰৰ প্ৰতিঅঙ্গত যেন স্বাস্থ্যৰ সুষমা। ইমান ধুনীয়া তিব্বতী ছোৱালী আগতে কেতিয়াও বিজয়ে দেখা নাই। অৱশ্যে একেবাৰে ওচৰৰ পৰা খুব সূক্ষ্মভাৱে লক্ষ্য কৰিলেহে ছোৱালীজনী যে তিব্বতী বুজিব পাৰি। কিন্তু মানুহটো যে তিব্বতী নহয়, সেইটো সহজে কৈ দিব পাৰি।

কিন্তু এতিয়া এইবোৰ চিন্তা-ভাৱনা কৰাৰ সময় নাই! মানুহটোৱে ওলাই আহি বন্দুকটো বিজয়হঁতৰ পিনে পোনাই অতি কৰ্কশ স্বৰত হিন্দী মিহলি এটা অদ্ভুত ধৰণৰ ভাষাত সুধিলে– "কোন তহঁত ? কি লাগে ইয়াত ? ক'ৰ পৰা আহিছ ? উত্তৰ দে তৎক্ষণাৎ। ঠিক ঠিক উত্তৰ দিব নোৱাৰিলে মই গুলী কৰিম। উত্তৰ দে–"

এনে আচম্বিত ঘটনাত বিজয় অবাক হৈ পৰিল। কিন্তু ভয় নেখালে। লামাৰ অৱস্থাহে শোচনীয় হ'ল। তেওঁ কঁপি কঁপি হাতখন ওপৰলৈ দাঙিলে। আকৌ বন্দুকধাৰীৰ হুঙ্কাৰ শুনা গ'ল– "তই হাত দাং। উত্তৰ দে এতিয়া তহঁতৰ মতলব কি ? কি উদ্দেশ্য লৈ আমাৰ ইয়ালৈআহিছ ?"

তেতিয়া লামাই কঁপি কঁপি কিবা কিবি ক'লে আৰু বোধকৰো এটা ৰাতিৰ কাৰণে আশ্ৰয় বিচাৰিলে। লামাৰ কথা শুনি মানুহটো অলপ শান্ত হোৱা যেন লাগিল। হাতৰ বন্দুকটো নমাই কাষৰ গাভৰুজনীলৈ চালে। ক্ষন্তেক আগতে থকা মুখৰ ৰুক্ষতা নাই। গাভৰুজনীয়েও এটা হাঁহিৰে কিবা এষাৰ ক'লে। ছোৱালীজনীৰ

হাঁহিটোও ধুনীয়া ।

জুইৰ কাষত বহি থকা মানুহকিটাই লামা আৰু বিজয়ক সিহঁতৰ ওচৰলৈ মাতিলে আৰু বহিবলৈ দিলে । জুইৰ উম পাইহে যেন বিজয়ৰ শৰীৰত প্ৰাণ ঘূৰি আহিল । ইমান সময় থক্থক্কৈ কঁপি আছিল । এনেতে কোনোবা এটাই এটা মাটিৰ পাত্ৰত পানী আৰু এখন পাতত জুইত পোৰা মাংস আনি বিজয়হঁতৰ আগত থলে । ভোক আৰু পিয়াহত দুয়ো অস্থিৰ হৈ পৰিছিল । কাকো একো নোসোধাকৈ দুয়ো গো-গ্ৰাসে খাবলৈ ধৰিলে । সেয়া আছিল বন-গাহৰিৰ মাংস । পানীয়খিনি আছিল মদ-জাতীয় উত্তেজক পানী । সৰু ধানৰ চাউলেৰে এনে ধৰণৰ মদ তৈয়াৰ কৰা হয় । খাই উঠাৰ পিচত বিজয়ৰ শৰীৰ আৰু মন খুব ভাল লাগি গ'ল । শৰীৰলৈ যেন নতুন শক্তি ঘূৰি আহিল । মনটোও আনন্দ আৰু উৎসাহত ভৰি পৰিল ।

ইমান সময় বিজয়ে তললৈ মূৰ কৰি খোৱাতহে ব্যস্ত আছিল । মূৰ দাঙি এবাৰো চোৱা নাছিল । খোৱাৰ পিচত এবাৰ এনেয়ে চাৰিওপিনে চাওতে দেখিলে মানুহবোৰে অতি কৌতূহলেৰে তেওঁলোকক চাই আছে । তাতোকৈ বেছি আশ্চৰ্য্যজনক, বন্দুকধাৰী হিংস্ৰ প্ৰকৃতিৰ মানুহটোৰ কাষত থিয় হৈ থকা গাভৰুজনীয়ে অতি আগ্ৰহ আৰু পৰম কৌতূহলেৰে বিজয়লৈ একান্তমনে চাই আছে । মুখত এটা মিঠা হাঁহি । বিজয়ো আচৰিত হ'ল । কি চাইছে বিজয়ক ইমান আগ্ৰহেৰে ছোৱালীজনীয়ে ? আকৌ এবাৰ মূৰ তুলি চাওঁতে ছোৱালীজনীৰ চকুৱে চকুৱে পৰাত বিজয়ে তললৈ মূৰ কৰি দিলে ।

এই ছোৱালীজনী কোন ? সেই মানুহটোৱেই গিৰীয়েক নেকি ? কিন্তু মানুহটোতো তিব্বতী নহয় । তেনেহলে ইমান ধুনীয়া তিব্বতী গাভৰুজনীক সেই মানুহটোৱে পালে কেনেকৈ ??...... এই ৰহস্য, অৱশ্যে কোনো দিনাই সমাধান নহ'ব !!

অৱশেষত বিজয়হঁত গাৰ্‌লা মান্ধাতা পাহাৰৰ ওচৰৰ গাঁওখন পালেগৈ । ঘৰ এৰা এমাহ পাৰ হৈ গ'ল । প্ৰত্যেকদিনে লিখি যোৱা দিন-পঞ্জীবোৰ চাই যাওঁতে তেওঁ ঘৰ এৰাৰ সঠিক দিনটো ওলাই পৰিল । বিজয়ৰ সঙ্গী লামা চিকিৎসকজনৰ শেষ লক্ষ্যস্থান এই গাঁওখন । ইয়াতেই হেনো তেওঁৰ কেইবাটাও বেমাৰী আছে । বহুদিনীয়া বেমাৰ । সকলোবোৰেই মৃগীজাতীয় বেমাৰ । এই জাতৰ

বেমাৰ হেনো বিজয়ৰ সঙ্গী এই চিকিৎসকজনেহে ভাল কৰিব পাৰে। কিবা এটা বন-দৰৱ তিনিদিন বেমাৰীৰ নাকত শুঙুৱাই দিয়ে আৰু তাৰ পিচতেই হেনো অলৌকিকভাৱে বেমাৰীটো ভাল হৈ যায়। গাঁওখন খুব ডাঙৰ নহয়। পাহাৰ আৰু সমতল। ঘৰবোৰ দূৰে দূৰে আছে। গাঁওখনত সোমাই যিখন ঘৰৰ পদূলিত ভৰি দিলে, দেখিলেই বুজিব পাৰি যে সেই মানুহ ঘৰৰ অৱস্থা বেছ স্বচ্ছল। আগফালৰ চোতালত থকা গছ্ এজোপাত এটা ডাঙৰ ইয়াক্ গৰু বান্ধি থোৱা আছে। তেতিয়া আবেলি হৈ গৈছে। তেতিয়াও চোতালত এখন ঢাৰীত সৰু সৰু কনী ধান শুকুৱাই থোৱা আছে। মস্ত মস্ত কুকুৰো দুটা মান আছে।

প্ৰথমতে দেখাত ঘৰত কোনো নাই যেনেই লাগিছিল। লামাই বেছ্ চিঞৰি চিঞৰি ঘৰৰ মানুহবোৰক মাতিলে। অলপ পিচতেই ভিতৰৰ পৰা এগৰাকী মাইকী মানুহ আৰু দুটা সৰু সৰু ল'ৰা-ছোৱালী ওলাই আহিল। আহিয়ে লামাক দেখি এটা আনন্দৰ হাঁহি মাৰি তেওঁলোকৰ ভাষাতে ভিতৰলৈ চিঞৰি কিবা কিবি ক'লে। ভিতৰৰ পৰা এজন মানুহ আৰু লগত এজনী ছোৱালী ওলাই আহিল। ছোৱালীজনীৰ বয়স ১৪/১৫ বছৰ মান হ'ব। প্ৰথমে ওলাই অহা মানুহজনী বেছ গাভৰু। বয়স ২৭/২৮ বছৰ যেন অনুমান হয়। বেছি ওখ নহয় যদিও সুঠাম স্বাস্থ্যৰ অধিকাৰিণী। বগা আৰু গাল দুখন টক্‌টক্‌কৈ ৰঙা। মূৰত এখন কাপোৰ বন্ধা। দুডলীয়া বেণী গুঠিছে। তলৰ পৰিধান এখন ক'লা মেখেলা। দীঘল হাতৰ চোলা। চকুৰ পচাৰতে কেইবাজনো মানুহ গোট খাই গ'ল। আধাবয়সীয়া মানুহজন বেমাৰী। প্ৰথমতে সেইজন মানুহেই আঁঠু কাঢ়ি মাটিত হাত দুখন দি সেৱা কৰিলে। তাৰপিচত গাভৰু মানুহজনীয়ে। এইজনী সম্ভৱ মানুহটোৰ ঘৈণীয়েক। এটা এটাকৈ সকলোৱে সেৱা কৰাৰ পিচত আকৌ হাঁহি আনন্দৰ উল্লাস ঘৰখনত বিয়পি পৰিল। ইমান সময় কোনেও বিজয়ক বৰকৈ মন কৰা নাছিল। মতা মানুহজনে বিজয়লৈ চাই এটা আশ্চৰ্য্য ভাৱ প্ৰকাশ কৰি লামাক কিবা সুধিলে। লামাই বিজয়ৰ কথা ক'লে আৰু গাৰ্‌লা মান্ধাতাৰ কাষৰ শৃঙ্গটোলৈ যে আহিছে সেই কথাও ক'লে। এই কথা শুনি গোটেই মানুহজাকে আচৰিত হৈ বিজয়লৈ চালে। ওচৰৰ ঘৰ এটাৰ পৰা ওলাই অহা বুঢ়া এজনে মূৰটো

জোৰেৰে লৰাই লৰাই আৰু গাৰ্‌লা মান্ধাতা পাহাৰ থকা দিশটোৰ পিনে হাতখন দেখুৱাই এটা ভয় বিহ্বল স্বৰেৰে লামাক কিবা কিবি ক'লে। ভালকৈ কথাবোৰ ক'ব নোৱাৰিলে। কাঁহে বুঢ়াৰ কথাবোৰত বাধাৰ সৃষ্টি কৰি দিলে। বুঢ়াৰ কথা বিজয়ে একো বুজা নাছিল। লামাই ক'লে– "বুঢ়াই কৈছে, গাৰ্‌লা মান্ধাতা পাহাৰৰ কাষত দুটা পাহাৰ আছে। এটা কৈলাশ শৃঙ্গ আৰু ইটো পাহাৰলৈ কোনো মানুহ নাযায়। সেইটো দেওলগা পাহাৰ। সেই পাহাৰটোৰ ওপৰত আকাশত আজি কেইদিনমানৰ পৰা এটা খুব ডাঙৰ তৰা জিলিকি আছে। এয়েই নহয়, সেই পাহাৰটোৰ পৰা ৰাতি বৰ ভয়লগা শব্দ কিছুমান আহে। ইয়াৰ মানুহে ভাবে যে সেই পাহাৰটোত ভূতে বাস কৰিবলৈ লৈছে আৰু ৰাতি সিহঁতেই অট্টহাঁহিৰে আৰু কৰুণ কান্দোনেৰে গোটেই পাহাৰটো তোলপাৰ লগাই থাকে। কেইদিনমানৰ আগতে বাঘৰ গোজৰণিও শুনা গৈছিল। এই দেওলগা পাহাৰটোৰ এটা অতীত ইতিহাস আছে। সেই ইতিহাস ক'ব খোজোতেই বুঢ়াক কাঁহে হেঁচা মাৰি ধৰিছিল।

এই কথা শুনি বিজয়ৰ মনটো সচকিত হৈ উঠিল। সেইটো কি এনে দেওলগা পাহাৰ য'লৈ কোনো মানুহ নাযায় আৰু কিয় ? এই গাঁৱৰ মানুহবোৰে শুনা সেই শব্দবোৰ প্ৰকৃততে ভূত-প্ৰেতৰ নে অন্য কিহবাৰ ? বাঘৰ গোজৰণিৰ আৰু এটা যুক্তি আছে। কিন্তু আন অপাৰ্থিব শব্দ, হাঁহি, কান্দোন আদিৰ অৰ্থ কি ? লামাৰ কাষত থিয় হৈ এইবোৰ কথা ভাবি বিজয়ে একেবাৰে অন্যমনস্ক হৈ পৰিছিল।

কাঁহৰ পৰা সামান্য উপশম পাই বুঢ়াই আকৌ লামাক ক'লে যে আজি এই পাহাৰটোৰ লগত জড়িত উপাখ্যানৰ কথা তেওঁ নকয়। কালিলৈ ৰাতিপুৱা ৰ'দ ওলোৱাৰ পিচত তেওঁ ক'ব। বুঢ়াই আকৌ বাৰে বাৰে ক'লে যে এতিয়া সেই তিনিটা পাহাৰৰ কোনো এটালৈকে যোৱা অনুচিত। দেওলগা পাহাৰটোৰ ভয়ত এতিয়া কোনো তীৰ্থযাত্ৰীয়েই আনকি কৈলাশ শৃঙ্গ থকা পাহাৰত উঠা নাই। সেই উজ্জ্বল ডাঙৰ তৰাটো যেতিয়া নাইকিয়া হৈ যাব, তেতিয়াহে তীৰ্থযাত্ৰী আহিব। সেই তৰাটো এটা বেয়া চিন বুলি সকলোৰে মনত ভয় সোমাইছে।

দিনটোত পোৱা ভাগৰে বিজয়ক যিমান জুৰুলা কৰিব পৰা

নাছিল, বুঢ়াৰ মুখৰ পৰা শুনা কথাবোৰে তেওঁক বেছ চিন্তান্বিত কৰিলে। তেওঁ চিন্তা কৰিবলৈ ধৰিলে কোনটো পাহাৰৰ ইঙ্গিত মহাশ্বেতাই দিছিল। এই তিনিওটাৰ ভিতৰত কোনটো সঠিক তেওঁ কেনেকৈ ধৰিব পাৰিব ? কালিলৈতো তেওঁৰ লামা-বন্ধু তেওঁৰ সঙ্গী নহ'ব ! লামা এই গাঁৱতেই থাকি যাব। একেবাৰে অকলশৰীয়া হৈ তেওঁ লক্ষ্যস্থানলৈ আগবাঢ়ি যাব লাগিব।

এনেবোৰ চিন্তা-ভাৱনাত ছেদ্ পৰি গ'ল যেতিয়া তেওঁৰ লামা বন্ধুৱে এটা চিঞৰ মাৰি বিজয়ক · 'লে– "কি ভাবিছা বন্ধু ! ইমান ক'ব নোৱাৰা হৈ গৈছা। বহা, বহা। কালিলৈ সকলো ঠিক হৈ যাব। এই বুঢ়াৰ মুখৰ পৰা সকলোবোৰ কথা শুনি ল'বা। ইমান দুখ-কষ্ট কৰি ইমানদূৰ বাট আহিব পাৰিছা যেতিয়া বাকীখিনিও নিশ্চয় পাৰিবা। তোমাক তথাগতে সহায় কৰিব।"

লগে লগে বিজয়ৰ মনটো দৃঢ় হৈ পৰিল। হঠাতে দুৰ্বল হৈ পৰা কাৰণে নিজৰ মনতে গ্লানিৰ ভাৱ আহিল। লামাৰ কথাতহে তেওঁৰ মনলৈ সম্বিত ঘূৰি আহিলে। তেওঁ দেখিলে, লামাৰ লগত তেৱোঁ অজ্ঞাতে ভিতৰৰ কোঠা এটাত প্ৰৱেশ কৰিছে। প্ৰৱেশ কৰাৰ আগতে ক'ব নোৱাৰাকৈ জোতাযোৰো খুলি থৈছে। ভিতৰৰ কোঠাটোত ড্ৰেগন থকা এখন দামী দলিচা পৰা আছে। দলিচাৰ ওপৰত এখন বগা কাপোৰ।

বন্ধুৰ কথামতে বিজয়ে পিঠিত থকা মোনাটো মাটিত নমাই থৈ চোতালৰ একাষত থকা ঘৰ এটালৈ গৈ তাত খুব ভালকৈ মুখ-হাত ধুলে। বৰফৰ নিচিনা পানী যদিও সেই পানীয়ে যেন বিজয়ৰ গোটেই শৰীৰ জুৰ পেলাই দিলে। শৰীৰৰ সকলো অৱসাদ দূৰ হ'ল। ভালকৈ মুখ-হাত ধুই লোৱাৰ পিচত বিজয়ে দেখে যে হাতত বগা কাপোৰ এখন লৈ সেই কিশোৰী ছোৱালীজনী ৰৈ আছে। তাইৰ চকুৱে-মুখে লাজ প্ৰকাশ পাইছে। সম্পূৰ্ণ সজীৱ হৈ যেতিয়া বিজয় দলিচা পাৰি থোৱা আৰু ধূপৰ সুবাসেৰে ভৰি থকা কোঠাটোত সোমালহি তেতিয়া লামাই মুখ-হাত ধুই-মেলি কেতিয়াবাই আহি বেছ ভালকৈ বহি লৈছে। তেওঁৰ কাষত গোটেই পৰিয়ালৰ মানুহবোৰ। লামাই তেতিয়া সেই আদহীয়া বেমাৰী মানুহজন আৰু তেওঁৰ গাভৰু ঘৈণীয়েকক গহীন গহীনকৈ কিবা উপদেশ দিছে। বেছি চিঞৰি কথা কোৱা নাই।

কথাবোৰ গুণগুণাই কৈছে ।

বিজয় আহি লামাৰ কাষত বহাৰ লগে লগে ভিতৰৰ পৰা ঘৰৰ গাভৰু গৃহিণী আৰু সেই কিশোৰী ছোৱালীজনীয়ে হাতত এটা ডাঙৰ পাত্ৰ, দুটা কাঠৰ গিলাচ আৰু আন এটা পাত্ৰত সিজোৱা মঙহ আনি দলিচাৰ ওপৰত থলে । পানীয়খিনি যে তিব্বতৰ অতি মিহি চাউলেৰে তৈয়াৰী সুৰা বুলি বিজয়ে বুলি পালে । মঙহখিনি নিশ্চয় বন-গাহৰিৰ হ'ব ।

ইতিমধ্যে বিজয়ৰ বেছ ভোক লাগিছিল । খাদ্য আৰু পানীয় খোৱাৰ পিচত লামাৰ মুখখন আনন্দত উজ্জ্বল হৈ পৰিল যেন অথনিৰে পৰা ইয়ালৈকে বাট চাই আছিল । তেনেতে ঘৰৰ গিৰিহঁত থিয় হৈ লামাক ক'লে, “আপোনালোকে লাহে লাহে খাওঁক । খুব ভোক পিয়াহ লাগিছে কিজানি । মই অলপ শোওঁগে । শৰীৰ ভাল লগা নাই ।” এই বুলি গৃহস্থ লাহে লাহে ভিতৰলৈ যাবলৈ ধৰিলে । যাওঁতে ঘৈণীয়েকক কিবা এষাৰ কৈ গ'ল । ঘৈণীয়েকে হাঁহি মূৰ দুপিয়ালে ।

তেতিয়া সন্ধিয়া লাগিছে । ৰাতিৰ অন্ধকাৰে লাহে লাহে তিব্বতৰ এই প্ৰায় নির্জন প্ৰান্তৰক গ্ৰাস কৰি আহিবলৈ ধৰিছে । কোঠাৰ ভিতৰত দুটা চাকি জ্বলাই দিয়া হৈছে । তাৰ পোহৰ দুটা ডাঙৰ মম বাতিৰ সমান ।

গৃহিণীয়ে লামাক সম্বোধন কৰি খোৱা আৰম্ভ কৰিবলৈ অনুৰোধ কৰিলে । ডাঙৰ পাত্ৰৰ পৰা এটা বাতিত ঢালি দুয়োখন হাতেৰে আথে-বেথে লামাৰ হাতত তুলি দিলে । তেনেদৰে আন এটা বাতি বিজয়ৰ হাতত দিলে । বিজয়ে অলপ ইতঃস্তত কৰিছিল । তেতিয়া কোঠাটোৰ ভিতৰত ঘৰৰ গৃহিণী আৰু সেই কিশোৰী ছোৱালীজনী । বাকীবোৰ আঁতৰি গৈছে ।

ঠিক তেনে সময়তে বাহিৰৰ পৰা অলপ আগতে কাঁহি কাঁহি কথা ক'ব নোৱাৰা হোৱা বুঢ়াজনে চিঞৰি বিজয়হঁতক মাতিলে– “আহা, আহা, বাহিৰলৈ ওলাই আহা । চোৱাহি সৌটো ওলাইছে··· সৌটো তৰা ।”

একেজাপে আহি বিজয় বাহিৰৰ চোতাল পালেহি । পিছে পিছে লামা । বুঢ়াই উত্তৰ-পূব পিনে শাৰী শাৰীকৈ থকা পাহাৰ এটা ওপৰলৈ আঙুলিয়াই ক'লে– ‘সৌটো, সৌটো······ ।”

অৱশ্যে বুঢ়াই ইমান চিঞৰ-বাখৰ কৰি দেখুৱাই দিয়াৰ কোনো প্ৰয়োজন নাছিল। কাৰণ সেই নক্ষত্ৰটো ইমান উজ্জ্বলৈ জিলিকি আছিল যে বাকী তৰাবোৰ তাৰ আগত একেবাৰে ম্লান হৈ পৰিছিল। অবাক বিস্ময়েৰে বিজয়ে নক্ষত্ৰটো চালে। এনেকুৱা ডাঙৰ নক্ষত্ৰ ইয়াৰ আগতে তেওঁ দেখা নাই। কেৱল ই নিজৰ চোকা উজ্জ্বলতাৰে সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল এনে নহয়, ইয়াৰ তিৰবিৰণিও আছিল মনোমুগ্ধকৰ। তিৰ্‌বিৰাই উজ্বলি থকা নক্ষত্ৰটোৰ সৌন্দৰ্য্য আছিল তাৰ নিজা আৰু সেই দৃশ্য আছিল মনোলোভা।

সেই স্বৰ্গীয় পৰিবেশৰ মাজত বিজয়ৰ মনটো অতি সহজতে আৰু অজানিতে বাৰ বছৰ পিছুৱাই গ'ল। নক্ষত্ৰটোলৈ চাই থাকোতে থাকোতে চকু দুটা সেমেকি উঠিল‥। সেই অনিৰ্বাণ অগ্নিকুণ্ডৰ পৰা ওলাই আহি মাটিত বাগৰি যোৱাৰ পিচত মহাশ্বেতা যেতিয়া চকুৰ নিমিষতে এজনী কুজ্জ্ব আলব্ব বুঢ়ীত পৰিণত হৈছিল আৰু গোটেই শৰীৰটো মাটিত লীন হৈ যাব খুজিছিল তেতিয়া সেই মুহূৰ্তত মহাশ্বেতাই কোৱা কথাকিষাৰলৈ বিজয়ৰ মনত পৰিছে।

এই বিমুগ্ধ আৰু আপোন পাহৰা অৱস্থাত লামাই চিঞৰি নিদিয়া হ'লে বিজয় কিমান সময় এনেদৰে চাই থাকিলেহেঁতেন ঠিকনা নাই। ইমান সময় লামাও অকণো মাত-বোল নকৰাকৈয়ে একান্ত মনে এই তৰাটোলৈ চাই আছিল। বেছ কিছুসময় চাই থকাৰ পিচত বিজয়লৈ চকুপৰাত লামা বৰ আচৰিত হ'ল। একেবাৰে একো ক'ব নোৱাৰাকৈ তৰাটোলৈ মুগ্ধনয়নে চাই থকা এই ডেকাজন তেওঁৰ কেইবাদিনৰ পথ সঙ্গী বিজয় সিং নহয় নেকি? শৰীৰ আৰু মুখৰ অৱয়ব অৱশ্যে একে; কিন্তু বিজয়ৰ এই চাৱনি- এই আকুলতা লামাৰ সম্পূৰ্ণ অপৰিচিত।

লামাই ক'লে- "বিজয় সিং! ভিতৰলৈ ব'লা। তোমাৰ আজি এই নতুন ৰূপ দেখি মই বুজিছোঁ তোমাৰ ভিতৰত কিবা এটা জুই জ্বলি আছে। যি বস্তুৰ বাবে তোমাৰ শৰীৰ আৰু মনত ব্যাকুলতা জাগি উঠিছে সেয়া যে মহৎ তাত এতিয়া মোৰ কোনো সন্দেহ নাই।...... বিজয় সিং! মই এই গাঁৱতেই ৰৈ যাম আৰু ইয়াৰ বেমাৰীবোৰৰ চিকিৎসা কৰিম। তোমাক কালিলৈ বিদায় দিম। ....আৰু শুনা, তোমাৰ মনৰ ভিতৰত যদি কিবা সন্দেহ, ভ্ৰম, অবিশ্বাস আদি আছে

আজিয়েই তুমি তাক মনৰ পৰা আঁতৰাই পেলোৱা । মন মাৰি চিন্তা ভাৱনা কৰি নাথাকিবা । হাঁহি-ধেমালি, ফূৰ্তি কৰা, মনটো উল্লাসেৰে ভৰাই পেলোৱা । কাৰণ কালিলৈৰ পৰা তোমাৰ নতুন অভিযান আৰম্ভ হ'ব ।"

বহুত দিনৰ পিচত লামাৰ কথাখিনি আজি বিজয়ৰ বৰ সাৰুৱা যেন লাগি গ'ল । লামাই ইমান দীঘলীয়াকৈ কেতিয়াও কথা কোৱা নাছিল ।

নক্ষত্ৰটোৰ পিনে চাই চাই লামাৰ সৈতে বিজয় ভিতৰলৈ গৈ সেই কোঠাটোত সোমালগৈ, য'ত ঘৰৰ গৃহিণী আৰু ছোৱালীজনী বৈ আছিল । ইতিমধ্যে গৃহিণীৰ গাত নতুন সাজপাৰ দেখি বিজয় আচৰিত হোৱাৰ লগতে মনটো ভালো লাগি গ'ল । সৰু ফুটীয়া যদিও মানুহজনী কিন্তু বেছ ধুনীয়া, হাঁহিয়ে থাকে । হাঁহিলে গালত টোপ পৰি যায় । আনকি মানুহজনীয়ে চকুৰেও হাঁহে । লামালৈ চাই হাঁহোতে ইতিমধ্যে কেইবাবাৰো বিজয়ে তাৰ প্ৰমাণ পাইছে ।

বহাৰ লগে লগে চিগ্‌মেৰ গাভৰু ঘৈণীয়েকে লামাৰ হাতত পানীয়ৰ পাত্ৰটো দিলে । এই ঘৰৰ গৃহস্থ বেমাৰীজনৰ নাম চিগ্‌মে বুলি ইতিমধ্যে গম পোৱা গৈছে । কিশোৰী ছোৱালীজনী এইখন ঘৰৰ ছোৱালী নহয় । চিগ্‌মেৰ দূৰ সম্পৰ্কীয় খুলশালীয়েক । কেই দিনমানৰ আগতে বায়েকৰ ওচৰলৈ ফুৰিবলৈ আহিছে ।

"বন্ধু আৰু পলম নকৰিবা । আজি আমাক এয়া যি খাবলৈ দিছে সেয়া হ'ল আমাৰ সবাতোকৈ উত্তম সুৰা । আমাৰ মানুহে বিশিষ্ট অতিথিকহে এই সুৰাৰে আপ্যায়ন কৰে । এয়া খোৱাৰ লগে লগে তোমাৰ শৰীৰৰ সকলো অৱসাদ, গ্লানি, দুখ, কষ্ট দূৰ হৈ যাব । আজিয়েই তুমি মনৰ সকলো জড়তা জাৰি জোকাৰি পেলোৱা । এয়া ধৰা,... ।" লামাই ক'লে ।

কিশোৰী ছোৱালীজনীয়ে পাত্ৰটো বিজয়ৰ হাতত দিলে । ইয়াৰ পিচত কোনো ধৰণৰ ইতঃস্তত নকৰি বিজয়ে এসোহা মাৰিলে । উস্ সঁচাকৈয়ে সুন্দৰ । দুঢোকমান খোৱাৰ পিচতেই বিজয়ে অনুভৱ কৰিলে তেওঁৰ যেন শৰীৰৰ অৱসাদ দূৰ হৈ গৈছে আৰু এটা যেন নতুন উদ্যমে মনত ভুমুকি মাৰিবলৈ ধৰিছে । শৰীৰটো লগতে মনটোও উল্লসিত হ'বলৈ ধৰিছে । কিন্তু বিজয় আছিল বৰ সতৰ্ক সজাগ । প্ৰথম ঢোকতে

বিজয়ে গম পাইছিল বৰ উত্তেজক এই সুৰাখিনি। গতিকে নিয়ন্ত্ৰণৰ বাহিৰলৈ গ'লে বিপদ হ'ব বুলি তেওঁ জানিছিল। সেয়েহে মাংসহে বেছিকৈ খাবলৈ ধৰিলে। মাত্ৰ মাজে মাজে সামান্য পৰিমাণে সুৰা।

কিন্তু লামা আছিল ইয়াৰ সম্পূৰ্ণ বিপৰীত। যিটো উলাহেৰে সুৰা পিবলৈ আৰম্ভ কৰিছে লামাৰ এই স্বৰূপটোৰ কথা বিজয়ে কল্পনাই কৰিব পৰা নাছিল। পাত্ৰত পানীয় শেষ হোৱাৰ লগে লগে চিগ্‌মে-পত্নীয়ে আকৌ শূন্য পাত্ৰ পূৰা কৰি দিছে। কিন্তু বিজয়ে পাত্ৰটো কেতিয়াও শূন্য হ'বলৈ দিয়া নাই। কিশোৰীয়ে তেওঁৰ পাত্ৰটো ভৰাই দিব খুজিছিল যদিও বিজয়ে মানা কৰিলে।

ইপিনে লাহে লাহে লামাক সুৰাৰ ৰাগীয়ে ধৰিবলৈ আৰম্ভ কৰিছে। কথাৰ কোব চৰিবলৈ ধৰিলে। কাৰণে-অকাৰণে হা হা কৈ হাঁহিবলৈ ধৰিলে। মাজে মাজে একোবাৰ চিঞৰ মাৰিও দিয়ে। এনেয়ে লামাৰ চকুকিটা সৰু। এতিয়া হাঁহিৰ কোবত চকুকিটা সৰু সৰু দুটা ক'লা বিন্দু যেনেহে লগা হৈছে। হাঁহি হাঁহি এবাৰ লামাই ক'লে– "এয়াযে দেখিছা বন্ধু, আমাৰ গৃহিণী অৰ্থাৎ চেগ্‌মিৰ ঘৈণীয়েক, মোৰ বহুতদিনৰ আগৰ চিনাকি। এই গাভৰুজনীৰ যিমান বয়স তেতিয়াৰ পৰাই মই এওঁক চিনি পাওঁ। তেতিয়াৰ পৰাই ছোৱালীজনী বৰ ভাল আৰু ৰাংঢালী। নহয় জানো ?..." এইবুলি লামাই চিগ্‌মে পত্নীক গাৰ কাষলৈ টানি আনিলে। চিগ্‌মেৰ ঘৈণীয়েকে এটা কপট খং প্ৰকাশ কৰি লামাৰ ওচৰৰ পৰা আঁতৰিব খুজিলে। তেতিয়া লামাই তাইৰ তুলতুলীয়া গালখনত হাতখন লগাই ক'লে– "ছোৱালীৰ খং দেখিছা বন্ধু ! এতিয়া এই গাঁৱৰ গাঁওবুঢ়াৰ ঘৈণীয়েক হ'ল। বাহাদুৰী হৈছে। কিন্তু ছোৱালী ! মই ঔষধ নিদিলে তোৰ গিৰীয়েৰ কেতিয়াও ভাল নহয় ! আহ, আহ আহ মোৰ ওচৰলৈ আহ।..."

হাঁহিটো মুখত টিপা মাৰি চিগ্‌মে পত্নীয়ে চকুৰ ঠাৰেৰে বিজয়ৰ উপস্থিতিৰ কথা ক'লে। তাইৰ এই চকুৰ ঠাৰ আৰু ইঙ্গিত বিজয়ৰ চকুত নপৰাকৈ নাথাকিল। ঘপহকৈ বিজয়ৰ মনটো বৰ অশান্তিজনক হৈ পৰিল। লামাৰ চৰিত্ৰৰো আভাস পোৱা গ'ল। ইহঁত দুয়োৰে নিশ্চয় গোপন প্ৰণয় আছে। মনটো বিমৰ্ষ হৈ যোৱাত বিজয় অন্যমনস্ক হৈ পৰিল। তাকে দেখি লামাই ক'লে– "বন্ধু ! তোমাৰ বোধকৰো টোপনি ধৰিছে। তুমি শোৱাগৈ। এই ছোৱালীজনীয়ে তোমাৰ বিছনা ঠিক

কৰি দিব। তুমি শুই থাকাগৈ। মই আৰু অলপ সময় বহোঁ। তাৰপিচত চিগ্‌মেৰ কাৰণে ঔষধৰ বিধান দিব লাগিব। তুমি যোৱা বন্ধু।"

বিজয়ক যে প্ৰকাৰন্তৰে এই কোঠাটোৰ পৰা লামাই খেদিছে বিজয়ে বুজিলে। বিজয়েও তাকেই বিচাৰি আছিল। বিছনাত পৰি অকলশৰে ভাবিলে মনৰ ভিতৰত গোটখোৱা খোকোজা, জড়তা আদিৰ সামাধান পোৱা যাব।

থিয় হোৱাৰ লগে লগে কিশোৰী ছোৱালীজনীয়ে আগে আগে বাট দেখুৱাই আন এটা ঘৰলৈ বিজয়ক লৈ যাবলৈ ধৰিলে। এতিয়া লামা সম্পূৰ্ণ মুকলি। কোঠাত সিহঁত দুয়োহে আছে। হয়তো লামাৰ বুকুত তাই ইতিমধ্যে হাঁহি হাঁহি বাগৰি পৰিছে।

বিজয়ৰ মনটো বিতৃষ্ণাৰে ভৰি পৰিল। বহুতো ভাল গুণৰ পিচত এটা দোষত লামাৰ চৰিত্ৰটো বিজয়ৰ দৃষ্টিত একেবাৰে কলুষিত যেন লাগি গ'ল। লামাও যদি এনেকুৱা হয় তেন্তে ধৰ্মৰ ভেঁটিটো কোনে ধৰি ৰাখিব ? অথবা হয়তো এই দেশৰ ৰীতিয়েই এইটো। এনে কাৰ্য্য কিজানি কোনো দোষৰ ভিতৰতেই নপৰে, কোনে জানে ?

এখুজি দুখুজিকৈ বিজয় কিশোৰীৰ পিছে পিছে যাবলৈ ধৰিলে।

লামাৰ প্ৰতি যিকণ সদ্‌ভাৱ আছিল ঘৰৰ গৃহিণীৰ প্ৰতি তেওঁৰ সীমা চেৰাই যোৱা ফূৰ্তি-তামাচা আৰু হলিগলি দেখি বিজয়ৰ মনটো বিমৰ্ষ হৈ পৰিছিল। অৱশ্যে কেৱল লামাকহে দোষাৰোপ কৰা উচিত নহ'ব। ঘৰৰ গৃহস্থণীও বোধকৰো দায়ী। এনে অসামাজিক সম্বন্ধ কিমান দিনৰ পৰা চলি আছে কোনে জানে! বিজয়ে সৰু ছোৱালীজনীৰ মুখৰ পৰাও যি দুই এষাৰ কথা শুনিছে, লামাৰ যে ঘৰৰ গৃহিণীৰ লগত বহুদিনীয়া সম্বন্ধ আছে সেই বিষয়ে তেওঁ নিশ্চিন্ত হ'ল। ৰাতি লামা যিটো কোঠাত শুব, তাৰ ঠিক কাষৰ কোঠাটোতে বেমাৰী গৃহস্থ আৰু গাভৰু গৃহস্থণী থাকে। মাজৰাতিহে হেনো লামাই গৃহস্থৰ চিকিৎসা কৰিব আৰু কিবা এটা বন দৰৱ দি তেওঁক অচেতন কৰি শুৱাই থব। একেবাৰে ৰাতিপুৱাহে গৃহস্থই সাৰ পাব। ছোৱালীজনীয়ে এইখিনি কথাই কৈছিল। অৱশ্যে বিজয়ক আৰু বেছি কোৱাৰ প্ৰয়োজন নাছিল।

নিজৰ কোঠাত সৰু খাট এখনত বিছনা এখন পৰা আছে।

কোঠাত এটা ক্ষীণ দীপ-শিখাৰ পোহৰ। হাত-মুখ ধুই বিজয় বিছনাখনত বহিল আৰু গোটেই দিনটোৰ কথা ভাবিলে। লগে লগে ছাটকৈ এটা কথা মনলৈ অহাত মনটো উৎফুল্ল হৈ উঠিল। এইখনো তো কৈলাশ পাহাৰৰ নামনিৰ গাঁও। তেনেহলে কিছুদূৰত দেখা সেইটোৱেই দেওলগা পাহাৰ। ভাবটো অহাৰ লগে লগে ৰোমাঞ্চিত হৈ পৰিল বিজয়। কালিলৈকে তেওঁ পাহাৰটোত উঠিব। ইমানদিনৰ দুখ-কষ্ট আৰু উৎকণ্ঠাৰ অৱসান ঘটিবলৈ আৰু বেছি দিন নাই।

এইদৰে ভাৱৰ সাগৰত তন্ময় হৈ থাকোতে বিজয়ৰ ভাগৰুৱা শৰীৰটোৰ চকুকিটা নিদ্ৰাদেৱীয়ে কেতিয়া হাত বুলাই থৈ গ'ল তেওঁ গমকে নেপালে। এই গধুৰ টোপনিৰ মাজত তেওঁ এটা সপোন দেখিলে– যিটো আছিল সঁচাকৈয়ে মধুৰ।

......তেওঁ পাহাৰত উঠি গৈ আছে। পাহাৰটো থিয় আছিল, কিন্তু উঠি যোৱা বাটটো বৰ সুন্দৰ। পথৰ দুয়োকাষে নানা ৰঙৰ বনৰীয়া ফুল। পাহাৰটোৰ শৃঙ্গৰ নামনিত হাতী এটা বৈ আছে। হাতীটোৰ শুঁৰত এডাল ফুলৰ মালা। কিহৰ কাৰণে মালা এডাল লৈ হাতীটো বৈ আছিল বিজয়ে ধৰিব পৰা নাছিল। লগে লগে এটা নাৰী কণ্ঠৰ অবোধ স্বৰ পাহাৰৰ টিঙৰ পৰা ভাঁহি আহিছিল। ভয়ে ভয়ে হাতীটোৰ ওচৰ চপাৰ লগে লগে যেতিয়া হাতীটোৱে বিজয়ক মালাডাল পিন্ধাই দিবলৈ উদ্যত হ'ল, তেনেতে চাৰিওফালৰ পৰা এটা বিদ্ৰূপাত্মক হাঁহি শুনা গ'ল : সেই হাঁহিত বিজয় বিমূঢ় হৈ পৰিছিল। তেনে অৱস্থাতে বিজয়ৰ সন্মুখত এটা ওখ নাৰীমূৰ্তি আহি উপস্থিত হ'ল। নাৰীমূৰ্তিৰ মুখমণ্ডল পাতল বগা কাপোৰ এখনে ঢাকি ৰাখিছে যদিও মুখখন অস্পষ্টকৈ দেখা গৈছে। আচম্বিতে এই নাৰীমূৰ্তি দেখি বিজয় উত্তেজিত আৰু ৰোমাঞ্চিত হৈ পৰিল। তেওঁ অন্তৰৰ সকলো ব্যাকুলতা উজাৰি তীব্ৰভাৱে চিঞৰি উঠিল– "তুমি !......তুমি !!"...... ঠিক তেনে সময়তে তেওঁ অনুভৱ কৰিলে কোনোবাই তেওঁৰ শৰীৰটো জোৰেৰে জোকাৰি দিছে।

চক খাই তেওঁ চাৰিওপিনে চালে। দেখিলে তেওঁ বিছনাত শুই আছে। লামাইহে তেওঁৰ গাটো জোকাৰি আছে। মধুৰ সপোনটোৰ মোহময়ী জালে তেতিয়াও বিজয়ৰ মনটো আচ্ছন্ন কৰি ৰাখিছিল। সাৰ পাই চাৰিওপিনে চকুকিটা ঘূৰাওতে তেওঁ দেখিলে ৰাতিপুৱাৰ পোহৰ

খিৰিকীৰ জলঙাইদি ভিতৰত প্ৰৱেশ কৰি মজিয়াত পৰিছে।

লামাৰ পিচফালে থিয় হৈ আছে ঘৰৰ গৃহিণীজনী। তেওঁৰ হাতত এটা মাটিৰ পাত্ৰ। পাত্ৰটোৰ পৰা ধোঁৱা বলি আছে। সেয়া আছিল গাখীৰ নোহোৱা ৰঙা চাহ। কালি অহাৰ পিচৰে পৰা এই-খন ঘৰত বিজয়ে চাহ দেখা নাই। এতিয়া চাহখিনি দেখি আচৰিত হ'ল যেনেকৈ মনটো তেনেকৈ আনন্দ লাগিল। ইয়াৰ মানুহবোৰে চাহ নেখায় বুলিয়ে তেওঁ ধাৰণা কৰিছিল। মধুৰ সপোনটোৰ পৰা কঠোৰ বাস্তৱলৈ ঘূৰি অহাৰ ৰূঢ়তা সহ্য নহৈছিল যদিও উজ্জ্বল ৰ'দৰ ধুনীয়া ৰাতিপুৱাৰ পৰিবেশে মনটো বিজয়ৰ প্ৰফুল্ল কৰি দিলে। ৰাতিপুৱাই আগন্তুক দিনটোৰ ইঙ্গিত সূচায়। আজি নিশ্চয় বিজয়ৰো দিনটো ভালেৰেই যাব।

এটা মিঠা হাঁহিৰে গৃহিণীয়ে চাহৰ মগ্‌টো বিজয়ৰ হাতত দিলে। বিজয়েও চাহখিনি লৈ তেওঁৰ মুখলৈ চালে। ৰঙা গাল দুখনেৰে বগা মুখখনত বিৰিঙি আছে এটা নিষ্পাপ হাঁহি। কালি ৰাতিৰ কথা এতিয়া ভাবিবলৈ তেওঁ ইচ্ছা নকৰিলে। মানুহজনীৰ চকু-মুখতো ভ্ৰষ্টাচাৰ বা পাপবোধৰ কোনো চিন নাই। কালি ৰাতি লামাৰ লগত যিবোৰ ঘটিছে, সেইবোৰ যেন সহজ-সৰল আৰু স্বাভাৱিক কথা। নিজৰ গিৰীয়েক জীয়াই থকা অৱস্থাত পৰ পুৰুষৰ সৈতে অবৈধ সম্বন্ধত লিপ্ত হোৱাটো এজনী নাৰীৰ পক্ষে ডাঙৰ ব্যভিচাৰ। ধৰা পৰিলে এনে অপৰাধৰ শাস্তি তিব্বতত বৰ গধুৰ বুলি ইমানদিনে বিজয়ে শুনি আহিছে। কিন্তু এতিয়া মানুহজনী আৰু লামাক দেখি তেওঁলোকৰ আচৰণত কোনো ধৰণৰ অপৰাধবোধ বা কলঙ্কৰ গ্লানি দেখিবলৈ নেপালে। ঘৰৰ গৃহস্থ বোধকৰো এতিয়াও শুই উঠা নাই। কালি এই ঘৰখনত সোমোৱাৰ আগলৈকে বিজয়ে লামাক যিমান ওপৰত বুলি জ্ঞান কৰিছিল, কিন্তু সন্ধিয়া আৰু ৰাতি তেওঁ আৱিষ্কাৰ কৰিলে আচলতে সংসাৰ-বিৰাগী আৰু এই পৃথিৱীৰ মায়া-মোহৰ প্ৰতি দেখুওৱা উদাসীন মনোভাৱ লামাৰ এটা বাহ্যিক ৰূপহে। প্ৰকৃত ৰূপ কালি ৰাতি ধৰা পৰিছে। তেওঁৰ প্ৰধান আসক্তি বোধকৰো সুৰা আৰু নাৰী। সকলোবোৰ বিৰূপ অৱস্থাৰ মাজতো যিজনে জাগতিক প্ৰলোভনৰ পৰা আঁতৰি থাকিব পাৰে সেইজনহে লামা হ'বৰ যোগ্য বুলি বিজয়ে জানে। সুৰা আৰু নাৰীৰ সান্নিধ্য বিচৰা এই লামা বুদ্ধদেৱৰ অমৰ বাণী আৰু

আদর্শৰ পৰা কিমান যোজন আঁতৰত যে বিচৰণ কৰিছে, সেই কথা বোধকৰো কুসংস্কাৰাৱদ্ধ এই সহজ-সৰল মানুহবোৰে এতিয়াও নেজানে। লামাৰ এনে ভণ্ডামিৰ কথা ভাবি বিজয়ৰ মনটো সঙ্কুচিত হৈ পৰিল। কিন্তু লগতে আন এটা ভাৱো মনলৈ আহিল, কোনে জানে ই হয়তো সর্বজনস্বীকৃত লামাৰ এটা স্বাভাৱিক জীৱন যাত্ৰা। এয়ে হ'ব নিশ্চয়। নহলে মনত কোনো অপৰাধবোধ নৰখাকৈ ইমান নিসঙ্কোচে লামা আৰু গৃহিণীজনীয়ে এই ৰাতিপুৱাই আহি বিজয়ক জগাই চাহ নিদিলেহেঁতেন।

চাহখিনি দি গৃহস্থণী গুচি গ'ল। লামাই ক'লে– "বন্ধু ! তোমাৰ শুই থকা অলপ পলম হ'ল। ৰাতি শোওঁতে দেৰী হৈছিল নহয়নে ? ৰাতি ভাল টোপনি আহিছিল নে ??"

লামাই যথেষ্ট আন্তৰিকতাৰে সুধিছে। লামাৰ কথা শুনি বিজয়ৰ মনত গোট খোৱা ক্ষোভৰ ডাৱৰ যেন বহুতখিনি নাইকিয়া হৈ গ'ল। এটা হাঁহিৰে তেওঁ উত্তৰ দিলে– "কালি বহুতদিনৰ পিচত ভাল টোপনি আহিছিল। বিছনাত পৰাৰ লগে লগে কেতিয়া যে মোৰ গভীৰ টোপনি আহিল মই নিজেই নেজানো।"

সঁচাকৈয়ে বিজয়ৰ গভীৰ টোপনি আহিছিল। সেইকাৰণেই বোধকৰো পিচৰাতি তেওঁ মধুৰ সপোনটো দেখিছিল। তেওঁৰ শৰীৰ আৰু মন খুব সজীৱ লাগিছে। মাখন মিহলোৱা গৰম চাহখিনিয়ে তেওঁক অধিক উৎফুল্ল কৰি দিছে।

তেওঁ ক'লে– "লামা ! তোমাৰ লগত আজি মোৰ শেষ দিন নহয় জানো ? তুমি মোৰ লগত থাকি মোৰ সুখ-দুখৰ ভাগী হৈ মোৰ বৰ আপোন হৈ গ'লা। তোমাক মই পাহৰিব নোৱাৰোঁ।"

লামাই এটা হাঁহিৰে উত্তৰ দিলে– "বন্ধু ! তুমি আমাক এৰি যাবা, মোৰো বেজাৰ লাগিছে। কিন্তু তোমাক মই ধৰি ৰাখিব নোৱাৰোঁ। কিন্তু তুমি যাবৰ কাৰণে ইমান অধৈর্য্য হৈ নপৰিবাচোন। তুমি যাওঁ বুলি তোমাৰ ইচ্ছা অনুসৰি ঘপহকৈ যাব নোৱাৰিবা।"

বিজয় আচৰিত হ'ল ; "যাব নোৱাৰিম ? তাৰমানে তোমালোকে মোক যাবলৈ নিদিবানেকি ?"

–"তোমাক যাবলৈ কিয় নিদিম ? কিন্তু সেই দেওলগা পাহাৰটোত উঠাৰ আগতে আমাৰ প্ৰথা অনুসাৰে দুই এটা নীতি-নিয়ম পালন কৰিব

লাগিব। সেইখিনিৰ প্ৰয়োজন তোমাৰ ভালৰ কাৰণেই। তথাগতক প্ৰাৰ্থনা জনাই তেওঁৰ আশীৰ্বাদ নোপোৱালৈকে তুমি যোৱাটো উচিত নহ'ব।"

–"কিন্তু এইটো কি ধৰণৰ কথা ?"

"এই কথাখিনি মোৰেই নহয় বন্ধু। এই গাঁওখনৰ যিজন প্ৰধান আছে তেৰোঁ কৈছে। কালি যে লগ পাইছিলা সেই বুঢ়া মানুহজন। এতিয়া তেওঁ চোতালৰ ৰ'দত বহি আছে।"

বিজয়ৰ মনটো বেয়া হৈ গ'ল। তেওঁ ক'লে– "কিন্তু লামা। কিয় তুমি মোৰ অসুবিধাৰ কথা বুজা নাই ? মোৰ অভিযানৰ এটা দিন ক্ষতি হ'ব। এতিয়া মোৰ লক্ষ্য এটাই বন্ধু ! তুমি মোক তাৰ পৰা বিচ্যুত নকৰিবা।"

সান্ত্বনাৰ সুৰত লামাই ক'লে– "বন্ধু ! তোমাৰ লক্ষ্যৰ পৰা আঁতৰাই আনিবলৈহে মই তোমাক এনেদৰে কৈছোঁ বুলি নেভাবিবা। বৰং সকলো ধৰণৰ বাধা-বিঘিনি অতিক্ৰম কৰি যাতে তোমাৰ লক্ষ্যস্থানত উপনীত হ'ব পাৰাগৈ তাৰ বাবেহে এনেকৈ কৈছোঁ। তোমাৰ এটা দিন ক্ষতি হ'ব ঠিকেই। কিন্তু তাৰ বিনিময়ত তুমি ভগৱানৰ অসীম কৰুণা আৰু আঁশীৰ্বাদ লাভ কৰিবা। তোমাক মই বন্ধু বুলি গ্ৰহণ কৰিছোঁ। গতিকে অকলশৰে যাওঁতে তোমাৰ যাতে কোনো ক্ষতি সাধন নহয় সেইটো চোৱাৰ দায়িত্বও মোৰ আছে। ই মোৰ কৰ্তব্যও।"

আবেগভৰা কণ্ঠেৰে কোৱা লামাৰ কথাবোৰ বিজয়ে কিছুসময় থৰ হৈ ভাবিবলৈ ধৰিলে। কালি ৰাতি আৰু এতিয়াৰ লামাৰ মাজত এটা ডাঙৰ পাৰ্থক্য তেওঁ দেখিবলৈ পাইছে। লামাৰ চৰিত্ৰ বৰ ৰহস্যজনক। বিজয়ৰ মনৰ ভাষা বোধকৰো লামাই বুজিব পাৰিছিল। তেওঁ এটা নীৰৱ হাঁহিৰে বিজয়ৰ মুখলৈ চালে।

শান্তভাৱে বিজয়ে সুধিলে– "মই কি কৰিব লাগিব ?"

আনন্দেৰে লামাই উত্তৰ দিলে– "বাহিৰলৈ ব'লা। মুখ হাত ধুই লৈ জলপান খোৱা। তাৰপিচত বাহিৰত বহি থকা গাঁওবুঢ়াই তোমাক সুন্দৰকৈ বুজাই দিব। তেওঁ যি ক'ব তুমি তাকেই কৰিবা বুলি মই আশা কৰিছোঁ। তোমাৰ কাৰণে আজিৰ দিনটো বৰ পৱিত্ৰ।"

বাহিৰত মুখ-হাত ধুবলৈ ঘৰৰ কাষতে থকা নিজৰাটোৰ ওচৰলৈ

গৈ দেখে তাত কালি বিজয়ক সোধ-পোচ কৰা কিশোৰী ছোৱালীজনীও বৈ আছে। বিজয়ক পাত্ৰ এটা আৰু গামোচা এখন আগবঢ়াই দিলে।

মুখ-হাত ধোৱাৰ পিচত ছোৱালীজনীয়ে ভিতৰৰ পৰা মাটিৰ পাত্ৰ এটাত জলপান দিলেহি। এই জলপান গাখীৰেৰে সিজাই তৈয়াৰ কৰা হৈছিল। বেছ গধুৰ জলপান। তাৰপিচত লামাই চোতালত বহি ৰ'দ লৈ থকা গাঁওবুঢ়াৰ ওচৰলৈ বিজয়ক লৈ গ'ল। গাঁওবুঢ়াৰ লগত গাঁৱৰে দুই তিনিজন বয়সস্থ মানুহ বহি আছিল। তাৰে ভিতৰত ঘৰৰ অসুখীয়া গৃহস্থও আছে। চোতালত বহাৰ লগে লগে গাঁওবুঢ়াই চিঞৰি কথা ক'বলৈ ধৰিলে আৰু মাজে মাজে হাতেৰে দেওলগা পাহাৰটোৰ পিনে দেখুৱাবলৈ ধৰিলে। গাঁওবুঢ়াৰ ভাষা বিজয়ৰ কাৰণে একেবাৰে অবোধ্য। কিন্তু লামাই বুজাই দিয়াত বুজিলে, গাঁওবুঢ়াই কৈছে সেই দেওলগা পাহাৰটোলৈ কোনো মানুহ নেযায়। আতঙ্ক জড়িত সেই পাহাৰ মানুহৰ বাবে নিষিদ্ধ। কিন্তু ইয়াৰ মাজতো কোনোবা দুঃসাহসী মানুহ সেই পাহাৰটোত উঠিব খোজে, তেন্তে তেওঁ তিব্বতদেশৰ ৰীতি অনুসৰি কিছুমান নীতি পালন কৰিব লাগিব। এনে নীতি পালন কৰাৰ পিচত যোগ্য বুলি বিবেচিত হ'লেহে তেওঁক পাহাৰটোত উঠিবলৈ দিয়া হ'ব। যোগ্য নহ'লে তেওঁ ইয়াৰ পৰাই ঘূৰি যাব লাগিব। এইটো এটা কঠোৰ চৰ্ত।

ইয়াৰ পৰা উত্তৰ-পূব দিশত প্ৰায় দুমাইল মান যোৱাৰ পিচত এখন সৰু পাহাৰে ঘেৰা অটব্য অৰণ্যৰ মাজত এটা শীতল পানীৰ সৰোবৰ আছে। আবহমান কালৰ পৰা এই সৰোবৰটোক তিব্বতীসকলে অতি পৱিত্ৰ জলাশয় বুলি জ্ঞান কৰি আহিছে। তেওঁলোকৰ গভীৰ বিশ্বাস, যি মানুহে এই সৰোবৰত নামি গা ধুব পাৰিব, তেওঁ ভগৱানৰ অংশ বুলি পৰিগণিত হয়। এওঁ কেতিয়াও বিপদত নপৰে, ভগৱানৰ মঙ্গলময় শুভ দৃষ্টি সকলো সময়তে এওঁৰ ওপৰত থাকে। কিন্তু এই সৰোবৰটোৰ আশে পাশে এটা ডাঙৰ সাপ আছে। সাপটো হেনো বেছ দীঘল আৰু ভয়ানক। সাপটোৰ গাত ভগৱান-প্ৰদত্ত মাহাত্ম্য আছে বুলি মানুহে গভীৰ ভক্তিৰে বিশ্বাস কৰে। কিন্তু কিবা অজ্ঞাত কাৰণত সৰোবৰটোত কোনো নৰ-মনিচে গা ধোৱাটো সাপটোৰ কাম্য নহয়। কোনোবা দুঃসাহসী মানুহে যদি তাত গা ধুবলৈ সাহস কৰি যায়, তেতিয়া হেনো সাপটোৱে তাৰ তীব্ৰ গতি আৰু প্ৰচণ্ড শক্তিৰে আহি

আক্ৰমণ কৰিবলৈ উদ্যত হয়। সাপটোক পৰাজয় কৰা দুঃসাধ্য কাম। কিন্তু ইয়াৰ মাজতো কোনোবাই যদি সৰোবৰটোত বুৰ এটা মাৰিব পাৰে, তেওঁ লগে লগে ভগৱানৰ বিৰল আশীৰ্বাদ যে লাভ কৰে সি ধ্ৰুৱপ। অৱশ্যে আজিলৈকে কোনো মানুহ সফল হ'ব পৰা নাই। তেওঁলোকৰ ভিতৰত কাৰোবাৰ মৃত্যু ঘটিছে; কাৰোবাৰ হয়তো মগজুৰ বিকৃতি ঘটিছে।

এনে কুসংস্কাৰাপন্ন অন্ধবিশ্বাসৰ গল্প শুনি বিজয়ে হাঁহি সম্বৰণ কৰিব নোৱাৰিলে। বিজয়ৰ এনে তাচ্ছিল্যভৰা হাঁহি দেখি গাঁওবুঢ়া, লামা আৰু আন মানুহবোৰৰ মুখবোৰ গম্ভীৰ আৰু কঠোৰ হৈ পৰিল। লামাই ক'লে, এইটো হাঁহি উৰুৱাই দিয়া কথা নহয়। আকাশত সদায় ওলোৱা সূৰ্য্য, চন্দ্ৰ আৰু তৰাৰদৰে সঁচা কথা। সেউজীয়া পাহাৰৰ মাজত থকা ভয়াবহতা আৰু সূৰ্য্যৰ ৰশ্মিত বৰফবোৰ জিলিকি উঠা সৌন্দৰ্য্যৰ দৰে এই বিশ্বাস অতি সত্য। এই কথা নেমানি বিজয় যদি পাহাৰটোত উঠিবলৈ বাধ্য হয় তেন্তে গাঁৱৰ মানুহবোৰে কঠোৰ মনোভাৱ গ্ৰহণ কৰি বিজয়ক এই গাঁৱৰ পৰাই ঘূৰাই পঠাই দিব। পৰম্পৰাগতভাৱে মানুহে বিশ্বাস কৰে, অপৱিত্ৰ শৰীৰেৰে কোনোবা মানুহ পাহাৰটোত উঠিলে ভগৱানৰ অভিশাপ নামি আহিব আৰু গোটেই অঞ্চলটোৱেই ধ্বংস হৈ যাব। গতিকে পাহাৰটোত উঠিব খুজিলে বিজয়ে সৰোবৰটোত গা ধুবই লাগিব।

মানুহবোৰৰ ইমান গভীৰ অন্ধবিশ্বাস দেখি বিজয় হতবাক হৈ পৰিল। এইটো এটা আচৰিত ধৰণৰ বিপদত পৰিছে বুলি তেওঁ বুজিলে। কিন্তু মানুহবোৰক তেওঁ বুজাব কেনেকৈ? বন্ধু লামাও এতিয়া সিপক্ষৰ লোক। তথাপি শেষবাৰৰ কাৰণে চেষ্টা এটা কৰি তেওঁ লামাক ক'লে, ইমান বিপদ থকা সৰোবৰটোত গা ধুবলৈ যাওঁতে সেই সাপটোৰ আক্ৰমণত যদি তেওঁৰ মৃত্যু ঘটে, তেতিয়া কি হ'ব?

তেতিয়া লগে লগে গাঁওবুঢ়াই নিষ্ঠুৰভাৱে উত্তৰ দিলে, তেতিয়া এইটো স্পষ্ট প্ৰমাণ হৈ যাব যে বিজয়ৰ মন পাপেৰে ভৰা। তেওঁ কোনো সৎ উদ্দেশ্য লৈ ইয়ালৈ অহা নাই। গতিকে এতিয়াও সময় আছে। তেওঁৰ মনত যদি পাপ আছে, তেওঁৰ সৰোবৰলৈ যোৱাৰ প্ৰয়োজন নাই। ইয়াৰ পৰাই তেওঁ ঘূৰি যাওঁক।

এনেধৰণৰ নিষ্ঠুৰ আদেশত বিজয় হতবুদ্ধি হৈ পৰিব লাগিছিল।

কিন্তু নহ'ল। তেওঁৰ মুখত এটা ৰহস্যভৰা হাঁহি বিৰিঙি উঠিল। কিন্তু এই হাঁহিৰ ৰহস্য বুজা মানুহ তাত কোনো নাছিল। তেওঁলোকে মাত্ৰ বিজয়লৈ গভীৰ কৌতূহলেৰে চাই থাকিল।

তথাপি বিজয়ে লামাক ক'লে "চোৱা বন্ধু! তোমালোকৰ ইয়াৰ নীতি-নিয়ম মানি চলি থাকিবলগীয়া হ'লে মোৰ বহুত পলম হৈ যাব। এনেয়েও মোৰ বহুত ক্ষতি হৈছে। গতিকে মোক যাবলৈ দিয়া। মোক বাধা নিদিৱা। তোমাক মই বিশেষভাৱে অনুৰোধ কৰিছোঁ। মোৰ কথা ৰাখা বন্ধু।"

উত্তৰত লামাই ক'লে- "মই নিৰুপায় বিদেশী বন্ধু! এইটো মোৰ নিজা নিয়ম নহয়। আমাৰ এইখন সমাজত কোটিকালৰে পৰা চলি অহা এটা পৰম্পৰা। এইটো নমনা বা মানিব নোখোজাটো এটা ডাঙৰ অপৰাধ। তুমি যদি সেই সৰোবৰটোলৈ যাব নোখোজা, তেন্তে এই গাঁৱৰ মানুহে তোমাক সেই পাহাৰটোলৈও উঠিবলৈ নিদিব। তোমাক ঘূৰাই পঠাব। গতিকে তুমি সৰোবৰলৈ গা ধুবৰ কাৰণে যাবই লাগিব। তুমি সাপ থকা সৰোবৰটোলৈ যাবলৈ ভয় কৰিছানেকি?"

এটা হাঁহিৰে বিজয়ে ক'লে- "সাপৰ ভয়ত মই সৰোবৰলৈ যাব খোজা নাই বুলি নাভাবিবা বন্ধু! মোৰ সময়ৰ ক্ষতি হ'ব কাৰণেহে আপত্তি কৰিছিলোঁ। ...ঠিক আছে, মই যাম। তোমালোকৰ লগত এনেদৰে তৰ্ক-বিতৰ্ক কৰি থাকিলে মোৰ অধিক সময় নষ্ট হ'ব। মই সৰোবৰৰ পৰা গা ধুই অহাৰ পিচতেই কিন্তু যাত্ৰা কৰিম। তাৰপিচত মোক বাধা নিদিবা। দিলেও মই কোনো বাধা নামানো।"

বিজয়ৰ কথা শুনি লামাই হাঁহিলে। হয়তো এই ভাবিয়ে হাঁহিলে, সৰোবৰত থকা সেই ভয়াল সাপটোৰ পৰা ৰক্ষা পাই আহিব পাৰিলেহে বিজয়ে তেওঁৰ লক্ষ্যস্থানলৈ যাত্ৰা কৰিব পাৰিব। কিন্তু আজিলৈকে কোনো মানুহেই তাৰ পৰা জীৱন্তে ঘূৰি আহিব পৰা নাই। তথাপি হাঁহি লুকুৱাই লামাই এইবাৰ গম্ভীৰ হৈ ক'লে- "তুমি সেই পাহাৰটোলৈ নগলেই নহয়নেকি বন্ধু?"

"তুমি আক' নতুনকৈ এইটো কি কথা কৈছা লামা?"

"কিন্তু সৰোবৰৰ পৰা গা ধুই ঘূৰি অহাৰ পিচতো আজি তুমি যাত্ৰা কৰিব নোৱাৰিবা। কাৰণ তেতিয়ালৈ আবেলি হৈ যাব। তদুপৰি তুমি সৰোবৰৰ পৰা ঘূৰি অহাৰ পিচত ইয়াৰ ওচৰৰ মঠত এটা পৱিত্ৰ

অনুষ্ঠান হ'ব । ইয়াৰ লামাসকলে শুদ্ধিকৰণ মন্ত্ৰেৰে তোমাৰ শৰীৰ পৱিত্ৰ কৰিব । অনুষ্ঠানটো হ'ব গধূলি । গতিকে তুমি কালিলৈ ৰাতিপুৱাহে ইয়াৰ পৰা যাব পাৰিবা ।"

সৰোবৰৰ পৰা ঘূৰি অহাটো যে অসাধ্য কাম, এই কথা লামাই মুখেৰে ব্যক্ত নকৰিলে ।

লামাৰ কথা শুনি বিজয়ৰো আকৌ এবাৰ খং উঠিছিল । কিন্তু নিজকে সংযত কৰি একো নামাতিলে । কাৰণ একো লাভ নাই । বিদেশত এই মানুহবোৰে যি কয় তাকেই শুনিব লাগিব । গতিকে এটা দিন ক্ষতি হ'ব বুলি তেওঁ মনতে মানি ল'লে ।

সৰোবৰত গা ধুবই লাগিব যেতিয়া নিৰুপায় বিজয় তালৈ যাবলৈ ওলাল । সকলোবোৰৰ মুখবোৰ গম্ভীৰ । কাৰো মুখত হাঁহি বা আনন্দ নাই । মানুহবোৰ ইমান গম্ভীৰ হৈ থকাৰ কাৰণ বিজয়ে বুজিব নোৱাৰিলে । সৰোবৰলৈ বিজয়ে লগত লামাকো লগ ধৰিলে । কিন্তু তাত গোট খোৱা মানুহবোৰে ক'লে যে বিজয়ে অকলেহে গৈ তাত গা ধুই আহিবগৈ লাগিব । লগতে কোনো যোৱাৰ নিয়ম নাই ।

......অৱশেষত সৰোবৰটোৰ উদ্দেশ্যে বিজয় অকলেই হাবিৰ মাজেদি যাবলৈ ধৰিলে । হাবিৰ লুংলুঙীয়া বাট । লগত কোনো জনপ্ৰাণী নাই । তেতিয়া সময় দুপৰীয়া । ওচৰৰ পাহাৰৰ বৰফৰ মাজেদি সৰকি অহা সূৰ্য্যৰ ৰেঙণি হাবিখনত চকামকাকৈ পৰিছিল । নিজান হাবিখনত বৰ বেছি চৰাই-চিৰিকটিৰ মাতো নাই । এই নিজম পৰিবেশত মনটো কিছু অস্বস্তিৰে আৱৰি ধৰিছিল যদিও তাৰ পিচ পাকতে তেওঁৰ মনত যেতিয়া খেলালে যে কালিলৈ তো অকলহৈ তেওঁ দেওলগা পাহাৰটোত উঠিব লাগিব, তেতিয়া মনৰ ভিতৰত যিকণ ডাৱৰ গোট খাইছিল সিও নাইকিয়া হৈ গ'ল । এই সৰোবৰটোলৈ আহিবৰ কাৰণে ইয়াৰ মানুহবোৰ কিয় ইমান ভয় কৰে ? ইয়াৰ মাজত কি ভয়াবহতা লুকাই আছে ? মানুহৰ এনে ভীতিভাৱ কুসংস্কাৰৰ পৰা জন্ম হৈছে নে অলৌকিক কিবা মাহাত্ম্য দেখিছে ? হাবিৰ মাজত লুংলুঙীয়া বাট বুলিবলৈ তেনেকুৱাকৈ কোনো পথ নাছিল । এমাইলমান লুংলুঙীয়া বাট আছিল । তাৰ পিচত হাবি গভীৰ হৈ আহিবলৈ ধৰিলে আৰু পথৰো কোনো চিনমোকাম নোহোৱা হ'ল । ইয়াৰ অৰ্থ এইটোৱেই যে এইফালেদি কোনো জনপ্ৰাণী ভুলতো নাহে । অলপ

আগলৈকে চৰাইৰ মাত শুনা গৈছিল, এতিয়া সেয়াও লাহে লাহে নাইকিয়া হৈ আহিবলৈ ধৰিছে। মাত্ৰ বহুত দূৰৰ পৰা মাজে মাজে একো একোটা বিকট চিঞৰৰ ভাঁহি আহিল। সেয়া কিবা চৰাইও হ'ব পাৰে নাইবা বান্দৰ জাতীয় জন্তুও হ'ব পাৰে।

সন্মুখত কোনো পথ নাই। হাবি আৰু জাৰণি। অলপ সময় বৈ বিজয়ে ভাবিলে এতিয়া কোনফালে যাব। এনেকৈ ভাবি থাকোতে সন্মুখৰ এটা দিশৰ পৰা যিটো শব্দ শুনিলে, সেইটো শুনি যিকোনো মানুহৰ অন্তৰ কঁপি উঠিব। বিজয়ৰ মনটো কিন্তু আশা আৰু আনন্দত উল্লাসিতহে হৈ উঠিল। সেইটো আছিল সেই পৰিচিত গোজৰণি। এবাৰ নহয় দুবাৰ নহয়, তিনিবাৰ গুজৰি উঠিল। প্ৰথম দুবাৰ কিছু অবাক হৈ সেই দিশটোলৈ চালে। তেতিয়াও বিজয় বৈ থকাত তৃতীয়বাৰ বাঘটোৱে আগতকৈ জোৰেৰে গুজৰি দিলে। এতিয়া বিজয়ৰ সন্দেহৰ কোনো অৱকাশ নাই। হাতত থকা লাঠি আৰু দাখনেৰে জাৰণিৰ সৰু সৰু জোপোহাবোৰ আঁতৰাই আগবাঢ়ি যাবলৈ ধৰিলে। জাৰণিখন পাৰ হোৱাৰ পিচত হাবিৰ মাজেদি সমতল স্থান পালে। বাঘটোক অনুসৰণ কৰিয়ে গৈ আছিল যদিও তাক সম্পূৰ্ণকৈ বিজয়ে দেখা নাছিল। সন্মুখৰ হাবিখনৰ গছবোৰ লৰি লৰি গৈছিল আৰু সেই উমানতে বিজয়ো আগবাঢ়ি গৈ আছিল। ই ইমানদিন ক'ত আছিল ? চাংপো নদী কেনেকৈ পাৰ হ'ল ? অৱশেষত এডৰা হাবি পাৰ হোৱাৰ পিচত যিটো দৃশ্য বিজয়ে দেখিলে তেওঁ আচৰিত হৈ পৰিলে। এজোপা মস্ত গছৰ কাষত শ্যামল বননি এখনৰ মাজত যেন এখন ডাঙৰ শুদ্ধ বগা কাপোৰ পাৰি থোৱা আছে। সেই সৰোবৰটো। আচৰিত কথা, সৰোবৰৰ পানী বৰ স্থিৰ। প্ৰকৃতিৰ অপূৰ্ব শোভাৰে পৰিবেষ্টিত আৰু সূৰ্য্যৰ ৰেঙণি পৰা অকম্পিত পানীৰ সৰোবৰটো দেখি বিজয়ৰ মনত বহুতো ভাৱৰ থৌকিবাথৌ খেলি গ'ল। এনে দৃশ্য বৰ আপুৰুগীয়া ; জীৱনত তেওঁ দেখা নাই। বিজুলীৰ চমকৰ দৰে তেওঁৰ মনত খেলি গ'ল, এয়ে আছিল উপযুক্ত স্থান। ইয়াতেই যদি তেওঁৰ সাক্ষাৎ ঘটিলহেঁতেন তেওঁৰ দিঠক সপোনৰ আৰাধ্যা মহাশ্বেতাৰ লগত -যাৰ কাৰণে তেওঁ মৃত্যুক হাতৰ মুঠিত লৈ সকলো বিপদ-বিঘিনি অতিক্ৰম কৰি তিব্বতৰ এই দুৰ্গম অঞ্চল আহি পাইছেহি। প্ৰকৃতিৰ এই নিজান আৰু অপূৰ্ব পৰিবেশৰ মাজত তেওঁৰ ৰহস্যময়ী নাৰী মহাশ্বেতা কিমান

সুন্দৰীকে ৰজিতা খাই পৰিলহেঁতেন। সৰ্বাঙ্গ আবৃতা সেই ৰহস্যময়ীৰ মুখমণ্ডল বিজয়ৰ চকুৰ আগত ভাঁহি উঠিল। আজিৰ পৰা বাৰবছৰ– এটা যুগৰ আগত সেই পুষ্পকনগৰীৰ ভূ-গৰ্ভৰ কুঠৰী আৰু সেই অনিৰ্বাণ অগ্নি-কুণ্ডলীৰ কাষত মহাশ্বেতাৰ কমনীয় উকা মুখখন দেখিছিল। সেই মুহূৰ্তকেইটাত মহাশ্বেতাৰ মুখত কোনো ধৰণৰ আৱৰণ নাছিল। আজি এতিয়া বিজয়ে ভাবিলে সকলোৰে পৰা আঁতৰত থকা আৰু কোনেও নেদেখা এই স্থানত তেওঁ যদি মহাশ্বেতাক লগ পালেহেঁতেন।

কোনো জনপ্ৰাণী নাই বুলি বিজয়ে ভাবিছিল। কিন্তু প্ৰকৃততে বিজয়ৰ অজ্ঞাতে সেই গাঁওখনৰ এটা দুঃসাহসী মানুহে গাঁৱৰ গাঁওবুঢ়াৰ নিৰ্দেশক্ৰমে এটা দূৰত্ব ৰক্ষা কৰি বিজয়ৰ পিছে পিছে অনুসৰণ কৰি আহিছিল। মানুহটোৱে বৰ সাৱধানে অথচ ভয়ে ভয়ে আহি আছিল। বিজয়ে আচলতে সৰোবৰৰ পানীত নামি গা ধোৱেনে নোধোৱে তাকে মনে মনে চাবলৈকে মানুহটোক পঠোৱা হৈছিল। বিজয়ক অনুসৰণ কৰি আহি আহি সৰোবৰৰ কাষ পাই সি অদূৰৰ এজোপা গছত উঠি সৰোবৰৰ পিনে চাই থাকিল। সি উত্তেজনাৰ দুৰু দুৰু অন্তৰেৰে ভয়াবহ দৃশ্যটো চাবলৈ সাজু হৈ গছৰ ফেৰেঙণিত বহিল। বিজয় পানীত নমাৰ লগে লগে সৰোবৰৰ কাষত থকা বিৰাট গছজোপাৰ পৰা সেই বিয়াগোম সাপটো ওলাই আহি বিজয়ক মাৰি পেলাব। চকুৰ আগতে আগন্তুক ভয়ানক দৃশ্যটো দেখিবলৈ পোৱাৰ চাঞ্চল্য আৰু উত্তেজনাত মানুহটোৰ বুকুখন প্ৰচণ্ডভাৱে কঁপিবলৈ ধৰিলে।

কিন্তু মানুহটোৱে যি দেখিলে সি আছিল অত্যন্ত আচৰিত। কেৱল আচৰিতেই নহয় সি ভয়ত পেপুৱা লাগিল। গছৰ পাতৰ আঁৰৰ পৰা তিব্বতী মানুহটোৱে দেখিলে, অদূৰত বিজয়ে উৰ্দ্ধাংশৰ কাপোৰ সোলোকাই থৈ খুব ধীৰে ধীৰে সৰোবৰৰ পানীলৈ নামি যাবলৈ ধৰিলে। এনেতে বিজয়ে পানীত নামিবলৈ ভৰি দিব খোজোতেই পৃথিৱী কঁপাই দিয়া যি প্ৰচণ্ড হুঙ্কাৰ ভাঁহি আহিল, সেই শব্দত গছৰ ওপৰত ডাল এটাত খামোচ মাৰি ধৰি থকা সেই মানুহটোৱে থৰ্থৰীকৈ কঁপিবলৈ ধৰিলে। এনেকুৱা ধৰণৰ বাঘৰ ভয়ঙ্কৰ হুঙ্কাৰ সি কেতিয়াও ইয়াৰ আগতে শুনা নাই। ইমান প্ৰকাণ্ড বাঘ তিব্বত অঞ্চলত নাই। এতিয়া যি গোজৰণি শুনিলে সেইটো নিশ্চয় প্ৰকাণ্ড আৰু ভয়াবহ। গছৰ ওপৰৰ পৰা সেই বাঘটো দেখাৰ কোনো উপায় নাই। গছৰ

আঁৰ হৈ আছে। বাঘটোৱে বোধকৰো বিজয়ক দেখিছে আৰু আক্ৰমণৰ আগমুহূৰ্তত এনেদৰে বুকু কঁপাই দিয়া গোজৰণিৰে প্ৰস্তুত হৈছে। ভাগ্য ভাল, মানুহটো যে গছৰ ওপৰত উঠি আছে। নহ'লে আজি তাৰো ৰক্ষা নাছিল। সুদূৰ ভাৰতবৰ্ষৰ পৰা অহা এই অদ্ভুত চৰিত্ৰৰ বিদেশী মানুহটো আজি এই মুহূৰ্তত মৰিব, সেইটো খাটাং বুলি সি ধৰি ললে। এতিয়া প্ৰশ্ন হৈছে, কাৰ হাতত বিদেশীটো মৰিব ? সেই বিয়াগোম সাপটো অহাৰ আগতেই কিজানি ব ঘটোৱেহে বিজয়ক আক্ৰমণ কৰিব। কিবা প্ৰকাৰে বাঘটোৰ হাতৰ পৰা সাৰিব পাৰিলেও অলৌকিক মহিমা থকা সাপৰ পৰা ৰক্ষা পোৱাটো অ-াচ ৰ কথা। বিদেশীৰ মৃত্যু দেখাৰ লগে লগেই সি অকণো সময় নষ্ট নকৰি গছৰ পৰা নামি লৰ মাৰি গাঁৱলৈ উভতি যাব। কাৰণ ইয়াত এটা মুহূৰ্ত থকাও বিপদজনক।

কিন্তু ভয়ত পেপুৱা লগা তিব্বতী মানুহটোৰ কাৰণে বোধকৰো অধিক বিস্ময়ে অপেক্ষা কৰিছিল। বাঘৰ তীব্ৰ গোজৰণি চলি থকা অৱস্থাতেই সি অবাক বিস্ময়েৰে দেখিলে বিজয় লাহে লাহে পানীলৈ নামি গ'ল। স্থিৰ পানীত বুৰবুৰণি উঠিল, সৰু সৰু ঢৌ খেলি গ'ল। গোটেই শৰীৰটো ঘঁহি ঘঁহি পানীত বুৰ মাৰিল আৰু সাঁতুৰি সিটো পাৰলৈ গ'ল আৰু আকৌ এইটো পাৰলৈ উভতি আহিল। সাঁতুৰি আহোতে বিজয়ৰ মুখখন তিব্বতীটোৱে দেখিছিল। মুখত এটা হাঁহি আনন্দ আৰু পৰম তৃপ্তি পালেহে মানুহৰ মুখত এনেকুৱা অনাবিল হাঁহি বিৰিঙে, এই কথা মানুহটোৱে অনুভৱ কৰিব পাৰিছিল।

কিন্তু এইটো কি আচৰিত ঘটনা ঘটিল! পানীত নমাৰ লগে লগেই সাপটোৱে আহি বিজয়ক আক্ৰমণ কৰি মেৰিয়াই পেলাব লাগিছিল। ইমান দিনে সি ইয়াকেই শুনি আহিছিল! কিন্তু আজি এইবোৰ কি বিপৰীত কাণ্ড ঘটিল! আৰু বাঘৰ গোজৰণি ? বাঘটোৱেতো কেতিয়াবাই বিজয়ৰ ওপৰত জপিয়াই পৰিব লাগিছিল। ইমান সময় বিজয়ৰ দেহ ছিন্ন বিচ্ছিন্ন হৈ যাব লাগিছিল। কিন্তু ক'তা। বিদেশীটোৰ ওপৰত কোনো ফালৰপৰাই আক্ৰমণ নচলিল। সেয়া বিদেশী বিজয়ে দেখোন হাঁহি হাঁহি সৰোবৰৰ পানীৰ পৰা ওলাই আহি পাৰত থিয় হ'ল। সূৰ্যৰ ৰশ্মি বিজয়ৰ শৰীৰত পৰিছিল। সেই সময়ত বিজয়ৰ মুখত এটা স্মিত হাঁহি বিৰিঙিছিল। গোটেই মুখমণ্ডলত এটা উজ্জ্বল আৰু দীপ্তিময় আভা বিৰাজ কৰিছিল। ভগৱানৰ মহিমা

থকা সৰোবৰৰ পৱিত্ৰ আৰু শান্ত সলিলত অৱগাহন কৰি বিজয়ৰ শৰীৰলৈ যেন এটা নতুন শক্তি আৰু প্ৰেৰণা জাগি উঠিছে। স্নিগ্ধ শৰীৰত এটা দুশ্চিন্তাবিহীন আৰু সৌম্য মন। এই অনুভূতিত পুলকতা আছে, কিন্তু চঞ্চলতা আৰু উত্তেজনা মুঠেই নাই। আছে এক বিমল আনন্দ।

অকণো সময় নষ্ট নকৰি হুৰহুৰাই গছৰ পৰা নামি আতঙ্ক মানুহটোৱে হাবি-বন মহতিয়াই গাঁৱৰ পিনে ভিৰাই লৰ মাৰিলে।

বিজয় যেতিয়া গাঁৱলৈ উভতি আহিছিল তেতিয়া বেলিটো লাহে লাহে পশ্চিমৰ ক'লা ক'লা পাহাৰবোৰৰ পিনে ঢাল খাবলৈ আৰম্ভ কৰিছিল। সৰোবৰত গা ধোৱাৰ পিচত কিছু সময় সৰোবৰৰ পাৰত থকা ঘাঁহনিত বহি আকৌ লাহে লাহে তেওঁ গাঁও অভিমুখে আহিল। সৰোবৰলৈ আহোতে যি ব্যগ্ৰতা আৰু উদ্বিগ্নতা আছিল, এতিয়া সেই ভাৱ সমূলি নাই। মনটো বৰ শান্ত হৈ পৰিছে। কোনোধৰণৰ উত্তেজনা বা চাঞ্চল্য নাই। তেওঁ জানে উভতি যোৱাৰ বাটত কোনো বিপদ নাই, তেওঁ জানে কালিলৈ তেওঁ ইয়াৰ পৰা যাত্ৰা কৰিব। তেওঁ জানে, এতিয়া সৰোবৰত গা ধুই ঘূৰি অহাৰ পিচত তেওঁৰ কোনো শত্ৰু নাই। গা ধুই অহাৰ পিচত যেন তেওঁ অনুভৱ কৰিলে তেওঁৰ শৰীৰ আৰু মনৰ দুৰ্বহ বোজা তেওঁ পৰম শক্তিমান ভগৱানৰ ওচৰত সম্পূৰ্ণৰূপে সমৰ্পণ কৰি দিছে। এতিয়া তেওঁৰ কোনোধৰণৰ নৈসৰ্গিক বন্ধন নাই। মাত্ৰ এটাই দায়বদ্ধতা আৰু একমাত্ৰ এটাই কামনা বৈ আছে। সেইটো হৈছে মহাশ্বেতা– যাৰ কাৰণে তেওঁ এটা এটাকৈ সকলোবোৰ পৰিত্যাগ কৰি এইটো অৱস্থাত উপনীত হৈছেহি।

গাঁও সোমোৱাৰ লগে লগে বিজয়ে আকৌ এটা নতুন অভিজ্ঞতাৰ সন্মুখীন হ'ল। গাঁওখনৰ যিবোৰ মানুহে কঠোৰ মানোভাবেৰে তেওঁক সৰোবৰলৈ যাবৰ কাৰণে বাধ্য কৰিছিল, সেইবোৰ মানুহৰ আচৰণত অদ্ভুত ধৰণৰ পৰিৱৰ্তন পৰিলক্ষিত হ'ল। গাঁৱৰ গাঁওবুঢ়া, ঘৰৰ গৃহস্থ, ৰাংঢালী গৃহিণী আদি সকলোবোৰ মানুহ গহীন হৈ পৰিছে। আনকি যোৱা কেইদিনমানৰ ভিতৰত গাঢ় অন্তৰঙ্গতা গঢ়ি উঠা লামাবো ভাৱ-ভাষা আৰু আচৰণ সংযত। বিজয় ঘূৰি অহাৰ পিচত আনে নকৰিলেও অন্তত লামাই হৈ-চৈ, চিঞৰ-বাখৰ কৰি বিজয়ক সাৱটি ধৰিব লাগিছিল। কিন্তু তাৰ পৰিৱৰ্তে গহীন গম্ভীৰ হৈ এটা বিহ্বল দৃষ্টি আৰু গভীৰ শ্ৰদ্ধাৰ মনোভাবেৰেহে সকলোবোৰ মানুহে বিজয়লৈ

চালে ।

ভক্তি আৰু শ্ৰদ্ধাৰ আতিশয্যত ঘৰৰ গৃহিণীয়ে বিজয়ৰ ভৰিত বাগৰি পৰি অবোধ্য ভাষাৰে গুণগুণাই কিবা কিবি ক'বলৈ ধৰিলে আৰু নিজৰ কাণ দুখন ধৰি মাজে মাজে নিজৰেই গাল দুখনত থপৰিয়াবলৈ ধৰিলে ।

আচৰিত হৈ বিজয়ে লামালৈ চাই সুধিলে– "বন্ধু । কি হৈছে এইবোৰ ? তোমালোকে কি কৰিছা ?"

তললৈকে মূৰ কৰি ভক্তিত গদ গদ স্বৰেৰে লামাই উত্তৰ দিলে– "তুমি যে ভগৱান তথাগতৰ আশীৰ্বাদ পোৱা মানুহ আমি আগতে জনা নাছিলোঁ । সাধাৰণ মানুহ বুলিয়ে ভাবিছিলোঁ । আমাক ক্ষমা কৰিবা, বিশেষকৈ মোক । –কাৰণ তোমাক মই অজানিতে বহুত বেয়া ব্যৱহাৰ কৰিছিলোঁ । কালি ৰাতি মোৰ আচৰণ দেখিও তুমি মোক সম্ভৱ বেয়া পাইছা । মই বৰ পাপী । মোক তথাগতে কেতিয়াও ক্ষমা নকৰে । তুমি ক্ষমা কৰিবা বন্ধু । তুমি ভগৱানৰ অংশ ।"

এইদৰে কৈ কৈ লামাই কান্দিবলৈ ধৰিলে । বাকীবোৰৰো চকুত পানী । গৃহস্থৰ চোতালত গোটেই গাঁওখনৰ মানুহ উবুৰি খাই পৰিছে ।

এইবোৰ অভাৱনীয় কথা দেখি বিজয় হতভম্ব হ'ল । এনেকুৱাকৈ অযথা সন্মান দেখুওৱা কাৰণে তেওঁ লাজত ম্ৰিয়মান হ'ল । সেই কাৰণে গোটেই অস্বস্তিকৰ পৰিবেশটো সলনি কৰিবলৈ তেওঁ চিঞৰি উঠিল– "তোমালোকে এনেকুৱাই কৰি থাকিবানে ? মোক একো খাবলৈ নিদিয়া নেকি ? মোৰ বৰ ভোক লাগিছে ।"

মুহূৰ্ততে পৰিস্থিতিৰ সলনি ঘটিল । এটা মুহূৰ্তৰ ভিতৰত গৃহস্থৰ ঘৈণীয়েক কৰ্তব্যৰ প্ৰতি সজাগ হৈ পৰিল আৰু কৰ্তব্য অৱহেলাজনিত লজ্জাত মৰি যোৱা যেন হৈ এটা চিঞৰ মাৰি দুপ্ দুপ্‌কৈ ভিতৰলৈ লৰ মাৰি গ'ল । লামা, গাঁওবুঢ়া আৰু আনবিলাক মানুহৰ সৈতে বিজয়ো চোতালৰ পৰা ঘৰৰ ভিতৰত সোমাল !

তিব্বতী মানুহবোৰে কয়, বহুবছৰৰ আগতে হেনো চীনদেশৰ পৰা শত্ৰু পক্ষৰ কেইটামান মানুহ চোৰাংকৈ কোনেও গম নোপোৱাকৈ এই পাহাৰটোত উঠিছিল । গাঁৱৰ মানুহে তেতিয়াহে গম পালে, যেতিয়া দেখিলে সেই চোৰাং মানুহবোৰৰ মৃতদেহ পাহাৰৰ নামনিত

পৰি আছিল। সেই শত্ৰুবোৰৰ শৰীৰত এনেকুৱা ধৰণৰ গভীৰ আঁচোৰ দেখা গৈছিল যে সেইবোৰ কোনো হিংস্ৰ জন্তুৰ নিষ্ঠুৰ আক্ৰমণ বুলি দৃঢ়তাৰে ধাৰণা কৰি লৈছিল। মানুহে বিশ্বাস কৰিছিল, পাহাৰৰ শৃঙ্গত থকা অধিষ্ঠাত্ৰী দেৱীক কোনোবাই আমনি বা বিৰক্ত কৰিবলৈ দুঃসাহস কৰিলে তাৰ মৃত্যু অৱশ্যম্ভাৱী। এওঁলোকে ভাবে, দেৱীয়ে কোনো নৰ-মনিচৰ দৰ্শন কামনা নকৰে। কোনোবা মানুহ কেনেবাকৈ যদি দেৱীৰ কাষ চাপিব পাৰে, তেন্তে দেৱীৰ কোপানলত তেতিয়া সমগ্ৰ সমতলভূমি ছাৰখাৰ হৈ যাব বুলি মানুহৰ গভীৰ বিশ্বাস। অলৌকিক শক্তিৰ প্ৰতি থকা মানুহৰ আতঙ্কজনিত ভীতিভাৱৰ কাৰণেই এই পাহাৰলৈ যি কোনো মানুহ উঠা নিষেধ। অৱশ্যে সৰোবৰত স্নান কৰিব পাৰিলেহে পাহাৰটোত উঠাৰ যোগ্যতাৰ সূত্ৰটো কেতিয়াৰ পৰা প্ৰচলিত সেইটো কোৱা কঠিন।

তেনেহলে এই দেওলগা পাহাৰটোত উঠিবৰ কাৰণে দেশী বা বিদেশী কোনো পুণ্যাত্মাই এই পৃথিৱীত নাই নেকি? এই প্ৰশ্নটো সুধিছিল বিজয়ে লামাক। তেতিয়া লামাই উত্তৰ দিছিল, দুই এজন পুণ্যাত্মা অৱশ্যে নথকা নহয়। এতিয়াৰ পৰা কুৰি বছৰমানৰ আগতে হেনো সুদূৰ লাছাৰ ওচৰৰ গুম্ফা এটাৰ পৰা বাট কুৰি বাই এজন বৃদ্ধ লামা আহিছিল। লগত আহিছিল তেওঁৰ দুজন শিষ্য। তেওঁলোকে কোৱা মতে বৃদ্ধৰ বয়স প্ৰায় এশৰ ওচৰা উচৰি। ইমান বয়স হোৱাতো বুঢ়াৰ স্বাস্থ্য ভাঙি পৰা নাছিল। ওলমি পৰা দাড়ি আৰু কেশবিহীন বৃদ্ধৰ সৌম্য দৰ্শনৰ চেহেৰাটো দেখিলেই আপোনা আপুনি ভক্তি ভাৱ জাগি উঠে। কিন্তু বৃদ্ধ লামাৰ আচৰণত এটা বিশেষত্ব আছিল। সাধাৰণতে তেওঁ মূৰ দাঙি কালৈকো নাচাইছিল আৰু কথা নকৈছিল। শিষ্য দুজনে মনৰ ভাৱ বুজি তেওঁৰ আলপৈচান ধৰিছিল। বুঢ়াৰ মুখত সদায় এটা মিঠা আৰু প্ৰশান্তিভৰা হাঁহি বিৰিঙি আছিল। ভাৱত তন্ময় হৈ তেওঁ বিৰামহীনভাৱে প্ৰাৰ্থনা চক্ৰটো ঘূৰাই থাকে। পাহাৰ-উপত্যকা আৰু পথৰ বিপদ-দুৰ্যোগ আদি অতিক্ৰম কৰি শিষ্য দুজনৰ লগত ইমান দূৰ বাট খোজ কাঢ়ি অহা দেখি গাঁৱৰ মানুহবোৰে প্ৰথমতে খুব আচৰিত হৈছিল। কৌতূহলত থাকিব নোৱাৰি বাইজে শিষ্য দুজনকে বাৰে বাৰে নানা প্ৰশ্ন কৰিছিল। শেষত মানুহবোৰে ধৰি লৈছিল যে পুণ্যাত্মা এই বৃদ্ধই নিশ্চয় ভগৱান তথাগতৰ আশীৰ্বাদ লাভ

কৰিছে। নহলে এইটো বয়সত ইমান দুৰ্গম পথ অতিক্ৰম কৰি অহাটো কোনো মানুহৰ পক্ষে সম্ভৱপৰ নহয়।

প্ৰথমতে তেওঁলোক গাঁৱৰ গাঁওবুঢ়াৰ ঘৰলৈ আহিছিল। গাঁওবুঢ়াই আথেবেথে আদৰ সাদৰ কৰি তেওঁলোকক সোধ-পোচ কৰিলে। সৌম্যকান্তি বৃদ্ধ আৰু শিষ্য দুজনৰ পদাৰ্পনৰ বাতৰি পোৱাৰ লগে লগে গাঁওবুঢ়াৰ ঘৰ গাঁৱৰ মানুহেৰে ভৰি পৰিল। এওঁলোকৰ পৰিচয় পাবৰ কাৰণে কৌতূহলী আৰু উদ্‌গ্ৰীৱ হৈ পৰা গাঁওবুঢ়া আৰু গাঁৱৰ মানুহক এজন শিষ্যই ক'লে, দুমাহমানৰ আগতে আকাশত পূৰ্ণ চন্দ্ৰ থকাৰ দিনা ৰাতি বুঢ়াই এটা আচৰিত সপোন দেখিছিল। সপোনত ভগৱান বুদ্ধই তেওঁক দেখা দিছিল। দেখা দিয়াটোতেই সপোনৰ শেষ নাছিল। খুব স্পষ্টৰূপে দেখা দি তথাগতে এই পাহাৰটোলৈ আহিবৰ কাৰণে বুঢ়াক কৈছিল। আৰু কৈছিল, পাহাৰটোত কিছুদূৰ উঠাৰ পিচতেই এটা হেনো গুহা আছে। গুহাটোৰ ভিতৰত যদিও কোনো জনপ্ৰাণী নেথাকে, ভিতৰখন হেনো অনবৰত পোহৰ হৈ থাকে। তাৰ ভিতৰতই বোলে এটা দুৰ্লভ বস্তু আছে, যিটো লাভ কৰিব পাৰিলে গৌৰৱময় নিৰ্বাণ প্ৰাপ্তি ঘটাৰ লগতে তথাগতৰ কাষতেই স্থান পোৱা সহজ হৈ পৰে। সপোনটো দেখাৰ পিচৰে পৰা বৃদ্ধই বাক্‌সংযম পালন কৰি আহাৰ আৰু নিদ্ৰাৰ ওপৰতো নিয়ন্ত্ৰণ আৰোপ কৰিছে। শিষ্যই আৰু কৈছিল, গুহাটো পোৱাৰ পিচতেই তেওঁলোক তাৰ পৰা আকৌ ঘূৰি আহিব।

সৰোবৰত স্নান কৰি পাহাৰটোত উঠাৰ কথা গাঁওবুঢ়াই ক'লে। বৃদ্ধই অকণো আপত্তি নকৰিলে। পিচদিনা প্ৰত্যুষতে দুই শিষ্যই বুঢ়াক সৰোবৰলৈ লৈ গ'ল আৰু তিনিও গা ধুই কোনো হানি-বিঘনি নোহোৱাকৈ ঘূৰি আহিল। গাঁৱৰ মানুহ আচৰিত হ'ল যিমান, তাতকৈ অধিক তেওঁলোকৰ দৃঢ়বিশ্বাস জন্মিল যে এই তিনিওজন প্ৰকৃততে ধাৰ্মিক আৰু ভগৱান স্নেহধন্য লামা। তদুপৰি বৃদ্ধই তথাগতৰ স্বপ্নাদিষ্ট নিৰ্দেশ পাই ইয়ালৈ আহিছে। গতিকে তেওঁলোক পাহাৰৰ শৃঙ্গত থকা দেৱীৰ ৰোষত পৰাৰ কোনো আশঙ্কা নাই।

পিচদিনা শিষ্যৰে সৈতে বুঢ়া ধীৰ-স্থিৰ খোজেৰে পাহাৰত উঠিল। গাঁৱৰ মানুহে নিশ্চিন্ত হৈ পঠাইছিল যদিও বুঢ়াৰ দেহে এই দুৰ্গম পাহাৰটো বগাব পাৰিব নোৱাৰে তাকে ভাবি চিন্তান্বিতও হৈ

পৰিছিল। দুটা দিন গাঁওবুঢ়া আৰু গাঁৱৰ ৰাইজে খুব দুশ্চিন্তাত কটালে। কিন্তু সকলোকে অবাক কৰি দি তৃতীয় দিনা গধূলি বুঢ়া নিৰ্বিঘ্নে আৰু সুস্থ শৰীৰেৰে ঘূৰি আহিল। মানুহে অধিক আচৰিত হৈ দেখিলে বুঢ়াৰ মুখমণ্ডল কিবা এটা অব্যক্ত আনন্দৰ পুলকতাত উজ্জ্বল হৈ পৰিছে। তেওঁ নিশ্চয় বিচাৰি যোৱা সম্পদটো লাভ কৰিলে, যাৰ বিষয়ে তেওঁ কাকো একো নক'লে আৰু গাঁৱৰ মানুহেও সুধিবলৈ সাহস নকৰিলে। শিষ্য দুজনেও সম্পূৰ্ণ নীৰৱতা অৱলম্বন কৰিলে।...... গাঁৱত ৰাতিটো কটাই তেওঁলোকে পুনৰ ঘূৰি গ'ল। যাবৰ সময়ত বুঢ়াই এটা মধুৰ হাঁহিৰে সকলোৰে পৰা বিদায় ললে আৰু অস্পষ্ট ভাষাৰে বিৰ্‌বিৰ্‌কৈ গাঁওবাসী ৰাইজক ধন্যবাদ জনালে।

তেতিয়াৰ পৰা এই পাহাৰটোৰ মাহাত্ম্য বেছিকৈ বাঢ়িবলৈ ধৰিলে। ইয়াৰ কিছু বছৰৰ পিচত আকৌ এজন অন্য মানুহ আহিছিল। তেওঁ কিন্তু খোজ কাঢ়ি অহা নাছিল। ঘোঁৰাত আহিছিল। তেওঁ তিব্বতী নাছিল। নেপালী মানুহ আছিল। পাহাৰটোত উঠিবৰ কাৰণে গাঁৱৰ ৰাইজৰ নিৰ্দেশ অনুসৰি তেওঁ সৰোবৰত গা ধুবলৈ গৈছিল। বহুতে তেওঁক মানাও কৰিছিল। কিন্তু দুঃসাহসী সেই মানুহজনে কাৰো হাক বচন নেমানি সৰোবৰলৈ গৈছিল। কিন্তু তেওঁ তাৰ পৰা কোনোদিনেই ঘূৰি নাহিল। তেওঁ ঘূৰি নহাত গাঁৱৰ ৰাইজে তেওঁক বিচাৰি গৈছিল। গৈ ৰাইজে তেওঁৰ মৃতদেহটোহে সৰোবৰৰ পাৰৰ গছজোপাৰ তলত পাইছিল। মানুহে বিশ্বাস কৰিলে সেই কালিকা লগা সাপটোৱেই মানুহটোক মাৰিলে। মানুহটো নিশ্চয় কু-অভিপ্ৰায়েৰে পাহাৰটোত উঠিবলৈ আহিছিল।

......তাৰ বহু বছৰৰ পিচত এতিয়া বিজয়ে কোনো ধৰণৰ হানি-বিঘিনি নোহোৱাকৈ সৰোবৰত গা ধুই ঘূৰি অহাত মানুহবোৰ আচৰিত হ'ল যেনেকৈ, অভিভূত হ'ল তাতকৈ বেছি। এটা সন্ত্ৰস্তভাৱে সকলোৰে মন আচ্ছন্ন কৰি পেলালে। বিজয়ৰ গাত নিশ্চয় কিবা এটা অলৌকিক শক্তি আছে বুলি সকলোৰে দৃঢ় বিশ্বাস হ'ল।

বিজয়ৰ ভোক লাগিছে বুলি কোৱাত যেতিয়া ঘৰৰ বাংগালী গিৰিহঁতনীয়ে মূৰটো দোৱাঁই গম্ভীৰ হৈ ভক্তিৰে বিজয়ক আদৰি লৈ গ'ল, তেতিয়া তেওঁ বৰ অস্বস্তি অনুভৱ কৰিলে। ইমান শ্ৰদ্ধা-ভক্তিৰ আতিশয্যৰ বিশেষ কাৰণ তেওঁ বুজিব নোৱাৰিলে। সৰোবৰত নিৰ্বিঘ্নে

গা ধুই সো-শৰীৰে উভতি আহিব পৰা কাৰণেই তেওঁক কিয় সকলোৱে ইমান সন্মান প্ৰদৰ্শন কৰিছে তেওঁ নুবুজিলে। তেৱোঁ তো এওঁলোকৰ নিচিনা এজন সাধাৰণ মানুহ।

আহাৰ কৰাৰ পিচত অকলশৰে জিৰণি লৈ থকা অৱস্থাত লামা আহিল। লামাৰ আচৰণতো এটা সমীহ ভাৱ। লামাই ক'লে– "কালিলৈ ৰাতিপুৱা তুমি ইয়াৰ পৰা যাবাগৈ। এতিয়া পাহাৰটোত উঠাত কোনো বাধা নাই। কিন্তু আজি গধূলি এটা অনুষ্ঠান আছে। আমাৰ ইয়াৰ মঠত হ'ব। তাত কেইবাজনো লামা থাকিব। সমূহীয়া ভাৱে স্তোত্ৰ গাই তোমাক আশীৰ্বাদ দিব। তেতিয়া তুমি সম্পূৰ্ণৰূপে পৱিত্ৰ হৈ যাবা।"

বহুত সময়ৰ পিচত লামাৰ মুখত আকৌ বন্ধুত্বসুলভ কথা শুনি বিজয়ে আনন্দ পালে। তেওঁ সুধিলে– "এতিয়া কোৱাচোন বন্ধু, মই সৰোবৰটোত গা ধুই অহাৰ পিচত তোমালোকে মোক কিয় একেবাৰে বেলেগ ধৰণে ব্যৱহাৰ কৰিছা ? মইতো তোমালোকৰ নিচিনা একে মানুহেই। তেনেহলে মোক কিয় ইমান বেছি সন্মান যাচিছা ?"

গম্ভীৰ স্বৰেৰে লামাই উত্তৰ দিলে– "একে মানুহ ঠিকেই। কিন্তু তোমাৰ শৰীৰত আমি যি দেখিছো সেয়া আমাতকৈ অলপ বেলেগ। তোমাৰ শৰীৰলৈ যে এটা আলৌকিক গুণ আহিছে তুমি নিজে নেজানিলেও আমি ধৰিব পাৰিছোঁ। আমি আজি ভগৱান তথাগতৰ ওচৰত প্ৰাৰ্থনা কৰিম, তুমি যেন আকৌ সুস্থ শৰীৰে আমাৰ মাজলৈ ঘূৰি আহ'।"

লামাৰ কথা শুনি বিজয়ৰ মুখত এটা ৰহস্যৰ হাঁহি বিৰিঙি উঠিল। লামাই কিন্তু মন নকৰিলে। তেওঁ নিজৰ ভাৱতেই আৱেগেৰে কৈ যাবলৈ ধৰিলে– "আৰু মই মনে মনে স্থিৰ কৰিছোঁ, তোমাৰ কাৰণে মই ইয়াতেই বাট চাই থাকিম। ...তোমাক অকলে যাবলৈ দিয়াৰ মোৰ অলপো ইচ্ছা নাছিল। কিন্তু মইও সৰোবৰত গা ধুবলৈ যাব লাগিব আৰু মই ইয়াকো ভালদৰে জানো যে মই তাৰ পৰা কেতিয়াও জীৱন্তে ঘূৰি আহিব নোৱাৰিম। কাৰণ বন্ধু, জীৱনত মই বহুত পাপ কাম কৰিছোঁ। এই পাপী শৰীৰটো ধুবলৈ সৰোবৰত নামিলেই মোৰ ধ্ৰুৱপ মৃত্যু ঘটিব।..."

লামাৰ এনে অকপট স্বীকাৰোক্তি শুনি বিজয় অবাক হৈ বহুত

সময় তেওঁলৈ চাই থাকিল ।

আকৌ লামাই ক'বলৈ ধৰিলে– "শুনা বন্ধু, মই বৰ পাপী মানুহ । জিভাত ভগৱান বুদ্ধৰ নাম উচ্চাৰণ কৰা গেৰোৱা বসনেৰে ঢাক খাই থকা এই শৰীৰটোৱে মই কিমান ধৰণৰ যে পাপ কাৰ্য্য কৰিছোঁ শুনিলে তোমাৰ মোৰ প্ৰতি ঘৃণাৰ ভাৱ জাগিব ।"

বিজয়ে কিন্তু সেইবোৰ কথা শুনিব নুখুজিলে– "নেলাগে ক'ব বন্ধু লামা । মই শুনিব খোজা নাই । তুমি যি কাম কৰি আনন্দ পাইছা সেয়া তোমাৰ একান্ত নিজা । হয়তো সিও এটা পথ, যাৰ মাজেদি গৈ তুমি ভগৱানক বিচৰাৰ প্ৰয়াস কৰিছা ।"

ক্ষুব্ধ লামা চিঞৰি উঠিল– "তুমি কি কৈছা বন্ধু ? তুমি মোক বোধকৰো ঠাট্টা কৰিছা । সুৰাত মতলীয়া হৈ নাৰী সঙ্গ লিপ্সাৰ মাজত পোৱা নীচ আনন্দৰ মাজত তুমি মোক ভগৱানক বিচাৰিবলৈ কৈছা ? ......সন্ন্যাস ধৰ্ম গ্ৰহণ কৰি মই ভগৱান আৰু চিকিৎসা সেৱাৰ নামত ইমানদিনে সাধাৰণ মানুহবোৰক ঠগি আহিছোঁ । সিহঁতক শোষণ কৰিছোঁ । সহজ-সৰল বৃদ্ধ-বৃদ্ধা, ডেকা-গাভৰু সকলোৰে অন্ধ বিশ্বাসক মূলধন কৰি মই মানুহক প্ৰৱঞ্চনা কৰিছোঁ । ......বন্ধু ! তোমাক দেখি আজি মোৰ অন্তৰত নতুন ধৰণৰ ভাৱৰ সৃষ্টি হৈছে । মোৰ পাপৰ প্ৰায়শ্চিত্তৰ বাবে মন ব্যাকুল হৈ পৰিছে । তোমাৰ শৰীৰ, মন আৰু আচৰণত মই কিবা এটা অজ্ঞাত শক্তি বিচাৰি পাইছোঁ । সেই কাৰণেই বোধকৰো মোৰ পাপ তোমাৰ আগত প্ৰকাশ কৰি কিছু প্ৰায়শ্চিত্ত লাভ কৰিব পাৰিম বুলি মোৰ বিশ্বাস জন্মিছে ।......"

ডেকা সন্ন্যাসীৰ চৰিত্ৰ স্খলনৰ এনে আন্তৰিক স্বীকাৰোক্তি শুনা বিজয়ৰ কাৰণে এয়ে প্ৰথম । লামাৰ প্ৰতি এটা ঘৃণাৰ ভাৱ জগা উচিত আছিল, কিন্তু এতিয়া বিজয়ৰ লামালৈ খুব মৰম লাগি গ'ল ।

যেতিয়া দেখিলে লামাৰ চকুৱেদি ধাৰাসাৰে লোতক বাগৰি আহিছে তেওঁ অভিভূত হৈ পৰিল । সেই সময়ত তেওঁ কি কৰিব ভাবি নেপালে ।

মাত্ৰ লামাৰ পিঠিত হাতখন থৈ তেওঁ সান্ত্বনাৰ সুৰত ক'লে– "বন্ধু ! চকুৰ পানীতেই হেনো প্ৰায়শ্চিত্ত থাকে । ভগৱান তথাগতৰ ওচৰত ক্ষমা ভিক্ষা কৰা আৰু তেওঁ দেখুৱাই যোৱা পথ আৰু তেওঁৰ অমৰ বাণীসমূহ শুদ্ধ আৰু নিষ্কাম অন্তৰেৰে অনুসৰণ কৰিবলৈ চেষ্টা

কৰা, তুমি বিমল আনন্দ পাবা। ৰিপু জয় কৰি পোৱা আনন্দতেই হেনো মানৱ জীৱনৰ তৃপ্তি পোৱা যায়। এই বিষয়ে তুমি অৱশ্যে মোতকৈ বেছি ভাল জানিবা।"

চকু পানী মচি লামাই বিজয়ৰ হাতখন খামোচ মাৰি ধৰিলে আৰু ক'লে– "আচৰিত বন্ধু। এনেকুৱা জটিল ধৰণৰ কথাবোৰ ইমান সহজ আৰু সৰলভাৱে ক'লা। এইবোৰ অতি সত্য কথা। এনেকুৱা শিকনিয়ে তথাগতৰ বাণীত আমি পঢ়িছোঁ।...... বন্ধু! তুমি যে এজন জ্ঞানী মানুহ তাত কোনো সন্দেহ নাই। তোমাৰ নিঃস্বাৰ্থ আৰু নিৰ্লোভী মনৰ প্ৰমাণো মই কেইবাবাৰো পাইছোঁ। তোমাৰ স্থিৰ লক্ষ্যৰ প্ৰতি তুমি কেনে অবিচলভাৱে পাহাৰ-পৰ্বত আৰু অৰণ্য অতিক্ৰম কৰি আহি আছা সেই কথাও মই লক্ষ্য কৰিছোঁ। তোমাৰ সঙ্কল্প দৃঢ় আৰু তোমাৰ অন্তৰত ভগৱান সঁচাকৈয়ে আছে। নথকা হ'লে সৰোবৰতেই তোমাৰ মৃত্যু ঘটিলহেঁতেন।"

মুখৰ আগতে এনে উচ্চ প্ৰশংসা শুনি থকাটো বৰ কঠিন কাম। তথাপি বিজয়ে একো মাতিব নোৱাৰিলে।

লামাই এইবাৰ গভীৰ আন্তৰিকতাৰে প্ৰশ্ন কৰিলে– "বন্ধু, তোমাক আগতেও সুধিছোঁ আৰু আজিও আকৌ সুধিব খুজিছোঁ, তুমি মৃত্যুক হাতৰ মুঠিত লৈ কি বিচাৰি এই দুৰ্গম দেওলগা পাহাৰটোলৈ আহিছা? মোৰ এই প্ৰশ্নটোৰ উত্তৰ দিবানে? মই তথাগতৰ নামত শপত খাইছোঁ, তোমাৰ উদ্দেশ্যৰ কথা কাকো নকওঁ।"

গভীৰ আগ্ৰহেৰে সোধা প্ৰশ্নটোত বিজয় কিছু সময়ৰ কাৰণে বিচলিত হৈ পৰিছিল। কিন্তু ঘপহকৈ নিজক সংযত কৰি এটা ক্ষীণ হাঁহিৰে উত্তৰ দিলে– "সেই পাহাৰটোৰ ওপৰৰ আকাশত ৰাতি এটা বৰ উজ্জ্বল তৰা জিলিকি থাকে। তোমালোকে সকলোৱে দেখিছা।"

এটা হাঁহিৰে লামাই ক'লে– "সেই উজ্জ্বল তৰাটোক বিচাৰি তুমি পাহাৰটোত উঠিব খুজিছা বুলি ক'লে মই বিশ্বাস কৰিম বুলি ভাবিছা নেকি বিদেশী বন্ধু?"

এইবাৰ বিজয় গম্ভীৰ হ'ল আৰু ক'লে– "তুমি মোক ক্ষমা কৰিবা বন্ধু, মই এই বিষয়ে একো ক'ব নোৱাৰিম।"

ইয়াৰ পিচত লামাৰ প্ৰশ্নৰ কোনো থল নেথাকিল। মাত্ৰ ক'লে– "ঠিক আছে, এতিয়া নেলাগে ক'ব বাৰু। কিন্তু ঘূৰি অহাৰ পিচত

নিশ্চয় তুমি ক'ব লাগিব ।"

বিজয়ে একো নেমাতিলে যদিও তেওঁৰ মুখত আকৌ এটা ৰহস্যৰ হাঁহি বিৰিঙি উঠিল ।

......গধূলি সময়ত লামা, গাঁওবুঢ়া আৰু গাঁৱৰে কেইজনমানে বিজয়ক অনতিদূৰত থকা মঠলৈ লৈ গ'ল । ভৰি, হাত ধুই মঠত প্ৰৱেশ কৰাৰ পিচত ভিতৰত প্ৰায় কুৰিজনমান লামা বহি থকা দেখিলে । আটাইকিজনেই বয়সীয়া ।

মূৰ দোঁৱাই বিজয় আৰু লামাইঁত বহিল । মৃদু ঘণ্টাধ্বনিৰ মাজত স্তোত্ৰ পাঠ চলিবলৈ ধৰিলে । এটা গুৰু-গম্ভীৰ আৰু পৱিত্ৰ পৰিবেশ । এই পৰিবেশৰ গভীৰতাত সোমাই যাবলৈ বিজয়ে চকু দুটা জপাই আত্ম-মগ্ন হ'বলৈ চেষ্টা কৰিলে ।

কিমান সময় লামাসকলৰ স্তোত্ৰ পাঠ চলিছিল আৰু ভগৱান বুদ্ধৰ আশীৰ্বাদ তেওঁলোকে কেনেধৰণেৰে বিজয়ক দিব খুজিছিল, তেওঁ গভীৰভাৱে নিজৰ ভাৱত মগ্ন হৈ থকাত একো গম পোৱা নাছিল । থিয় হৈ আশীৰ্বাদ গ্ৰহণ কৰিবলৈ লামাই যেতিয়া বিজয়ৰ গাটো জোকাৰি জোকাৰি মাতিলে তেতিয়াহে তেওঁ বাহ্যিক জগতলৈ ঘূৰি আহিল । সেই সময়ত তেওঁৰ মনটো মঠৰ ভিতৰত নাছিল ।

তিব্বতৰ এই অখ্যাত বৌদ্ধ-মঠৰ ভিতৰৰ এটা গুৰু-গম্ভীৰ পৰিবেশৰ মাজত তন্দ্ৰাচ্ছন্ন হোৱাৰ দৰে ক'ব নোৱাৰাকৈ বিজয় গুচি গৈছিল সেই ভাৰত মহাসাগৰৰ গভীৰ দক্ষিণলৈ– য'ত আছে এটা অগম্য দ্বীপ, যাৰ নাম পুষ্পকনগৰ আৰু য'ত এটা যুগৰ আগতে এগৰাকী অলৌকিক শক্তিসম্পন্না, আয়ুষ্মতী আৰু অনন্ত যৌৱনা নাৰী আশ্চৰ্য্যজনকভাৱে মাটিত বিলীন হৈ গৈছিল একুৰা অনিৰ্বাণ অগ্নিকুণ্ডলীৰ কাষত । আৰু তেতিয়া এই বিজয়ে কি কৰিছিল ? ওহোঁ তেতিয়া তাত কোনো বিজয় নাছিল । আছিল বীৰ্য্যবাহন । চিৰ আকাংক্ষিতা সেই মহাশ্বেতাই বিজয়ক বীৰ্য্যবাহন বুলিয়ে জানে । এই পৃথিৱীৰ মৰণশীল মানুহ বিজয়ৰ, মহাশ্বেতাৰ দৃষ্টিত কোনো মূল্য নাই ।

পিচদিনা ৰাতিপুৱা গা-পা ধুই গৃহস্থৰ ঘৈণীয়েকে দিয়া বাৰ্লিৰে বিশেষভাৱে তৈয়াৰী চাম্পা তৃপ্তিৰে খাই বিজয় গন্তব্য স্থানলৈ যাবৰ কাৰণে সাজু হ'ল । লামাৰ মন কিছু বিষণ্ণ যদিও বাহিৰত দেখুওৱা উলহ-মালহেৰেই বিজয়ক বিদায় দিবলৈ ব্যস্ত হৈ পৰিছে । সৰোবৰৰ

পৰা নিৰ্বিঘ্নে ঘূৰি অহা আৰু কালি গধূলি মঠত পোৱা বুদ্ধ ভিক্ষু-সকলৰ আশীৰ্বাদ লাভ কৰাৰ পিছত এই তিব্বতী গাঁওখনৰ সকলোৱে বেছ সমীহৰ দৃষ্টিৰে বিজয়ক চাবলৈ ধৰিলে । তেওঁক সাধাৰণ মানুহতকৈ কিছু ওপৰত বুলি গাঁৱৰ মানুহবোৰৰ প্ৰত্যয় জন্মিছে । সেয়েহে সেইদিনা খুব ৰাতিপুৱাই বিজয়ৰ গৃহস্থৰ আগচোতাল মানুহেৰে ভৰি পৰিছে ।

অৱশেষত বেঁগটোত লাগতিয়াল বস্তু আৰু পানী ইত্যাদি ভৰাই পিঠিত বান্ধি আৰু হাতত চিৰ সহচৰ স্বৰূপ লাঠিডাল লৈ বিজয় যাবলৈ সাজু হ'ল । তিব্বতী ভাষাত তেওঁ তেতিয়াও সম্পূৰ্ণকৈ পোক্ত হ'ব পৰা নাই । বুজি পায় যদিও ভালকৈ ক'ব নোৱাৰে । সেইকাৰণে তেওঁ লামাকেই সম্বোধন কৰি ক'লে– "বন্ধু ! এতিয়া মোক বিদায় দিয়া । তোমাৰ লগত কেইবাদিনো ভ্ৰমণ কৰি মোৰ জীৱনত বহুত অভিজ্ঞতা হ'ল । তোমাৰ অজ্ঞাতেই মই তোমাৰ পৰা বহু কথা জানিলোঁ, শিকিলোঁ । তুমি মোক যি ধৰণে সহায় কৰিছা তাৰবাবে মই কৃতজ্ঞতা প্ৰকাশ কৰি তোমাক সৰু কৰিব নোখোজোঁ । তুমি মোক বাট দেখুৱাই লৈ ননা হ'লে মই ইয়ালৈ আহোতে বহুত বিপদৰ সম্মুখীন হলোহেঁতেন । তুমি নথকা হ'লে এই সহজ-সৰল মানুহবোৰৰ এনেকুৱা মৰম আৰু আন্তৰিক আতিথেয়তা মই কেতিয়াও নেপালোহেঁতেন । তোমাৰ এই মহৎ উপকাৰৰ ঋণ কোনোবাদিনা মই শুজিব পাৰোনে নোৱাৰো মই নেজানো । কিন্তু সদায়ে তোমাৰ কথা মই স্মৰণ কৰিম । এতিয়া মোক বিদায় দিয়া ।"

এইবুলি লামাক সাৱটি ধৰি চোতালত গোট খাই সেমেকা আৰু বেদনা ভৰা চকুৰে চাই থকা সহজ-সৰল তিব্বতী মানুহবোৰলৈ চাই বিজয়ে এটা নমস্কাৰ কৰিলে । মানুহবোৰেও হাতযোৰ কৰি বিষাদ ভৰা কণ্ঠেৰে বিদায় জনাই এটা তিব্বতী শব্দ উচ্চাৰণ কৰিলে ।

লামাই থোকাথুকি মাতেৰে ক'লে– "বিদেশী বন্ধু ! তুমি তেনেকৈ নক'বা । তথাগত বুদ্ধৰ ওচৰত আমি সকলোৱে প্ৰাৰ্থনা কৰিছোঁ তোমাৰ মনস্কামনা পূৰ্ণ হ'ব– তুমি লক্ষ্যস্থান কোনো বাধা-বিঘিনি নোহোৱাকৈ পাবাগৈ আৰু তুমি ঈপ্সিত ফল লাভ কৰাৰ পিচত আকৌ সুকলমে ইয়ালৈ ঘূৰি আহিবা । আমি তোমাৰ কাৰণে বাট চাই থাকিম । তথাগতৰ আশীৰ্বাদ সদায় তোমাৰ লগত থাকিব ।"

বিজয়ে খোজ লোৱাৰ লগে লগে লামাই এইবাৰ অনুচ্চস্বৰত ক'লে– "বন্ধু ! তোমাৰ যাত্ৰাৰ আগমুহূৰ্তত তোমাক এটা বিশেষ পৰামৰ্শ দিওঁ । তুমি হেলা নকৰি পালন কৰিবা । তেতিয়া তোমাৰ দুৰ্গম যাত্ৰা বিপদমুক্ত আৰু সুচল হ'ব ।"

বিজয়ে আগ্ৰহেৰে সুধিলে– "কি বন্ধু ?"

"ইয়াৰ পৰা গোটেই দিনটো খোজকাঢ়ি যোৱাৰ পিছত আবেলি সময়ত এখন সৰু সমতল ভূমি পাবা । তাতেই সৰু অথচ গভীৰ গুহা এটা আছে । গুহাটোত হেনো এটা প্ৰদীপ আছে । ভিতৰত এখন বেদীৰ ওপৰত এই চাকিটো যুগ যুগ ধৰি জ্বলি আছে । চাকিটোৰ বাহিৰে গুহাৰ অভ্যন্তৰত অন্য একো নাই । তোমাৰ কাণে কাণে দুটা শব্দ মই কৈ দিছোঁ । চিঞৰি উচ্চাৰণ কৰিব নেপায় । শুনা....... ।"

এইবুলি দুটা অবোধ্য শব্দ ফুচ্‌ফুচাই লামাই বিজয়ৰ কাণে কাণে কৈ আশ্বাস দিলে– "এই দুটা শব্দ ব্যৱহাৰ কৰিলে তুমি হয়তো সুফল পাবা । তুমি মনে মনে ভাবিছা কিজানি মই যদি এই শব্দৰ ৰহস্যৰ কথা জানোৱেই তেন্তে মই নিজে কিয় তালৈ যোৱা নাই ।"

বিজয়ে ক'লে– "ঠিকেই কৈছা । মইও তাকেই ভাবিছোঁ ।"

লামাই উত্তৰ দিলে– "শুনা আগতে দুই এজনে দুঃসাহস কৰি তালৈ গৈ এই গুপ্ত শব্দ কেইটা ব্যৱহাৰ কৰা সত্ত্বেও সেই গুহাটোত সোমাব নোৱাৰিলে । কাৰণ গুহাটো যদিও সুদা, তাৰ ভিতৰত কিবা এটা অলৌকিক শক্তি লুকাই আছে যাৰ সম্মুখীন হ'বলৈ হ'লে এজন মানুহ নিষ্পাপ আৰু ধৰ্মপৰায়ণ হ'ব লাগিব । মইতো নিজকে জানো বন্ধু, মই কেতিয়াও নিষ্পাপ নহওঁ ।"

এট হাঁহিৰে বিজয়ে সুধিলে– "তেনেহলে তুমি মোৰ বন্ধু হৈ তুমি মোক জানি শুনি সেই বিপদলৈ কিয় ঠেলি দিছা ?"

লামাই ক'লে– "তোমাক বাধা দিয়া সত্ত্বেও তুমি আমাৰ কথা নুশুনিলা আৰু পাহাৰটোলৈ উঠিবৰ কাৰণে তুমি নিজ গুণেৰে যোগ্যতা অৰ্জন কৰিছা । তোমাক বিপদলৈ ঠেলি দিয়াৰ কথা কিয় কৈছা ? তোমাৰ যাতে কোনো ধৰণৰ বিপদ নহওক তাকেই আমি সকলোৱে মনে-প্ৰাণে কামনা কৰিছোঁ ।"

অৱশেষত বেদনাৰ চকুলোৰে বিদায় লৈ বিজয়ে যাত্ৰা আৰম্ভ কৰিলে । লামাই পাহাৰৰ নামনিলৈকে আগবঢ়াই থলে ।

লামাৰ আন্তৰিকতাত বিজয়ৰ মনটো বৰ বেয়া লাগিছিল। বেচেৰা মানুহটোলৈ বেয়া লাগে। বাধ্যত পৰি হয়তো লামাৰ বেশ ধাৰণ কৰিবলগীয়া হৈছে। কিন্তু মনে-প্ৰাণে সংসাৰী। স্থানীয়ভাৱে তৈয়াৰ কৰা মদৰ প্ৰতি যিমান প্ৰীতি, সিমানেই আগ্ৰহ গাভৰু নাৰীৰ প্ৰতি। ঘৰৰ গৃহিণীৰ প্ৰতি তেওঁ যি অশুভ আচৰণ কৰিছিল তাৰ বাবে লামাৰ প্ৰতি বিজয়ৰ এটা ঘৃণাৰ ভাব আহিছিল। কিন্তু পিচদিনা যেতিয়া পাপী জীৱনৰ কথা নিজেই লামাই অকপটে স্বীকাৰ কৰিলে, তেওঁৰ প্ৰতি থকা বেয়া ভাব বহুখিনি পাতল হৈ গ'ল। বিজয়ে ভাবিলে, বেমাৰী গৃহস্থৰ গাভৰু ঘৈণীয়েকে যদি উপযাচি নিজেই লামাৰ ওচৰত ধৰা দিয়ে তেন্তে লামাৰ গাত অকলে কি দোষ ? বেচেৰাই ইতিমধ্যে যে বিজয়ক ভাল পাই গৈছিল তাত কোনো সন্দেহ নাই। পাহাৰটো উঠাৰ ঠিক আগমুহূৰ্তত বিজয়ক সাৱটি ধৰি লামাই ডিঙিত ওলোমাই লোৱা তাবিজ এটা বিজয়ক দিছিল, সেইটো পিন্ধি লবলৈ কৈছিল। এটা তাবিজ আৰু তাৰ লগতে সৰু তামৰ টুকুৰা এটাৰ ওপৰত বুদ্ধদেৱৰ ছবি। তামৰ ওপৰতে কাটি কাটি ছবিখন কৰা হৈছে। কোনো অৱস্থাতে এই তাবিজটো যেন শৰীৰৰ পৰা খুলি নথয়, তাকেই বাৰে বাৰে লামাই বিজয়ক সকীয়াই দিছিল।

পাহাৰটোৰ ওপৰৰ কিছু অংশলৈকে কোনো অসুবিধা নোহোৱাকৈ বিজয় উঠি যাবলৈ ধৰিলে। পাহাৰ যদিও উঠি যোৱা বাটটো বৰ বেছি ওখোৰা-মোখোৰা নহয়। শিলৰ খোপনিবোৰত ভৰি দি বেছ ভালেৰেই আগুৱাই যাবলৈ ধৰিলে। এইদৰে প্ৰায় এঘণ্টামান উঠি যোৱাৰ পিছত বহল শিল এছটাৰ ওপৰত তেওঁ বহিল।

শিলছটাৰ কিছু আঁতৰত জিৰ্‌জিৰ্ শব্দ শুনি তেওঁ আগুৱাই গৈ দেখে ওপৰৰ পৰা এটা নিজৰা বৈ আহিছে। নিজৰাৰ ওচৰলৈ গৈ ওপৰৰ পৰা পানী পৰা ভিজা ঠাইখিনি খুব সাৱধানে পৰীক্ষা কৰি চালে। দুৰ্গম অৰণ্য আৰু পাহাৰৰ ভ্ৰমণে তেওঁক কেইবাটাও অভিজ্ঞতা দিছে। তাৰ ভিতৰত এইটোও এটা। নিজৰা বৈ আহি পৰা তিতা ঠায়ে বহু কথাৰ সন্ধান দিয়ে। তাতেই বনচৰ প্ৰাণীৰ ভৰিৰ খোজ পোৱা যায়। তাত মানুহৰ ভৰিৰ চিনো থাকে। বেছিকৈ থাকে বনবীয়া জন্তু জানোৱাৰৰ।

পানী পৰা ঠাইখিনিত বিজয়ে কোনো ধৰণৰ চিন নেদেখিলে।

আনকি জন্তুৰ খোজো নাই। এহাতে যেনেকৈ নিশ্চিন্ত হ'ল, আনহাতে কিবা এটা অস্বস্তিয়ে মনটো খচ্‌খচ্‌কৈ বিন্ধি থাকিল। কোনোধৰণৰ প্ৰাণীৰে চিন বা খোজ নথকাটোৱে এটা অস্বাভাৱিক পৰিবেশৰ সৃষ্টি কৰে আৰু অস্বাভাৱিকতাই মনলৈ আনে অস্বস্তি। হঠাৎ বিজয় ভাবিলে, এই পানীখিনি বেয়া নেকি ? এই পানী খালে জীৱ-জন্তুৰ প্ৰাণ হানি হ'ব পাৰে নেকি ? নহলে ইয়াত কোনো বন্য প্ৰাণী অহাৰ চিন নাই কিয় ? কৌতূহলী মনেৰে বিজয়ে নিজৰাৰ পানীত হাত দি চালে। বেছ শীতল পানী। এটা টোপাল জিভাৰ আগত দি চালে। কোনো ধৰণৰ অস্বাভাৱিক স্বাদ অনুভৱ নকৰিলে। বৰং পানীখিনিৰ যেন এটা বেলেগ সোৱাদ আছে। পানীত কিবা বেয়া বস্তু মিহলি হৈ আছে বুলি বিজয়ে নেভাবিলে। বৰ সাৱধানে লাহে লাহে একাজলি পানী খালে। আহ ! ইমান নিৰ্মল পানী আৰু সুস্বাদু ভৈয়ামত থকা গাঁৱৰ পানীও ইমান পৰিষ্কাৰ আৰু ভাল নহয়। এনেকৈ কেইবাবাৰো পানী খোৱাৰ পিছত বিজয়ে অনুভৱ কৰিলে তেওঁৰ দেহ আৰু মন জুৰ পৰি আহিছে।

পানীখিনি খোৱাৰ পিছত এটা অজান অৱসাদে বিজয়ক যেন হেঁচা মাৰি ধৰিলে। তেওঁ ক্ষন্তেক জিৰাই লবলৈ বহল শিলছটাৰ ওপৰত বহিল। পাহাৰৰ ওপৰৰ পৰা এজাক শীতল বতাহ বৈ আছে। এই ঠাইখিনিৰে পৰা হাবিখিনি ডাঠ হৈ আহিছে।

ক্ষন্তেক জিৰণি লবলৈ বহোঁতে লাহে লাহে বিজয়ক টোপনিয়ে হেঁচা মাৰি ধৰিলে। মাজ আকাশত থকা বেলিটো লাহে লাহে পশ্চিম পিনলৈ যাব খুজিছে। এনে এটা সময়তে হঠাৎ পাহাৰৰ ওপৰৰ পৰা এটা গুম্‌গুমণি শুনা গ'ল। বিজয় তেতিয়া অৰ্দ্ধ জাগৰণ অৱস্থাত। বৰ কষ্টেৰে চকুকিটা মেলি কাণ দুখন সজাগ কৰি তেওঁ শুনিবলৈ চেষ্টা কৰিলে। কিবা এটা ডাঙৰ শব্দৰ গুম্‌গুমণিয়ে গোটেই পাহাৰে-কন্দৰে প্ৰতিধ্বনি তুলিছে। বিজয়ৰ ভিতৰখন এবাৰ কঁপি উঠিল। তেওঁ আকৌ যাত্ৰা কৰিবৰ কাৰণে থিয় হ'ল।

তেনে সময়তে নিজৰাটোৰ কাষৰ গছ এজোপাৰ কাষৰ পৰা দুবাৰমান বাঘৰ গোজৰণি ভাঁহি আহিল। সেই বাঘটোৱেই। এতিয়া বাঘটোক দেখা নাই যদিও তাৰ গোজৰণি বিজয়ৰ খুব চিনাকি। অলপ সময় বৈ গছজোপাৰ তললৈ চাওঁতে আকৌ এটা ডাঙৰ গোজৰণি শুনা গ'ল আৰু স্বাভাৱিক প্ৰবৃত্তিৰে বিজয়ে বুজি পালে যে এই ঠাইখিনিৰ

পৰা আঁতৰি গন্তব্য পথত আগবাঢ়ি যাবলৈকে বাঘটোৱে তাৰ ভাষাৰে কৈছে। অলপ আগতে পাহাৰৰ ওপৰৰ গুম্‌গুমণিৰ প্ৰতিধ্বনি শুনি তেওঁৰ মনত যি আশঙ্কাৰ ভাৱ জাগিছিল, এতিয়া বাঘৰ গোজৰণিয়ে তেওঁৰ মনটো শঙ্কাহীন আৰু নিশ্চিন্ত কৰি পেলালে। বিজয়ে ইতিমধ্যে বুজি পাইছিল, সি যিমানেই ভয়ানক বা হিংস্ৰ নহওঁক, বাঘটো যে বিজয়ৰ অপকাৰী নহয়, এই প্ৰত্যয়ে বিজয়ৰ মনত আত্ম বিশ্বাস আনিছিল। আনকি অপকাৰ বা আক্ৰমণ কৰিলেও বিজয়ক যে ই একো হানি নকৰে, বৰং সহায়হে কৰিব এই বিষয়ে বিজয়ৰ লাহে লাহে দৃঢ় ধাৰণা হৈছিল।

বাঘটোৱে গোজৰা হাবিখনিৰ পিনে আগবাঢ়ি যাওঁতে নিজৰাৰ সিটোফালে শিল এটাৰ ওপৰত যি দেখিলে আকৌ এবাৰ বিজয়ৰ মনটো কঁপি উঠিল। নিজৰাৰ বোকা-পানী গচকি উঠি আহি কোনোবা মানুহে এখন ভৰি এই শিলছটাৰ ওপৰত থৈছিল। বোকা মিহলি খোজটো দেখি ধাৰণা কৰিব পাৰি যে এইটো আজি দিনটোৰ ভিতৰৰে খোজ। কিন্তু মনত আতঙ্ক হোৱাৰ কাৰণটো হ'ল, ইমান বিৰাট আকাৰৰ খোজ কোনো মানুহৰে থাকিব নোৱাৰে। কোনো ডাঙৰ জন্তুৰ খোজো নহয়! কাৰণ মানুহৰ ভৰিত থকাৰ দৰে ইয়াতো পাঁচটা আঙুলি আছে। চাৰিওপিনে দৃষ্টি নিক্ষেপ কৰি গভীৰ আশঙ্কাৰে সেই বৃহৎ খোজটো আকৌ বিজয়ে পৰীক্ষা কৰিবলৈ ধৰিলে। এই দেওলগা পাহাৰটো তেনেহলে জনপ্ৰাণীশূন্য নহয়। হয়তো পাহাৰটোত অতিকায় বন মানৱ আছে– যাৰ ভয়ত অন্যান্য জন্তু-জানোৱাৰ আৰু প্ৰাণী এই পাহাৰত নেথাকে। এই কাৰণেই বোধকৰো আনবোৰ বন্য জন্তুৱে এই নিজৰাটোৰ পানী খাবলৈও নাহে। এনেকুৱা বিৰাট বন্য মানৱ এই পাহাৰত কিমান আছে? এটা নে দুটা গোষ্ঠী? যদি বহুত আছে ইহঁতৰ চকুৰ আঁৰ হৈ বিজয় কেনেকৈ পাহাৰৰ শৃঙ্গলৈ উঠিব পাৰিব? এনেকুৱা বন-মানুহ যদি এটাও আছে, তেতিয়াও বিজয়ৰ ভয়ানক বিপদ হ'ব। এই ভৰিৰ অধিকাৰী মানুহটোৰ আকাৰ আৰু শক্তিৰ আগত বিজয়ৰ নিচিনা সাধাৰণ মানুহৰ শক্তিৰ কোনো মূল্য নাই বুলি বিজয়ে অনুমান কৰিলে। বেছ দুশ্চিন্তাত বিজয় কিছু সময় থৰ হৈ থাকিল।

তেনেতে সম্মুখৰ হাবিত থকা বাঘটোৱে আকৌ এবাৰ গুজৰি উঠিল। বিজয়ৰ দুশ্চিন্তা আৰু ইতঃস্তত ভাৱত বাঘটো যেন বিৰক্ত

হৈছে ।

এইবাৰ সম্পূৰ্ণৰূপে মনৰ জড়তা জাৰি-জোকাৰি উৎসাহেৰে তেওঁ বাঘটোৱে গোজৰা হাবিৰ পিনে যাবলৈ ধৰিলে । এইবাৰ তেওঁৰ খোজ মন্থৰ নহ'ল । কতো নৰয় বুলি মনতে ধাৰণা কৰি সম্মুখত লৰি লৰি যোৱা হাবিৰ গছ-গছনিৰ পিনে গৈ থাকিবলৈ ধৰিলে । বাঘটোক চকুৰে দেখা নাই যদিও তেওঁ জানে তেওঁৰ আগে আগে সি গৈ আছে ।

গৈ থাকোঁতে লামাই পিন্ধাই দিয়া তাবিজটোৰ আৰু সেই বুঢ়ীয়ে দিয়া মণিডাল স্পৰ্শ কৰি মনে মনে ভগৱানক প্ৰাৰ্থনা কৰিলে, বন্তি জ্বলি থকা সেই গুহাটো যেন আবেলিৰ ভিতৰতেই পায়গৈ । তাত নিশ্চয় ৰাতিটো কটোৱাৰ ব্যৱস্থাও হ'ব ।

তাৰপিচত আৰম্ভ হ'ল ৰঙচুৱা পাথৰৰ পাহাৰ । পাহাৰটোত বেছি গছ-গছনি নাই । পাহাৰটোত উঠাৰ লগে লগেহে বিজয়ে বাঘটো দেখিবলৈ পালে । অৱশ্যে মুখামুখিকৈ নহয় । পাহাৰৰ ওপৰলৈ শিলৰ মাজে মাজে যোৱা বাঘটোৰ পিচফালটোহে তেওঁ দেখিছিল । এবাৰ যেন পিচলৈ চাইছে আৰু আকৌ আগবাঢ়ি গৈছে । বাঘটোৰ বন্যদৃপ্ত গতি দেখিলে সহজেই অনুমান কৰিব পাৰি যে তাৰ শৰীৰত আছে অমিত শক্তি আৰু সি হিংস্ৰ ৰূপ ধাৰণ কৰিলে যি কোনো বলশালী প্ৰাণীয়েও তাৰ লগত ফেৰ মৰা টান ।

এনেকুৱা এটা ভয়ানক হিংস্ৰ জন্তুৱে বিজয়ক বাট দেখুৱাই লৈ গৈছে– এই কথাষাৰ ভবাৰ লগে লগে বিজয় ৰোমাঞ্চিত আৰু শিহৰিত হৈ পৰিল । এতিয়ালৈকে অনবৰত ভগৱান বিজয়ৰ সহায় হৈ আহিছে । য'তে প্ৰয়োজন হৈছে আৰু য'ত বিজয় বিপদৰ সম্মুখীন হৈছে তাতেই ভগৱানে সহায়ৰ হাত আগবঢ়াই বিপদৰ পৰা উদ্ধাৰ কৰিছে । এই বাঘটো ভগৱানৰ অন্য এটা ৰূপ বুলি বিজয়ে ভাবিলে । লগে লগে বাৰ বছৰৰ আগৰ সেই পুষ্পকনগৰীৰ পাহাৰত পোৱা বাঘটোৰ ছবিখন বিজয়ৰ চকুত ভাঁহি উঠিল । সেই বাঘটোও এনেকুৱাই আছিল । তাৰ দৃষ্টি আছিল ভয়াবহ । সেই বাঘটো আছিল আচৰিত ধৰণৰ । সি আছিল নিষিদ্ধ পুষ্পকনগৰীৰ অলৌকিক শক্তিধাৰিণী ৰহস্যময়ী নাৰী মহাশ্বেতাৰ মৰমৰ পোহনীয়া বাঘ । বিজয়ে নিজেই দেখিছে, যিমান শান্ত হৈ সি সৰ্বাঙ্গআবৃতা মহাশ্বেতা বহি থকা আসনৰ তলত থাকে, ঠিক তেনেকৈ মহাশ্বেতাৰ এটা ইঙ্গিতত সি তৎক্ষণাৎ ভয়ানক হিংস্ৰ হৈ এটা

ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিব পাৰে। এইটো ভবাৰ লগে লগে হঠাতে বিজয়ৰ মনটো পুলকিত হৈ পৰিল। এইটোও নিশ্চয় অলৌকিক শিক্তিৰূপিণী সেই নাৰীৰেই বাঘ, বিজয়ক লৈ যাবলৈকে কিজানি ইয়াত তেওঁ পঠিয়াই দিছে। তেনেহলে মহাশ্বেতাই জানে, বিজয় আহি আছে। মহাশ্বেতাই আকাশত দেখুওৱা ইঙ্গিতৰ ভাষা বুজি পাই বিজয়ে যে দুৰ্গম পাহাৰ-পৰ্বত, অটব্য হাবি-অৰণ্য অতিক্ৰম কৰি আহি আছে সেই কথা তেনেহলে মহাশ্বেতাই জানে ?

শিলত খুপি খুপি পাহাৰটে ত উঠিহে যাবলগীয়া হৈছে। কতো নামি যাবলগীয়া হোৱা নাই। সেইকাৰণে স্বাভাৱিকতে ভাগৰ লাগিছে। মাজে মাজে বৈ বিজয়ে বটলৰ পৰা পানী খাইছে। এই পানীখিনিয়ে শক্তিবৰ্দ্ধক মহৌষধিৰ নিচিনা কাম কৰিছে। ভাগৰ দূৰ কৰাৰ লগতে আগবাঢ়ি যাবলৈও শক্তি আৰু সাহস দুয়োটাই দিছে। ইতিমধ্যে বিজয়ে যথেষ্ট উচ্চতালৈ উঠি গৈছে। তেওঁ বেলিটোলৈ চালে, লাহে লাহে পশ্চিমৰ আকাশলৈ লহিয়াবলৈ ধৰিছে। দিনটো এতিয়া আবেলিত ভৰি দিছে। কিছু সময়ৰ পিচতেই প্ৰাক্-সন্ধিয়াৰ এটা পাতল ক'লা আৱৰণে এই পাহাৰ আৰু তাৰ নামনিত থকা শ্যামল গছ-গছনি ঢাকি পেলাব।

অৱশেষত দিনটোৰ যাত্ৰাৰ বিৰাম ঘটিল। পাহাৰ বগাই বগাই আহি এটা সময়ত বিজয় আহি য'ত থিয় হ'ল সেয়া আছিল এটা বেছ আহল বহল সমতল ভূমি। এই সমতলত দুই এটা শিল আছে যদিও বেছি অংশ সেউজীয়া ঘাঁহনিৰে ঢকা। পশ্চিমৰ বেলিৰ ৰেঙণি আহি এই শ্যামল ঘাঁহনিৰ ওপৰত পৰাত যি দৃশ্য উদ্ভাসিত হ'ল, বিজয়ৰ মনত এটা স্বৰ্গীয় অনুভূতিৰ জন্ম হ'ল। অপূৰ্ব এই শোভা আৰু অতুলনীয় ভগৱানৰ সৃষ্টি। ঘাঁহনিৰ ওপৰত শুই আকাশৰপিনে চাই বিজয়ে সৃষ্টিকৰ্তাৰ মহিমাৰ কথা আকৌ এবাৰ ভাবি মনটোত সাহস সঞ্চাৰ কৰিবলৈ চেষ্টা কৰিলে।

তেতিয়া কিন্তু তাত বাঘটো নাছিল। বাঘটোৰ আচৰণ আৰু গতি-বিধি সঁচাকৈয়ে ৰহস্যজনক। যেতিয়া বিজয় বৈ দিয়ে তেতিয়া সি বিজয়ৰ পৰা আঁৰ হৈ যায় আৰু যেতিয়া আকৌ যাত্ৰা আৰম্ভ কৰিবলীয়া হয় তেতিয়া সি গোজৰণি মাৰি যাত্ৰাৰ ইঙ্গিত দিয়ে।

কিছুসময় শান্ত সমাহিত এই পৰিবেশত জিৰণি লোৱাৰ পিছত

তেওঁৰ পিঠিত থকা বোজাটোৰপৰা লামাইঁতে দি পঠোৱা খাদ্যবস্তু 'চাম্পা' আৰু পানী উলিয়াই ললে। ইতিমধ্যে বেছ্ ভোক লাগিছিল। ভোকত জলপান আৰু পানী খাই বিজয়ে স্বস্তি অনুভৱ কৰিলে। শৰীৰটোলৈ যেন বহুত শক্তি ঘূৰি আহিল। মনটোও উৎফুল্ল হৈ পৰিল আৰু লগতে হৈ পৰিল কৌতূহলী।

এই সমতল ভূমিতেই এটা আশ্চৰ্য্য গুহা আছে– য'ত এটা দীপ-শিখা অনিৰ্বাণভাৱে জ্বলি থাকে বুলি লামাইঁতে কৈছিল। গুহাটো আছে ক'ত ? গোটেই সমতলখিনিৰ চাৰিওপিনে তেওঁ চালে। প্ৰথম অৱস্থাত তেওঁৰ চকুত একোৱে ধৰা পৰা নাছিল। কিন্তু সমতলৰ সামান্য নামনিত এটুকুৰা জোপোহাৰে আবৰা ঠাইৰ পৰা তেওঁ যেতিয়া এটা অস্বাভাৱিক গুম্‌গুমণি শুনিলে, তেওঁ বৈ দিলে। অতি কৌতূহলেৰে আৰু সন্ত্ৰস্ত আৰু সজাগ দৃষ্টিৰে যেতিয়া জোপোহাটোৰ হাবিবোৰ গুচাই দিলে তেওঁ বিস্ময়েৰে দেখিবলৈ পালে ভিতৰখন পোহৰ হৈ থকা এটা সৰু গুহা তেওঁৰ সম্মুখত বিৰাজমান।

গুহাটোৰ মুখখন বেছ্ সৰু। কিন্তু ভিতৰখন যে বেছ্ অহল-বহল বাহিৰৰ পৰা ভালদৰেই অনুমান কৰিব পৰা যায়।

এই অনিৰ্বাণ প্ৰদীপটো ক'ত জ্বলি আছে বাহিৰৰ পৰা বহুবাৰ চেষ্টা কৰিও বিজয়ে প্ৰদীপৰ স্থান উলিয়াব নোৱাৰিলে।

এই আচৰিত ধৰণৰ দৃশ্যটো বিজয়ে বহুত সময়লৈকে চাই থাকি ইয়াৰ ৰহস্য ভেদ কৰিবলৈ চেষ্টা কৰিলে। কিন্তু ৰহস্যৰ কোনো শুংসূত্ৰ উলিয়াব নোৱাৰিলে। এখুজি দুখুজিকৈ গুহাটোৰ দুৱাৰমুখত থিয় হৈ ভিতৰখন তন্নতন্নকৈ পৰীক্ষা কৰি চাবলৈ ধৰিলে। ভিতৰখন খুব উজ্জ্বল পোহৰেৰে আলোকিত হৈ থকা নাই যদিও এটা অনুজ্জ্বল পোহৰে গোটেই গুহাৰ অভ্যন্তৰ অধিক ৰহস্যময় কৰি ৰাখিছে। কিন্তু এই আলোকৰ উৎস ক'ত বিচাৰি উলিয়াব নোৱাৰিলে।

তেতিয়া বেলিটো লাহে লাহে পশ্চিম আকাশত মাৰ যাব খুজিছে। দিনান্তৰ শেষ ৰেঙণিৰ ৰঙচুৱা ক্ষীণ পোহৰে সমগ্ৰ সমতল অঞ্চলত এটা অপূৰ্ব প্ৰাকৃতিক শোভাৰ সৃষ্টি কৰিছে। কিন্তু তেতিয়া বিজয়ৰ প্ৰাকৃতিক সৌন্দৰ্য্য উপভোগ কৰাৰ সময় নাছিল। ভিতৰত সোমাই আলোকহীন গুহাটো কেনেকৈ পোহৰ হৈ আছে সেই ৰহস্য ভেদ কৰিবলৈ তেওঁ উৎকণ্ঠিত হৈ পৰিল।

সমতল ঠাইখিনি পোৱাৰ পিচত এতিয়া বাঘটো ক'ৰবাত হেৰাই গ'ল। গোটেই পথছোৱা লৈ অনাৰ পিচত এতিয়া বাঘটো নাইকিয়া হৈ গ'ল। এই সময়খিনিতে বাঘটো থকা হ'লে ভাল আছিল। এই ৰহস্যময় গুহাটোৰ সন্মুখত বিজয়ে বাঘটোৰ উপস্থিতি বৰকৈ অনুভৱ কৰিলে। সোমাব নে নোসোমায় ? সোমালে জানোবা কিবা বিপদ ঘটে।

কিন্তু অৱশেষত মনৰ ইতঃস্তত ভাৱ দলিয়াই ডিঙিত থকা মণিধাৰ আৰু ভগৱান বুদ্ধৰ ছবিখন হাতেৰে স্পৰ্শ কৰি তেওঁ লামাই শিকাই দিয়া মন্ত্ৰটো মনে মনে উচ্চাৰণ কৰিলে আৰু গুহাটোত প্ৰৱেশ কৰিলে। কিন্তু যেনে ধৰণৰ মনত আশঙ্কা কৰিছিল তেনে একো নঘটিল। বৰং গুহাৰ ভিতৰত তেওঁৰ মনত এনে এটা নতুন অনুভূতিৰ জন্ম হ'ল, যিটোৱে তেওঁৰ সাহস আৰু আত্মবিশ্বাস আনি দিলে। তদুপৰি তেওঁ অনুভৱ কৰিলে ইমান সময় তেওঁ বাহিৰত যি প্ৰচণ্ড ঠাণ্ডা পাইছিল, সেয়া গুহাটোত প্ৰৱেশ কৰাৰ লগে লগে নাইকিয়া হৈ গৈছে। তাৰ পৰিৱৰ্তে আছে এটা উষ্ম পৰিবেশ। তেওঁ মুহূৰ্তে মুহূৰ্তে অনুভৱ কৰিবলৈ ধৰিলে যে এই গুহাটোৰ ভিতৰত কিবা এটা অদৃশ্য শক্তি আছে আৰু এই শক্তিয়ে যেন তেওঁক আদৰণি জনাইছে।

প্ৰথম অৱস্থাত পোহৰৰ উৎস বিচাৰি ব্যৰ্থ হ'ল যদিও গুহাটোৰ ভিতৰত কেইখোজমান আগবাঢ়ি যোৱাৰ পিচতেই তেওঁ দেখিলে তললৈ নামি যোৱা এটা বাট আছে। এই বাটটোৱেই সকলো সমস্যা সমাধান কৰি দিব বুলি তেওঁৰ দৃঢ় প্ৰত্যয় জন্মিল। তেওঁ ঘপহকৈ তললৈ নামি নগ'ল। ক্ষন্তেক ভাবি বাহিৰলৈ ওলাই আহিল আৰু বাহিৰত থকা তেওঁৰ ডাঙৰ বেগ্‌টো লৈ পুনৰ গুহাত প্ৰৱেশ কৰিলে। তাৰপিচত বেগৰ পৰা ডাঙৰ শক্তিশালী টৰ্চ লাইটটো উলিয়ালে আৰু ইখন হাতত লাঠিডাল লৈ সেই তললৈ নামি যোৱা পথটোৰ পিনে আগবাঢ়ি গ'ল। খুব লাহে লাহে নামি যাওঁতে দেখিলে তললৈ গৈ থকা পথটো সৰু-ডাঙৰ শিলেৰে ভৰা আৰু ইয়াৰ তিনিও দিশ আঁতৰি থকা সুৰঙ্গটোৰ বেৰ শেলুৰেৰে ভৰি আছে। সন্মুখৰ তীব্ৰ অন্ধকাৰ টৰ্চৰ তীব্ৰ পোহৰেও দূৰ কৰিব পৰা নাই। তথাপি অতি সাৱধানে খুপি খুপি তেওঁ আগবাঢ়িবলৈ ধৰিলে। কিন্তু ক্ৰমাৎ তেওঁৰ অনুভূত হ'ল যে সন্মুখৰ নিচ্ছিদ্ৰ অন্ধকাৰ ইমান গাঢ় যে টৰ্চৰ পোহৰৰ তীব্ৰতাও নগণ্য

যেন লাগি গৈছে। এটা নিৰ্দিষ্ট সীমালৈহে পোহৰ যায়। এই অন্ধকাৰ ৰহস্যৰে ভৰা। এই অন্ধকাৰৰ পৰিৱেশটো যেন হাজাৰ হাজাৰ বছৰ এইদৰেই স্থিৰ আৰু স্থবিৰ হৈ আছে। এইদৰে ভাবি-গুণি থকাৰ সময়তেই হঠাৎ সম্মুখৰ পৰা বতাহৰ শব্দৰ দৰে এটা সোঁ-সোঁৱনি তেওঁ শুনিবলৈ পালে। প্ৰথমতে সেই শব্দ পাতলীয়া যেন লাগিছিল, কিন্তু খুব সাৱধানে এখুজি দুখুজি আগবাঢ়ি যোৱাৰ লগে লগে সেই শব্দ বাঢ়িবলৈ ধৰিলে আৰু সোঁ-সোঁৱনিৰ লগতে কিবা এটা জন্তুৰ শব্দও মিহলি হ'ল। এটা ভয়ানক প্ৰকৃতিৰ জন্তু বহু দিন নিদ্ৰামগ্ন হৈ থকাৰ পিচত কোনোবা অবাঞ্ছিত প্ৰাণীৰ উপস্থিতিত টোপনি ভাঙি গ'লে প্ৰকাশ পোৱা বিৰক্তি আৰু ক্ৰোধৰ প্ৰকাশ বুলি আশঙ্কা কৰি বিজয়ৰ অন্তৰাত্মা এটা অজান আতঙ্কত কঁপি উঠিল। তেওঁৰ বিবেকে যেন ক'লে, সামান্য টৰ্চৰ পোহৰ এটাক আশ্ৰয় কৰি এনে দুৰ্ভেদ্য অন্ধকাৰ ভৰা এই অচিন-অজান গুহাটোৰ ভিতৰলৈ সোমোৱা উচিত নহয়। জানি-শুনি মৃত্যুৰ দুৱাৰ দলিত ভৰি দিয়াৰ নিচিনা কাৰ্য্য হ'ব। তেওঁ অগ্ৰসৰ নহৈ ৰৈ দিলে। এনেকৈ ভাবি থাকোতে তেওঁৰ মূৰৰ ওপৰেদি প্ৰচণ্ডভাৱে বতাহ কোবাই কিবা এটা জন্তু পাৰ হৈ গ'ল। তাৰ লগে লগে এটা উৎকট দুৰ্গন্ধ।

ইয়াৰ পিচত আগবাঢ়ি যোৱাৰ প্ৰশ্ন নুঠে। তেওঁ লৰালৰিকৈ পিচলৈ ঘূৰি আহি আকৌ গুহাৰ প্ৰৱেশ পথত উপস্থিত হ'ল আৰু উন্মুক্ত আকাশৰ তলৰ ঘাঁহনিত থিয় হ'ল। বাহিৰৰ মুক্ত বায়ু পোৱাৰ পিচতহে তেওঁ ভালদৰে উশাহ লব পাৰিলে। গুহাৰ ভিতৰৰ গাৰ নোম নেদেখা ঘোপমৰা আন্ধাৰত অদ্ভুত ধৰণৰ পৰিৱেশৰ মাজত এটা দুৰ্গন্ধ। এই অন্ধকাৰ গহ্বৰৰ মাজত নিশ্চয় কিবা এটা ৰহস্য লুকাই আছে। কিন্তু কি সেই ৰহস্য ? গোন্ধটোও আচৰিত ধৰণৰ; সম্পূৰ্ণ অজাগতিক। তেওঁৰ মনটো প্ৰৱলভাৱে কৌতূহলী হৈ পৰিল আৰু উচপিচনি বাঢ়িবলৈ ধৰিলে।

সন্ধ্যাৰ ক'লা আচল ধৰণীৰ বুকুত তেতিয়াও সম্পূৰ্ণৰূপে আচ্ছাদিত হৈ পৰা নাছিল। ক্ষীণ পোহৰ এটা তেতিয়াও আছিল। কিন্তু বাহিৰৰ ক্ৰমাৎ নামি অহা অন্ধকাৰেও বিজয়ৰ উদগ্ৰ কৌতূহলক দমন কৰিব পৰা নাছিল। তেওঁ বৰ ব্যাকুল হৈ পৰিছিল। ইপিনে তেওঁৰ খুব পিয়াহো লাগিছে। মোনাৰ পৰা পানী উলিয়াই খাই ভাবিবলৈ ধৰিলে তেওঁ এতিয়া কি কৰিব !

হঠাৎ এটা ভাৱ খেলোৱাৰ লগে লগে মোনাৰ পৰা ফটা কাপোৰ উলিয়াই এডাল বাঁহত এটা বেছ ডাঙৰ জুমুঠি তৈয়াৰ কৰিলে। সেইটো জ্বলোৱাৰ পিচত দেখা গ'ল, ডাঙৰ জুইকুৰাৰ পোহৰটোৱে গুহাৰ ভিতৰত আগবাঢ়ি যাওঁতে তেওঁক কিছু সহায় কৰিব।

হাতত জোৰ-বন্তি লৈ তেওঁ এইবাৰ আকৌ গুহাত প্ৰৱেশ কৰিলে। ঠিকেই টৰ্চৰ পোহৰতকৈ জুমুঠিৰ পোহৰ যথেষ্ট বেছি। আগবাঢ়ি যাওঁতে অন্ততঃ কতো উজুটি নোখোৱাকৈ তেওঁ আগবাঢ়ি যাব পাৰিলে। তেওঁৰ ইখন হাতত লাঠিডাল আৰু কঁকালত দীঘল চোকা দাখন। সামান্য কিছুদূৰ আগবাঢ়ি যোৱাৰ লগে লগে আকৌ আগৰ সোঁ-সোঁৱনি শব্দ কাণত পৰিবলৈ ধৰিলে।

সুৰঙ্গটো সমান নাছিল। সোমাই যোৱা পথটো উঠা-নমা। ওখোৰা-মোখোৰা শিলৰ বাটটোৰে কিছু সময় আগবাঢ়ি যোৱাৰ পিচত আকৌ নামি যোৱা পথ। কেতিয়াবা বাটটো ঘূৰিও গৈছে। এনেদৰে গৈ থকাৰ পিচত এবাৰ জোৰ-বন্তিৰ পোহৰত তেওঁ দেখিলে, ক'ৰবাৰ পৰা সৰু পানীৰ সুঁতি এটা বৈ আহিছে। ওপৰৰ ক'ৰবাত নিশ্চয় নিজৰা আছে, য'ৰ পৰা পানী এনেদৰে নামনিলৈ বৈ আহিছে। তাৰ পিচত এটা সৰু কেঁকুৰি ঘূৰি দিয়াত তেওঁ যি দেখিলে ভয়ত তেওঁ শিহৰিত হৈ উঠিল। প্ৰায় দহহাত মান আঁতৰৰ ওপৰত ক'লা ডাঙৰ ডাঙৰ কেইটামান বাদুলিয়ে প্ৰচণ্ড সোঁ সোঁ শব্দৰ সৃষ্টি কৰি উৰিবলৈ ধৰিছে। সিহঁতৰ এনে প্ৰমত্ত আচৰণৰ পৰা এইটো বুজিব পাৰি যে বিজয়ৰ নিচিনা বাহিৰা প্ৰাণী এটাৰ এনে অবাঞ্ছিত অনুপ্ৰৱেশত সিহঁত বিৰক্ত হৈছে আৰু বাহিৰা শত্ৰুক প্ৰতিহত কৰিবলৈ সাজু হৈ পৰিছে।

বিৰাট আকৃতিৰ পোন্ধৰ-কুৰিটা বাদুলিৰ এনে উন্মত্ততা চাই থাকি নিজৰ পৰৱৰ্তী কাৰ্য্যপন্থা ঠিক কৰিবলৈ বিজয়ে সময়কে নেপালে। বৈ থকা অৱস্থাতো দুই তিনিটা বাদুলিয়ে জ্বলি থকা জুমুঠিটোত খুন্দা মাৰি দিলে। এই খুন্দা ইমানেই প্ৰচণ্ড আছিল যে জুমুঠিটো চম্ভালিবলৈ গৈ বিজয়ে ভৰিৰ খোপনি ৰাখিব নোৱাৰিলে আৰু শিল আৰু পানীৰ ওপৰত পৰি গ'ল। মূৰটো এছটা শিলত খুন্দা খোৱাত তেওঁ অচেতন হৈ পৰিল। ভাগ্য ভাল, বন্তি কিন্তু নুমাই নগ'ল।

বৰ বেছি সময় বিজয় অচেতন হৈ থকা নাছিল। কাৰণ শিলত খুন্দা খাই মূৰটো পানীত পৰাত সুঁতিৰ শীতল পানীয়ে তেওঁৰ জ্ঞান

সোনকালেই ঘূৰাই আনিছিল । চকু মেলি দেখে, জোৰ-বন্তিডাল অলপ আঁতৰৰ শিল এটাৰ কাষত পৰি আছে আৰু ওপৰত কেইবাটাও বাদুলিয়ে উগ্র গতিত ধপ্‌ধপাই উৰি ফুৰিছে । তাৰে দুই এটা আকৌ থিয় হৈ থকা বিজয়ৰ ওপৰত উৰিবলৈ ধৰিছে । সেই বাদুলিকিটাৰ ভিতৰত দুটা মান বৃহৎ আকাৰৰ আৰু সিহঁতৰ ৰূপ বৰ বীভৎস । এটাই ক্ষীপ্র বেগেৰে উৰা মাৰি বিজয়ৰ মূৰত খুন্দা মাৰি দিব খুজিলে । মূৰটো তৎক্ষণাৎ আঁতৰাই ৰক্ষা পৰিল যদিও তেওঁৰ মুখেদি এটা ভয়ার্ত চিঞৰ ওলাই পৰিল আৰু গোটেই সুৰঙ্গটো প্রতিধ্বনিত হৈ গম্‌গমাই উঠিল । তথাপি সিহঁতৰ আক্রমণ চলি থাকিল ।

এনে এটা ভীতিজনক পৰিস্থিতিৰ মাজতেই এটা চিনাকি গোন্ধত বিজয়ৰ মনটো হঠাৎ ভাল লাগি গ'ল । তেওঁ গুহাৰ দুৱাৰ মুখৰ পিনে চালে । প্ৰথমতে একো চকুত পৰা নাছিল । তাৰপিচত অন্ধকাৰৰ মাজতেই আচৰিত হৈ দেখিলে অদূৰত দুটা জ্বলন্ত অঙঠা জিলিকি আছে । ভয় লগাতো দূৰৈৰ কথা, তেওঁ বৰং পৰম নিশ্চিন্ত হ'ল । বিজয়ে জানে সেই জ্বলন্ত অঙঠা দুটা আছিল বাঘৰ চকুহে যিটোৱে বিজয়ক এতিয়ালৈকে সকলো বিপদ-বিঘিনিৰ পৰা ৰক্ষা কৰি আহিছে ।

আৰু এবাৰ বাঘটোৰ উপস্থিতি ভালদৰে প্ৰমাণ হ'ল, যেতিয়া সি বিজয়ৰ ওপৰত বাদুলিবোৰৰ উপৰ্য্যুপৰি আক্ৰমণ দেখি এটা বজ্ৰ কঠোৰ হুঙ্কাৰেৰে গৰজি উঠিল । গাৰ নোম ডাল ডাল হৈ পৰা এই গৰ্জনে পৰিস্থিতিৰ অভাৱনীয় পৰিৱৰ্তন ঘটুৱাই দিলে । বাঘটোৰ গোজৰণিৰ লগে লগে বাদুলিবোৰ নিমিষতে ক'ৰবাত অন্তৰ্দ্ধান হৈ গ'ল ।

বিজয় আকৌ সাৱধানে আৰু লাহে লাহে আগবাঢ়িবলৈ সচেষ্ট হ'ল । এইবাৰ তেওঁৰ মনত কোনো ধৰণৰ ভয় ভাৱ নাই । নিশ্চিন্ততা অনুভৱ কৰিছে । কাৰণ তেওঁৰ বিশ্বাস, তেওঁৰ পিচে পিচে বাঘটো আহি আছে ।

সেই ৰহস্যময় পোহৰৰ উৎস বিচাৰি আৰু কিমান দূৰ যাব লাগিব এই বিষয়ে বিজয়ৰ কোনো ধৰণৰ ধাৰণা নাই ঠিকেই, কিন্তু এই অচিন আৰু দুৰ্গম সুৰঙ্গৰ মাজেদি আগবাঢ়ি যাওঁতে তেওঁ ক্ৰমাৎ উত্তেজনা আৰু ৰোমাঞ্চৰ লগতে এটা মাদকতাও অনুভৱ কৰিছে । সুৰঙ্গটোৰ শেষ নোপোৱালৈকে তেওঁৰ শান্তি নাই । সুৰঙ্গৰ শেষ বিন্দুত কি ৰহস্য লুকাই আছে ? হয়তো তেওঁৰ লক্ষ্য কিজানি ইয়াতেই

আছে। ভবাৰ লগে লগে তেওঁৰ বুকুখন উত্তেজনাত কঁপি উঠিল।

ওখ-চাপৰ আৰু ওখোৰা-মোখোৰা এই বাটটোৰেদি তেওঁ যিমানেই আগুৱাই যাবলৈ ধৰিলে, সিমানেই ওপৰৰ পৰা বৈ অহা পানীৰ পৰিমাণ বেছি হৈ অহা দেখিলে। বাটটো পানীৰে চপ্‌চপীয়া হৈ পৰিছে।

এনেদৰে বেছ কিছুদূৰ যোৱাৰ পিচত এবাৰ তেওঁ দেখিলে, সুৰঙ্গটোৱে এবাৰ সোঁপিনে ভাঁজ লৈ ওপৰৰ পিনে উঠি গৈছে। ওপৰৰ পথটোৰ ওপৰেদি পানীৰ কোবাল সোঁত বৈ আহিছে। সুৰঙ্গটোৰ এই ঠাইখিনিতে বেছ ওপৰলৈ উঠিব লাগে।

তথাপি বৰ সাৱধানেৰে শিলৰ ওপৰত ভৰি দি খুপি খুপি বিজয় ওপৰলৈ উঠিল। কেনেবাকৈ পিছল খালে বেছ তলত পৰিবগৈ। তলত ভৰিৰ কাষেদি বৈ গৈছে পানীৰ কোবাল সোঁত। গতিকে স্বাভাৱিকতে বিজয় বৰ সতৰ্ক আৰু সজাগ হ'বলগীয়া হৈছে। যিমানেই তেওঁ ওপৰলৈ উঠিব ধৰিছে, সিমানেই ওপৰৰ সমান ঠাইখিনিত থকা পাথৰবিলাকৰ ফাঁকেদি পোহৰৰ ৰেখা ওলাই আহিছে। সেয়েহে সুৰঙ্গৰ পাৰ হৈ অহা ঠাইখিনি যিমান অন্ধকাৰ আছিল, ওপৰৰ সমতলত কিন্তু এটা ক্ষীণ পোহৰ বিৰাজ কৰা দেখা গৈছে। পোহৰৰ উৎস ওপৰত আছে বুলি বিশ্বাস হোৱাৰ লগে লগে বিজয় ৰোমাঞ্চিত হৈ পৰিল।

ইতিমধ্যে তেওঁ বেছ পৰিশ্ৰান্ত হৈ পৰিছে। ওপৰলৈ উঠি যাওঁতে ফো[illegible] উঠিছে। শৰীৰৰ পৰা খুব ঘাম ওলাইছে। এনেদৰে গৈ থাকোতে বিজয় এবাৰ উচপ্ খাই উঠিল, যেতিয়া শুনিলে ওপৰৰ সমান ঠাইখিনিৰ পৰা অহা বাঘৰ গোজৰণি। তেওঁ আচৰিত হৈ কাণ থিয় কৰি এৰি অহা বাটটোৰ নামনিৰ পিনে চালে। তেনেতে বাঘটোৱে আকৌ ওপৰৰ পৰা চিঞৰিলে। সি ওপৰৰ পৰাই গুজৰিছে বুলি এইবাৰ বিজয় নিশ্চিন্ত হ'ল। কিন্তু সি ওপৰলৈ গ'ল কেতিয়া আৰু গ'ল কোন ফালেদি ? ইও এটা ৰহস্য। কিন্তু এই বাঘটোৰ লগত জড়িত সকলো কৌতূহল আৰু ৰহস্যৰ বিষয়ে ভাবিবলৈ বিজয়ে কেতিয়াবাই এৰি দিছে। কাৰণ এতিয়ালৈকে পোৱা কোনো ৰহস্যই সমাধান হোৱা নাই। বিজয়ে আগতে বাৰে বাৰে এই বিষয়ে ভাবিছিল। কিন্তু সেই ৰহস্য সদায়ে অন্ধকাৰতেই বৈ গৈছে। সেই চেংবাওৰ গাঁওখনৰ পৰা আৰম্ভ হোৱা বাঘটোৰ গতি বিধি আৰু আচৰণ এতিয়াও ৰহস্যৰ কুঁৱলীৰ

মাজত সোমাই আছে। এই ৰহস্য ভেদ কৰা বিজয়ৰ বাবে অসাধ্য। অথচ বাঘটোৱে দিয়া নিৰ্দেশ অমান্য কৰাও অধিক কঠিন। ই কোনোবা এটা নেদেখা প্ৰচণ্ড শক্তিৰ যেন অমোঘ নিৰ্দেশ। ইয়াক পালন কৰাৰ বাহিৰে অন্য কোনো উপায় নাই। অৱশ্যে এইটো স্বীকাৰ কৰিব লাগিব যে বাঘটোৱে প্ৰদৰ্শন কৰা ইঙ্গিতমতে নচলা হ'লে হেজাৰটা বিঘিনি অতিক্ৰম কৰি ইমানখিনিলৈকে আহিব পৰাটো বিজয়ৰ পক্ষে অসম্ভৱ হ'লহেঁতেন। এতিয়া যে ওপৰৰ পৰা বাঘটোৱে বাৰে বাৰে গুজৰি মাতিছে, তাতো নিশ্চয় কিবা এটা গূঢ় কাৰণ আছে।

বিজয়ে যিমানদূৰ পাৰে খপ্‌খপ্‌কৈ ওপৰলৈ উঠিবলৈ ধৰিলে আৰু অৱশেষত ওপৰৰ সৰু সমতল ঠাইখিনিত ভৰি দিলেগৈ। তাত থিয় হৈ সন্মুখৰ পিনে চাই দিয়াত তেওঁ যি দৃশ্য দেখিলে, ভয় আৰু আতঙ্কত তেওঁৰ সৰ্বশৰীৰ কঁপিবলৈ ধৰিলে। এটা অপাৰ্থিৱ দৃশ্য; কিন্তু অকণো বীভৎস নাছিল। তথাপি এই দৃশ্যত পৰমাৰ্থৰ ৰহস্য আৰু তাৰ লগত জড়িত ভীতি-বিহ্বলতা নিহিত হৈ আছিল। সুৰঙ্গটো ইয়াতেই শেষ হৈছে। তাৰ গাতে লগাকৈ গভীৰ তপত মগ্ন হৈ থকা বুদ্ধদেৱৰ এটা প্ৰকাণ্ড মূৰ্তি। মূৰ্তিটোৰ ওপৰৰ পৰা উজাৰ খাই আহিছে এচেৰেঙা তীব্ৰ উজ্জ্বল পোহৰৰ ঢল আৰু সেই পোহৰে বুদ্ধদেৱৰ মূৰ্তিৰ মুখখন এনেকুৱাকৈ আভামণ্ডিত কৰি থৈছে যেন প্ৰথম দৃষ্টিতেই তথাগত ভগৱান বুদ্ধক জীৱন্ত যেন লাগি যায়। মূৰ্তিটোৰ মুখত লাগি আছে এটা মিঠা হাঁহি। মূৰ্তিৰ কাষেদি ওপৰৰ পৰা বৈ আহিছে এটা নিজৰাৰ সুঁতি। এইখিনিয়ে অৱশ্যে আতঙ্কিত হ'বৰ বাবে যথেষ্ট কাৰণ নাছিল। এই বিৰল অলৌকিক দৃশ্যৰ লগতে যি ভয়াবহ দৃশ্য আছিল সি আছিল অধিক ভীতিজনক। পদ্মাসনত বহি থকা বুদ্ধদেৱৰ জীৱন্ত মূৰ্তিটোৰ সন্মুখৰ শিল কেইটামানৰ ওপৰত পৰি আছিল মানুহৰ কঙ্কাল। সংখ্যাত কিমান ক'ব নোৱাৰি যদিও এই লোমহৰ্ষক দৃশ্যই বিজয়ৰ অণ্ঠকণ্ঠ শুকুৱাই নিছিল। এনে ভয়াবহ ৰহস্যঘন পৰিস্থিতিত বিজয়ৰ শৰীৰত কঁপনি উঠিবলৈ ধৰিলে। এইটো কি ধৰণৰ ৰহস্য! ইটোৰ পিচত সিটো ৰহস্যই বিজয়ক একেবাৰে স্তব্ধ আৰু বাক্‌ৰুদ্ধ কৰি পেলাইছিল।

অজানিতে এখুজি দুখুজিকৈ বিজয় গৈ বুদ্ধমূৰ্তিৰ কাষ পালেগৈ।

ভীতি, উৎকণ্ঠা, উত্তেজনা আৰু গভীৰ ভক্তি–এই আটাইকিটা লগ লগালে যি অনুভূতি হয় বিজয়ৰো তেতিয়া তেনে এটা অৱস্থা। তেওঁ কঙ্কালকিটালৈ চালে। সেইকিটা কিমান দিনৰ পুৰণি তাক ঠাৱৰ কৰা কঠিন। কঙ্কালকিটাৰ শৰীৰত আগতে যি বস্ত্ৰ আছিল, সেয়া কেতিয়াবাই জহি পমি শেষ হৈ গৈছে। জঁকাৰ বাহিৰে এতিয়া একো নাই। কিন্তু কঙ্কালৰ কাষত এটা বস্তু দেখি বিজয় ভীষণভাবে কৌতূহলী হৈ পৰিল। ওচৰলৈ গৈ দেখে মুকুটৰ নিচিনা এটা লোহাৰ শিৰস্ত্ৰাণ পৰি আছে। মাটি, বোকা আৰু মামৰে সেই শিৰস্ত্ৰাণৰ বয়স অনুমান কৰা কঠিন কৰি পেলাইছে। ইতিমধ্যে স্বাভাৱিক অৱস্থালৈ ঘূৰি অহা বিজয়ে গভীৰভাৱে ভাবিবলৈ ধৰিলে এই বুদ্ধমূৰ্তি, কঙ্কালকিটা আৰু কাষত পৰি থকা শিৰস্ত্ৰাণ কিমান যুগৰ আগৰ হ'ব পাৰে!

বুদ্ধমূৰ্তিটো এনেদৰে জীৱন্ত যেন হৈ আছিল যে সেইটো মুহূৰ্তত বিজয়ে ৰন্ধ্ৰে ৰন্ধ্ৰে অনুভৱ কৰিছিল যে তথাগত ভগৱানে যেন অব্যক্ত ভাষাৰে তেওঁক কিবা এটা ক'ব। এটা একান্ত ভক্তি ভাবে তেওঁক আকুল কৰি তুলিলে। তেওঁ জুমুঠিটো মাটিত থৈ সেৱা এটা কৰিলে। মনে মনে ক'লে– হে তথাগত! তুমি ইমান দুৰ্গম আৰু গুপ্ত স্থানত আছা যেতিয়া ইয়াত নিশ্চয় কিবা এটা গভীৰ ৰহস্য লুকাই আছে। মোৰ ইয়ালৈ অহাটোও দোষ হৈছে নেকি নেজানো। যদি অপৰাধ হৈছে ক্ষমা কৰিবা। এইটো নেজানো, তোমাৰ সন্মুখত এই নৰ কঙ্কাল কেনেকৈ আহিল আৰু কেনেকৈ মৰিল। ......কিন্তু মই তোমাৰ পৰা আজি এই আশীৰ্বাদেই বিচাৰিছো মোৰ উদ্দেশ্য যেন সফল হয়, মোৰ লক্ষ্যস্থানত যেন মই সুকলমে উপনীত হ'বলৈ পাৰোঁ।......

বেছ কিছু সময় তলমূৰ কৰি প্ৰাৰ্থনা জনাই মূৰ তুলি মূৰ্তিটোৰ মুখখনলৈ চাওঁতে তেওঁৰ অন্তৰখন আশা আৰু আনন্দত ভৰি পৰিল। বিজয়ে অনুভৱ কৰিলে, বুদ্ধৰ সেই স্মিত হাঁহিটোৱে তেওঁক সফলতাৰ বাবে আশীৰ্বাদ দিছে। এনেতে হঠাৎ পিচফালৰ পৰা বাঘটোৱে আকৌ এটা হুঙ্কাৰেৰে বিজয়ক সজাগ কৰি দিলে। সচকিত হৈ বিজয় থিয় হৈ মূৰ্তিটোক আকৌ এবাৰ সেৱা জনাই তললৈ নামি আহিবলৈ ধৰিলে। ওপৰৰ মূৰ্তিটোৰ কাষত বেছি সময় থকাটো নিশ্চয় বিপদজনক আৰু তাকেই সম্ভৱ বাঘটোৱে ইঙ্গিতেৰে ক'লে।

এটা অজ্ঞাত আনন্দই বিজয়ৰ মনটো উৎফুল্ল কৰিলে। তেওঁ

আকৌ সুৰঙ্গৰ মাজেদি আহি গুহাটোলৈ ঘূৰি আহিল। গুহাটো কিয় পোহৰ হৈ থাকে সেই ৰহস্যৰ পম খেদি বিজয় কৃতকাৰ্য্য হ'ল। নিজৰাৰ উৎপত্তি স্থলো তেওঁ উলিয়ালে। দুৰ্ভেদ্য সুৰঙ্গৰ শেষ স্থানত লুকাই থকা জীৱন্ত বুদ্ধদেৱৰ মূৰ্তিৰো তেওঁ দৰ্শন পালে, যি মূৰ্তি পৃথিৱীৰ সৰহ ভাগ মানুহেই হয়তো আজিও দেখা নাই আৰু তেওঁৰ কৰুণা লাভৰ পৰা বঞ্চিত হৈ আছে। বিজয়ৰ কিন্তু অন্তৰত অটল বিশ্বাস জন্মিছে, তেওঁ তথাগতৰ আশীৰ্বাদ লাভ কৰি নিজকে ধন্য কৰিবলৈ সক্ষম হৈছে।

গুহাৰ বাহিৰৰ মুকলি আকাশৰ তলত সমতল ঘাঁহনিত থিয় হৈ তেওঁ দেখিলে তেতিয়া সন্ধিয়াৰ ঘৰঘোৰ অন্ধকাৰ বিৰাজ কৰিছে।

আকাশৰ চাৰিওপিনে চাই দিয়াৰ লগে লগে তেওঁ যি দেখিলে তেওঁৰ অন্তৰ আনন্দত নাচি উঠিল। সামান্য উত্তৰ দিশৰ আকাশত তেতিয়া তিৰবিৰাই অত্যুজ্জ্বল নক্ষত্ৰটো জিলিকি আছে। প্ৰায় নিচেই কাষতেই আছে।

সাধাৰণ মানুহে যি গুহাটোৰ ভিতৰত ভৰি দিবলৈ ভয় কৰে, সেই গুহাৰেই ভিতৰত ৰহস্যৰ কথা সম্পূৰ্ণভাৱে জনাৰ পিচত গুহাটোত ৰাতিটো কটাবলৈ বিজয়ে দ্বিধাবোধ নকৰিলে। বৰং কোনোধৰণৰ বাধা বা ভীতি ভাৱ নোহোৱাকৈ ৰাতিটো বেছ ভালেৰেই কটালে। লক্ষ্যস্থান কাষ চাপি অহাত বিজয়ৰ মনটো উৎকণ্ঠাৰে ভৰি পৰিছিল যদিও ৰাতি গুহাটোৰ ভিতৰত এটা শান্তিৰ বাতাবৰণ অনুভৱ কৰিছিল।

পিচদিনা ৰাতিপুৱা সাৰ পোৱাৰ পিচত তেওঁ বৰ সজীৱ আৰু উৎফুল্ল হৈ পৰিছিল। বাধাহীন এটা ৰাতিৰ পূৰ্ণ টোপনিয়ে তেওঁৰ শৰীৰত নতুন উদ্যম আৰু শক্তি আনি দিলে।

প্ৰাতঃকৃত্য সম্পন্ন কৰি ওচৰৰ নিজৰাটোত গা ধুই তেওঁ মোনাৰ পৰা চাম্পা উলিয়াই পেট ভৰাই খাই ললে। তেতিয়া শুভ্ৰ গিৰিমালাৰ সিপাৰে পুব আকাশৰ পৰা সূৰ্য্য উদয় হৈছে। প্ৰথমতে পাহাৰৰ মাজেৰে অহা নতুন সূৰ্য্যটোৰ ৰেঙণি হালধীয়া আছিল। তাৰপিচত চকুৰ পচাৰতে সেই ৰঙৰ পৰিৱৰ্তন ঘটিল আৰু গোটেই আকাশ, পাৰ্বত্য ভূমি আৰু সমতল এটা উষ্ম ৰঙচুৱা বৰ্ণেৰে ওপচি পৰিল। চৰাই-চিৰিকটিৰ মাতৰ বাহিৰে সমগ্ৰ প্ৰকৃতি তেতিয়া শান্ত আৰু সমাহিত। বিশ্ব

খনিকৰ ভগৱানৰ ই বিচিত্ৰ সৃষ্টি। অতি বিতোপন আৰু মনোমোহা প্ৰকৃতিৰ এই প্ৰশান্ত সৌন্দৰ্য্যই বিজয়ৰ মন অভিভূত কৰিলে। এই পৰিবেশে তেওঁৰ শৰীৰ আৰু মনলৈ যেন দুগুণ শক্তি আনি দিলে। ভগৱানৰ সৃষ্টিৰ মহিমাত বিমোহিত হৈ বিজয়ে ঈষৎ ৰঙা হৈ পৰা মুক্ত আকাশখনলৈ বহুত সময় চাই থাকিল।

আপোন পাহৰা হৈ বহুত সময় এনেদৰে চাই থকাৰ সময়তেই হঠাৎ এটা গুম্‌গুমনি শব্দেৰে এটা মন্ত্ৰোচ্চাৰিত সঙ্গীতৰ মৃদুধ্বনিয়ে বিজয়ক সচকিত কৰি দিলে। তেওঁৰ বাহিৰে কোনো দ্বিতীয় প্ৰাণী নথকা এই অতুলনীয় শান্ত পৰিবেশৰ মাজত সঙ্গীত মধুৰ স্বৰেৰে মন্ত্ৰ উচ্চাৰণৰ শব্দ আহিল ক'ৰ পৰা? এটা কৌতূহলী দৃষ্টিৰে তেওঁ চাৰিওপিনে চালে। কিন্তু ক'তো কোনো ধৰণৰ ব্যতিক্ৰম তেওঁৰ চকুত নপৰিল। কোনো জনপ্ৰাণী তেওঁৰ দৃষ্টিগোচৰ নহ'ল। বহু দূৰৈৰ পৰা এই মন্ত্ৰ পাঠ উটি উটি ভাঁহি আহিছে। যিমানেই তেওঁ শুনিবলৈ ধৰিলে, সিমানেই তেওঁ ক্ৰমাৎ ৰোমাঞ্চিত হ'বলৈ ধৰিলে। লগে লগে এটা অজান ভয়েও বুকুখন কঁপাই দিলে। কোনে এই সুললিত আৰু পৱিত্ৰ মন্ত্ৰ গাইছে! ক'ত গাইছে? নিশ্চয় কোনো এক অজ্ঞাত বৌদ্ধ-মঠৰ পৰা এই সঙ্গীতৰ ধ্বনি আহিছে? কিন্তু সেই মঠটো ক'ত? নিশ্চয় অটব্য অৰণ্যৰ মাজত।

এই ৰহস্য বিচাৰি আকৌ এবাৰ তেওঁ সমতলভূমিৰ চাৰিওপিনে ভালকৈ চালে। ওচৰৰ হাবিলৈ নামি গৈও তন্নতন্নকৈ চালে। কিন্তু কতো মঠ বা মন্দিৰৰ কোনোধৰণৰ চিন তেওঁ নেদেখিলে। নিৰাশ হোৱাৰ পিচত কিবা এটা অজান আতঙ্কত তেওঁ শঙ্কিত হৈ পৰিল। অদৃশ্য মন্ত্ৰ উচ্চাৰণৰ এনে অভিজ্ঞতা তেওঁৰ আগতে কেতিয়াও হোৱা নাই। এবাৰ মনতে ভাবিলে, নতুন যাত্ৰাৰ আগ মুহূৰ্তত এনে পৱিত্ৰ মন্ত্ৰ শুনিবলৈ পোৱাটো নিশ্চয় শুভ লক্ষণৰে চিন হ'ব। কিন্তু এই মন্ত্ৰ পাঠৰ উৎস ক'ত সেই কথা জানিবলৈ তেওঁৰ মনটো উগুল-থুগুল হৈ পৰিল।

আকৌ এবাৰ কাণ দুখন সজাগ কৰাত তেওঁ অনুভৱ কৰিলে এই গুৰু-গম্ভীৰ মন্ত্ৰ উচ্চাৰণৰ স্বৰ বোধকৰো গুহাৰ তলত সুৰঙ্গৰ পৰাই ওলাই আহিছে। আকৌ এবাৰ উৎকৰ্ণ হোৱাৰ পিচত তেওঁৰ ধাৰণা সঠিক বুলি জানিলে। লগে লগে মনলৈ আহিল কালি সুৰঙ্গৰ গভীৰ অভ্যন্তৰ আৰু সঙ্কত স্থানত দেখা বিৰাট বুদ্ধদেৱৰ মূৰ্তিটোলৈ। মনটো

আকৌ এবাৰ আতঙ্কত জোকাৰ খাই গ'ল। কাৰণ তাত কেৱল মূৰ্তিটোৱেই নাছিল। মূৰ্তিৰ সম্মুখৰ শিলৰ ওপৰত তিনিটামান মৃতদেহৰ কঙ্কালো আছিল। কাষৰ ঘাঁহনিত পৰি আছিল এটা ৰাজকীয় শিৰস্ত্ৰাণ। এইবোৰ ৰহস্য ভেদ কৰা বিজয়ৰ পক্ষে অসাধ্য।

এতিয়া নতুনৈকে পোৱা এই ৰহস্য উদ্‌ঘাটন কৰিবলৈ গ'লে এই ৰাতিপুৱাই আকৌ যথেষ্ট সময়ৰ অপব্যয় ঘটিব। যি মহৎ অভিযানত দৃঢ় সঙ্কল্পচিত্তে আহি আহি এতিয়া শেষ পৰ্য্যায়ত উপনীত হৈছেহি, তেনে সময়ত কোনোধৰণৰ অপ্ৰাসঙ্গিক কৌতূহলে তেওঁৰ গতি ব্যাহত কৰা উচিত নহয়। কিন্তু বিজয় আছিল সদায়ে ব্যতিক্ৰম। যিমানেই বাধা-বিঘিনি নেপাওঁক, কৌতূহল বা মনৰ খুদুৱনি চৰিতাৰ্থ নকৰাকৈ তেওঁ থকা নাই। যেতিয়ালৈকে ৰহস্যৰ উৎস বিচাৰি নেপায় তেতিয়ালৈকে তেওঁৰ মন অস্বস্তিত ভৰি থাকে। তেওঁৰ মনত এতিয়া এটাই প্ৰশ্ন, কোনো পাৰ্থিৱ প্ৰাণী নথকা গুহাৰ ভিতৰৰ সুৰঙ্গৰ পৰা কেনেকৈ মন্ত্ৰ-পাঠ উচ্চাৰিত হ'বলৈ পালে? সুৰঙ্গৰ কোনো অজ্ঞাত স্থানত নিশ্চয় মানুহ আছে, যিটো তেওঁ নেজানে। অথবা সুৰঙ্গটোৰ সিটো দিশৰ পৰা বোধকৰো মূৰ্তিটোৰ কাষ চাপিবলৈ বেলেগ প্ৰৱেশ পথ আছে।

এইবোৰ ভাবি পিঠিত বান্ধি লোৱা বেগটো আকৌ মাটিত নমাই থৈ তেওঁ গুহাটোত সোমাবৰ কাৰণে সাজু হ'ল। কিন্তু ঠিক তেনে সময়তেই এনে এটা ঘটনা ঘটিল, যিটোৰ কাৰণে বিজয় ৰৈ দিবলৈ বাধ্য হ'ল।

নামনিৰ জোপোহা এটাৰ পৰা বাঘৰ বিকট গোজৰণি শুনা গ'ল। গোজৰণিটো ইমান আকস্মিক আৰু প্ৰচণ্ড আছিল যে বিজয়ৰ ভিতৰখন কঁপি উঠিল। কালিৰে পৰা অন্তৰ্দ্ধান হৈ থকা বাঘটোৱে আজি হঠাৎ আহি কিহৰ ইঙ্গিত দিব খুজিছে তেওঁ বুজিব নোৱাৰিলে। কালিৰে পৰা ক'ত আছিল বাঘটো? এতিয়া তাৰ গোজৰণিৰে সি কি ক'ব বিচাৰিছে? এতিয়া অৱশ্যে বাঘটোলৈ বিজয়ৰ কোনোধৰণৰ ভয় শঙ্কা নাই। ইতিমধ্যে খুব ভালদৰে জানি গৈছে যে সি এতিয়া একো হানি নকৰে। তাৰ প্ৰমাণ বহুবাৰ বিজয়ে পাইছে।

তথাপি বিজয় গুহাটোত প্ৰৱেশ কৰিবৰ কাৰণে আকৌ এবাৰ উদ্যত হ'ল। লগে লগে পুনৰ বাঘটো জোপোহাৰ মাজৰ পৰা গুজৰি উঠিল। বিজয়ে বুলিলে, তেওঁ গুহাটোত সোমোৱাটো বাঘটোৰ

অভিপ্ৰেত নহয়। এনেদৰে সময় নষ্ট কৰাটো বোধকৰো সি বিচৰা নাই।

বিজয় বৈ গ'ল আৰু পিঠিত বেগটো তুলি বান্ধি ললে। হাতত লাঠিডাল।

তেতিয়াও গুম্‌গুম্‌কৈ গুহাৰ ভিতৰৰ পৰা শব্দৰ ধ্বনি আহি আছে। মনৰ উচ্‌পিচনি মনতে মাৰ নিয়াই গিৰিশৃঙ্গৰ সমতল ঠাই খিনিৰ পৰা তেওঁ কালি অহা বাটেদি নামিবলৈ ধৰিলে। নমাৰ পিচতহে সিটো পাহাৰলৈ উঠি যোৱাৰ বাট পোৱা যাব। কাৰণ এইটো পাহাৰ ইয়াতেই শেষ।

দুটা ইন্দ্ৰিয়ৰ ওপৰত ভৰষা কৰি হাবিৰ মাজে মাজে তেওঁ পথ উলিয়াই অগ্ৰসৰ হ'বলৈ ধৰিলে। এটা হৈছে ক্ৰমাৎ সৰল আৰু তীক্ষ্ণ হৈ উঠা তেওঁৰ ষষ্ঠ ইন্দ্ৰিয় আৰু ইটো হ'ল সম্মুখৰ হাবিৰ লৰি লৰি গৈ থকা গছ-গছনিবোৰ। তেওঁ জানে, সেয়া তেওঁৰ আগে আগে বাট দেখুৱাই গৈ থকা বাঘটো। এই অৰণ্যত পূৰ্বৰ কোনো বাট-পথ নাই যদিও সৰু গছ-গছনিবোৰ অতিক্ৰম কৰি যোৱাত বিজয়ে বিশেষ অসুবিধা নেপালে। মাজে মাজে অৰণ্যে কেতিয়াবা উজুটি খাই পৰি যাবলগীয়া অৱস্থা হৈছে। কিন্তু সেয়া অকণো গুৰুতৰ ধৰণৰ নাছিল।

তেতিয়া বেলিটো পূব আকাশৰ পৰা ওপৰলৈ উঠি আহিছে। দূৰৈৰ পাহাৰবোৰৰ ওপৰত থকা বৰফবোৰ বোধকৰো গলিবলৈ ধৰিছে। সেয়েহে সূৰ্য্যৰ ৰশ্মিত সেইবোৰ মণি-মাণিকৰ দৰে চিক্‌মিকাই চৌদিশে অপূৰ্ব শোভা বিস্তাৰ কৰিছে। ভগৱানৰ এই অতুলনীয় সৃষ্টিৰ প্ৰতি তেওঁ অভিভূত হোৱাৰ লগতে তেওঁ ঘনে ঘনে অনুভৱ কৰিছিল সেই অসীম শক্তিধৰ বিধাতাৰ আশীৰ্বাদ আৰু করুণাৰ পৰা বিজয় অন্ততঃ এতিয়ালৈকে বঞ্চিত হোৱা নাই। বৰং তেওঁ প্ৰতিটো খোজতে আশীৰ্বাদ পাইছে। এই বাঘটোকেই ভগৱানৰ অন্য এটা ৰূপ বুলি ভাবি ললে নিশ্চয় একো ভুল নহয়। সঁচা কথা, ভগৱান প্ৰেৰিত এই বাঘটো নথকা হ'লে বিজয় ইমান দূৰ কেতিয়াও আহিব নোৱাৰিলেহেঁতেন। হয়তো বহুত আগতেই মৃত্যুৰ সন্মুখীন হ'লহেঁতেন। হাবিৰ মাজে মাজে এনেদৰে কিছুদূৰ গৈ থকা পাহাৰটোৰ এঠাইত হঠাৎ গছ-গছনি নোহোৱা হৈ পৰিছে। ঠাইখিনি বেছ কৰ্কশ আৰু মাটিখিনি ৰঙচুৱা। বহুতো পাহাৰত এনে ধৰণৰ বৈসাদৃশ্য থাকে। গতিকে বিজয়ে এই

বিষয়ে একো নেভাবিলে। বৰং মুকলি ঠাইখিনি দেখি তেওঁৰ ভাল হে লাগিল। মাজে মাজে অৰণ্যে দুই এজোপা গছ আছিল। তাৰে এজোপাৰ তলত বহি অলপ জিৰাবৰ মন গ'ল যদিও দেখিলে বাঘটো তেতিয়াও গৈ আছে। সম্পূৰ্ণ অবয়বৰ বাঘটো তেওঁ অৰণ্যে দেখা নাই। তাৰ পিচফালটোহে এতিয়ালৈকে দেখি আছে।

বিজয়ৰ জিৰাবলৈ খুব ইচ্ছা গৈছে। কিন্তু এতিয়া বাঘটোক ৰখোৱা যায় কেনেকৈ? হাত চাপৰি বজাই দিলে সি ৰ'বনেকি? তেনেতে তেওঁ আচৰিত হৈ থাকিলে বাঘটো হঠাৎ বৈ দিছে আৰু ডাঙৰ মুখখন ঘূৰাই পিচলৈ চাইছে। .....বিজয় গৈ গছ এজোপাৰ তলত বহিল। হাবি-জঙ্গল আৰু পাহাৰ লঙ্ঘন কৰি বিজয় যে বহুদূৰ আহিল এতিয়া তেওঁ অনুভৱ কৰিছে। বেছ পৰিশ্ৰান্ত। পিয়াহ লাগিছে। ভোকো নলগাকৈ থকা নাই।

বেগৰ পৰা উলিয়াই খাদ্য আৰু পানী খোৱাৰ পিচত ভোক-পিয়াহ বহুখিনি দূৰ হ'ল। গছজোপাত আউজি বহিল। ভাবিবলৈ ধৰিলে পথৰ অন্ত পৰিবলৈ আৰু কিমান বাকী। এইটোৱেই শেষ পাহাৰ, যাৰ শীৰ্ষভূমিয়েই তেওঁৰ লক্ষ্যস্থান – অভীষ্টপীঠ, য'ত তেওঁৰ কাৰণে এগৰাকী নাৰী ৰৈ আছে। এই ভাৱে মনত ভুমুকি মৰাৰ লগে লগে তেওঁৰ বুকুখন গৰ্ব আৰু আনন্দত ভৰি পৰিল। কিন্তু ইয়াৰ অন্তৰালত তেওঁৰ অধীৰতাও লুকাই নেথাকিল।

বাস্তৱত পৰিণত হ'ব খোজা তেওঁৰ মধুৰ কল্পনা আৰু অভিলাষৰ কথা ভাবি থাকোঁতে বিজয় বোধকৰো আপোনপাহৰা হৈ পৰিছিল। কিমান সময় তেওঁ স্বপ্ন বিলাসত বিভোৰ হৈ আছিল তেওঁ নেজানিছিল। কিন্তু হঠাৎ বাঘটোৰ তীব্ৰ গৰ্জনে তেওঁৰ আত্ম-মগ্নতা ভাঙি দিলে। তেওঁ উচপ্ খাই উঠিল আৰু গিৰিপ্‌কৈ থিয় হৈ হাতত লাঠিডাল তুলি লোৱাৰ লগে লগে সন্মুখত যি দেখিলে আতঙ্কিত হৈ পৰিল। প্ৰায় দহ-পোন্ধৰ গজমান আঁতৰত তিনিটা অদ্ভুত চেহেৰাৰ মানুহ। মানুহকিটা চুটি-চাপৰ; কিন্তু সিহঁতৰ চকু-মুখ প্ৰচণ্ড হিংস্ৰতা আৰু ঘৃণাৰে ভৰা। ক'লা মানুহকিটাৰ শৰীৰত কোনো বস্ত্ৰ নাই। মাত্ৰ নিম্নাংশ গছৰ ডাল-পাতেৰে ঢকা। সিহঁতৰ হাতত ধনু-কাঁড়। কোনো মাত-বোল নাই। ৰঙা চকুকিটা স্থিৰ। বিজয়লৈ কাঁড় মাৰিবৰ কাৰণে সিহঁত উদ্যত হৈছে।

এনে ধৰণৰ আচম্বিত ঘটনাত যি কোনো মানুহৰ বুকু কঁপি উঠিব। ভয়ত বিজয়ো থৰ্থৰ্কৈ কঁপিবলৈ ধৰিলে। আতঙ্কগ্ৰস্ত মনেৰে তেওঁ ভাবিবলৈ বাধ্য হ'ল, তেওঁৰ জীৱনৰ শেষ ক্ষণ বোধকৰো উপস্থিত। মৃত্যুৰ দুৱাৰডলিত থিয় হ'বলগীয়া হ'লে মানুহে ভয়-বিহ্বলতাত নিজৰ অজ্ঞাতেই আৰ্তনাদ কৰি উঠে। বিজয়ৰ কণ্ঠৰ পৰাও এটা তীব্ৰ আৰ্তনাদ ওলাই আহিব খুজিছিল। কিন্তু মুখৰ মাত নোলাল। কোনো আগজাননী নোহোৱাকৈ এই হিংস্ৰ আৰু বন্য মানুহকিটাৰ আকস্মিক আক্ৰমণৰ বাবে উদ্যত হোৱাত বিজয়ৰ নিচিনা দুঃসাহসী মানুহৰো মুখৰ মাত হেৰাই গৈছিল। তেওঁৰ হাতৰ পৰা মাত্ৰ লাঠি ডাল মাটিত সৰি পৰিল।

বিজয়ে অবাক হৈ দেখিলে প্ৰথম অৱস্থাতেই মানুহকিটাই কাঁড় নেমাৰিলে। বৰং সিহঁত তিনিওটাই এখোজ দুখোজকৈ বিজয়ৰ পিনে আগবাঢ়ি আহিল। সিহঁতৰ চকু বিজয়ৰ ওপৰত স্থিৰ হৈ আছে। এই দুৰ্যোগপূৰ্ণ মুহূৰ্ততো বিজয়ে নুবুজাকৈ থকা নাছিল যে সিহঁতে বিজয়ক মাৰিব খোজা নাই। বন্দী কৰিবহে খুজিছে।

যেতিয়া সিহঁত আহি বিজয়ৰ নিচেই কাষত থিয় হ'ল, তেতিয়াহে ভালকৈ দেখিলে সিহঁতৰ চেহেৰা কি বীভৎস। চকুকিটাত আছে কাল সাপৰ নিষ্ঠুৰতা। সৰু সৰু চকুকিটা তক্তক্কৈ ৰঙা। সিহঁতে চকুকিটা থৰ কৰি গভীৰ কৌতূহলেৰে আতঙ্কত কঁপি থকা বিজয়লৈ চালে। কিন্তু তেতিয়াও সিহঁতৰ মুখত কোনো ধৰণৰ শব্দ নাই। অকণো লৰচৰ নকৰাকৈ বিজয় সিহঁতলৈ চাই থাকিল। তেওঁৰ মৃত্যু যে অৱধাৰিত সেই কথা বুজিবলৈ বাকী নেথাকিল। শেষবাৰৰ কাৰণে ভগৱানৰ নাম স্মৰণ কৰি তেওঁ মনে মনে ক'লে, 'ভগৱান! তোমাৰ এই শেষ-বিচাৰৰ ৰহস্য মই নুবুজিলোঁ।'

শেষ পৰিণতিৰ বাবে বিজয় সাজু হ'ল। সিহঁতৰ চকুলৈ চাই থাকিব নোৱাৰি তেওঁ চকু জপাই দিছিল। তেনেতে সিহঁতৰ এটাই তাৰ কঠুৱা আৰু কৰ্কশ হাতখনেৰে বিজয়ৰ বাহুত ধৰিলে। এইবাৰ বিজয়ৰ হেৰোৱা সাহস ঘূৰি আহিল। তেওঁ খুব জোৰেৰে বন্য মানুহটোৰ হাতখন আজোৰ মাৰি গুচাই দিলে। তেতিয়া বোধকৰো সিহঁতৰ খং উঠিল আৰু তিনিওটাই একেলগে বিজয়ৰ দুয়োখন হাতত ধৰি ঘোট্ঘোট্কৈ অদ্ভুত ধৰণৰ শব্দ কৰিলে আৰু বিজয়ক টানি গভীৰ

হাবিৰ পিনে গতি কৰিলে। সিহঁতৰ শৰীৰত যে অসীম শক্তি আছে বিজয়ে বুজিছে। এনে শক্তি সাধাৰণ মানুহৰ শৰীৰত থাকিব নোৱাৰে।

কিন্তু আচৰিত ! ঠিক তেনে সময়তেই এনে এটা অভাৱনীয় ঘটনা ঘটিল, যিটো বিজয়ে এক মুহূৰ্তৰ আগলৈকে একেবাৰে ভাবিব পৰা নাছিল। যি ধুমুহা গতিত সেই ঘটনা সংঘটিত হ'ল, তেওঁ চকু মুদি দিলে।

তেওঁ মাত্ৰ এইটোৱেই দেখিলে যে এটা বিৰাট হুঙ্কাৰেৰে প্ৰকাণ্ড বাঘটো তেওঁৰ সম্মুখত জপিয়াই পৰিল আৰু তেতিয়া সেই বন্য মানুহকিটাৰ মুখৰ পৰা অবোধ্য ভাষাত আতঙ্কগ্ৰস্ত তীব্ৰ আৰ্তনাদ ওলাই আহিল।

তাৰপিচত কি ঘটিছিল বিজয়ে নেজানিছিল। কাৰণ তেওঁ সংজ্ঞা হেৰুৱাই পেলাইছিল।

বৰ বেছি সময় বিজয় অচেতন হৈ পৰা নাছিল। কেইমিনিটমানৰ পিচত চেতনা ঘূৰাই পাই চকু মেলি চাই যি দৃশ্য দেখিলে আকৌ তেওঁ মূৰ্ছা যোৱাৰ উপক্ৰম হ'ল। তেওঁৰ পৰা সামান্য দূৰত বীভৎস চেহেৰাৰ বন্য মানুহ এটা পৰি আছে। বিজয়ক আক্ৰমণ কৰিবলৈ অলপ আগতে যি তিনিটা মানুহ আহিছিল ইও সিহঁতৰ ভিতৰৰে এটা আছিল। কিন্তু এতিয়া মানুহটোৱে ওপৰৰ পিনে মুখ কৰি যিধৰণে পৰি আছে, সি মৰিল নে এতিয়াও জীয়াই আছে বুজা টান। মানুহটোৰ মেলখাই থকা চকু দুটা আতঙ্কেৰে ভৰা। তাৰ মুখ আৰু বাহুত তেজৰ দাগ। চকুৰ পচাৰতে এইবোৰ কি হৈ গ'ল, বিজয়ে বুজিব নোৱাৰিলে। এই ভয়ঙ্কৰ আৰু হিংস্ৰ বন্য মানুহকেইটাৰ হাতত কিছুসময়ৰ আগতে বিজয়ৰ মৃত্যু অবধাৰিত আছিল। কিন্তু আচৰিতভাৱে বিজয় ৰক্ষা পৰি গ'ল। ভাবিব নোৱাৰা এই কাৰ্য্য কেনেকৈ সংঘটিত হ'ল ? বিজয়ে ক্ষিপ্ৰতাৰে চাৰিওপিনে চালে। কিন্তু কাকো নেদেখিলে। কোনোবা মানুহ থকা হ'লে নিশ্চয় উমান পালেহেঁতেন। বৰ আচৰিত কথা।

কিন্তু এনেকৈ চাই থাকোতে হঠাৎ অস্পষ্টভাৱে হাবিৰ গছ-গছনিৰ মাজত এটা মূৰ্তি ছাটকৈ আঁতৰি গ'ল। প্ৰথমতে বিশ্বাস কৰা নাছিল। সেই মূৰ্তিটো ভালদৰে চাবৰ কাৰণে বিজয় লৰালৰিকৈ

আগুৱাই গ'ল । এইবাৰো তেওঁ নেদেখিলে । অস্পষ্টভাৱে যিটো অৱয়ব তেওঁৰ চকুৰ আগৰ পৰা ছাটকৈ হেৰাই গহন হাবিত লুকাই গ'ল, তেওঁ শিহৰিত হৈ পৰিল । সম্পূৰ্ণ বন্য সাজেৰে সজ্জিতা এটা ওখ নাৰী মূৰ্ত্তি । দীঘল চুলিকোছাৰ মূৰৰ ওপৰত সেয়া মুকুটৰ বাহিৰে আন একো হ'ব নোৱাৰে । অতি আশ্চৰ্য্য আৰু পৰম কৌতূহলী হৈ দুৰ্গম পাহাৰৰ মাজৰ ডাঠ অৰণ্যৰ মাজত আচম্বিতে দেখা নাৰীমূৰ্ত্তিৰ কথা বিজয়ে ভাবিবলৈ ধৰিলে আৰু নিজৰ অজ্ঞাতেই এখুজি দুখুজিকৈ অৰণ্যত প্ৰৱেশ কৰিবলৈ উদ্যত হ'ল ।

ঠিক তেনে সময়তেই বাঘটোৰ প্ৰচণ্ড হুঙ্কাৰে বিজয়ৰ গতি ৰুদ্ধ কৰি দিলে । সেই হুঙ্কাৰ ইমানেই ডাঙৰ আৰু কৰ্ণ-বিদীৰ্ণ কৰা ধৰণৰ আছিল যে বিজয়ৰ অন্তৰাত্মা কঁপি উঠিল আৰু বাঘটোৰ সন্ধানত চাৰিওপিনে সচকিত দৃষ্টি নিক্ষেপ কৰিলে । কিন্তু বাঘটো চকুৰ আঁৰত আছিল ; সেই কাৰণে তাক দেখা নগ'ল । একো নেদেখিলে যদিও কিবা এটা অজান আশঙ্কাত তেওঁ অৰণ্যৰ ভিতৰলৈ প্ৰৱেশ নকৰিলে । বাঘটোৱে তাৰ অব্যক্ত ভাষাৰ গোজৰণিৰে বিজয়ক বাধা প্ৰদান কৰিছে ।

অৰণ্যৰ অভ্যন্তৰৰ পথ পৰিহাৰ কৰি বিজয় ঘূৰি আহি সেই পৰি থকা বন্য মানুহটোলৈ আকৌ এবাৰ চালে । অনুমান কৰিলে, মানুহটো বোধকৰো মৰা নাই । বিজয়ে বুজিলে, ইয়াত আৰু বেছি সময় থকা উচিত নহয় । গছজোপাৰ ওচৰলৈ আহি পানী খাই বেগটো পিঠিত ওলোমাই হাতত লাঠিডাল লৈ আকৌ যাত্ৰা আৰম্ভ কৰিলে । ক্ৰমাৎ ওপৰলৈ উঠি যোৱা পাহাৰ । কিন্তু কোনো ৰাস্তা নাই । তেনে সময়তে বিজয়ৰ সমস্যা সমাধান কৰিবলৈ সম্মুখৰ কিছু আঁতৰত বাঘটোৰ দৰ্শন মিলিল । এইবাৰ বাঘটোৱে কোনো ধৰণৰ লুকা-ভাকু খেলা নাই । সম্পূৰ্ণ শৰীৰেৰে সম্মুখত উপস্থিত হৈ আছে । ইমানদিনে ফট্‌ফটীয়াভাৱে পূৰ্ণ অৱস্থাত তেওঁ বাঘটো দেখা নাছিল । এতিয়া দেখি আতঙ্ক মিশ্ৰিত আশ্চৰ্য্য ভাৱ অনুভৱ কৰিলে । সঁচাকৈয়ে এটা ডাঙৰ আৰু শক্তিশালী বাঘ । এনেকুৱা এটা জন্তু পথ প্ৰদৰ্শক আৰু সহায় হিচাপে থাকিলে ভয়ৰ কোনো কাৰণ থাকিব নোৱাৰে ।

বাঘটোৰ উপস্থিতিত অলপ আগতে মনলৈ অহা ভয় আৰু আশঙ্কাৰ ভাৱ নিমিষতে নাইকিয়া হৈ গ'ল । তেওঁৰ লক্ষ্যস্থান পোৱাত

তেওঁৰ কোনো ধৰণৰ ভয় নাই বুলি নিশ্চিত হ'ল।

এতিয়া বাঘটোৱে খুব লাহে লাহে হাবিৰ জঙ্ঘল ফালি পাহাৰৰ ওপৰলৈ উঠি যাবলৈ ধৰিছে। তাৰ খোজ স্বাভাৱিকভাৱেই মন্থৰ আৰু সি উঠি যাওঁতে ঘনে ঘনে বিজয়লৈ ঘূৰি ঘূৰি চাই গৈ আছে। তেনে অৱস্থাত বিজয়ো খুব ধীৰ গতিত আগবাঢ়ি যাবলৈ ধৰিলে।

এনেতে হঠাৎ কাষৰ হাবিখনৰ পৰা ভাঁহি অহা এটা ভয়াবহ আৰ্তনাদে বিজয়ক ভীষণভাৱে চক খুৱাই দিলে। তেওঁ ৰৈ দিলে আৰু কাণ দুখন থিয় কৰি শব্দ অহাৰ পিনে সজাগ দৃষ্টি নিক্ষেপ কৰিলে। যদিও সেই অৰণ্যৰ গছ-গছনিৰ ওপৰত সূৰ্য্যৰ প্ৰখৰ ৰশ্মি পৰিছিল, তাৰ গভীৰতাৰ মাজত কি ঘটিছে বা অৰণ্যৰ গুপ্ত অন্ধকাৰচ্ছন্ন পৰিবেশত কিহৰ বিভীষিকা চলিছে তাৰ আভাষ পোৱাৰ কোনো উপায় নাছিল। অদূৰৰপৰা ভাঁহি অহা পুৰুষৰ তীব্ৰ আৰ্তনাদৰ পিছতেই এটা নাৰী কণ্ঠৰ অট্টহাঁহিয়ে আকৌ গোটেই পৰ্বত আৰু অৰণ্যত প্ৰৱল আলোড়ণৰ সৃষ্টি কৰিলে। আতঙ্কত শিহৰিত হৈ বিজয়ৰ সৰ্বশৰীৰৰ নোম ডাল ডাল হৈ পৰিল। এনে অৱস্থাত একমাত্ৰ আৰু পৰম আশ্ৰয় স্থল সম্মুখত গৈ থকা বাঘটোলৈ চালে। হাবি-বন বিদীৰ্ণ কৰি সৃষ্টি হোৱা এই পৰিবেশত বাঘটোও থমকি ৰৈ গৈছিল। সি পিছলৈ ঘূৰি বিজয়লৈ চাইছিল আৰু ঘনে ঘনে অৰণ্যৰ যিটো দিশৰ পৰা পুৰুষ কণ্ঠৰ আৰ্তনাদ আৰু নাৰী কণ্ঠৰ বিভীষিকাময় অট্টহাস্য আহিছিল সেই ফালৈলে চাইছিল। বিজয়ৰ ভৰি ইমানহে জঠৰ হৈ পৰিছিল যে দুখোজ আগবাঢ়ি গৈ বাঘটোৰ কাষ চপাৰ শক্তিও হেৰুৱাই পেলাইছিল।

এনেদৰে ক্ষন্তেক সময় আৰ্তনাদ আৰু হাঁহিৰ খিল্‌খিলনি শুনাৰ পিচত এটা সময়ত হাবিৰ পৰা অহা মৰণ-কাতৰ চিঞৰ বন্ধ হৈ গ'ল; কিন্তু নাৰী কণ্ঠৰ হাঁহি কিছুসময়লৈ চলি থাকিল। এটা সময়ত সেয়াও বন্ধ হ'ল। কিন্তু এইবাৰ বিজয়ক অধিক বিস্ময়াভিভূত কৰি অৰণ্যৰ গভীৰতাত থকা সেই অদৃশ্য নাৰীৰ কণ্ঠৰ পৰা কান্দোনৰ ৰোল ভাঁহি আহিল। ক্ষন্তেক আগতে অট্টহাঁহিৰে গোটেই অৰণ্য ৰজনজনাই দি পিছ মুহূৰ্ততেই বিলাপ সুৰেৰে কন্দা, এই ৰহস্যময়ী নাৰী কোন ? কিছু আগতে চকামকাকৈ দেখা মূৰত সোণৰ মুকুট পৰিহিতা এই অৰণ্যকামিনী আচলতে কোন ? কোনোবা ৰাজ্যৰ ৰাণী নেকি ? কিন্তু কোনো এখন ৰাজ্যৰ সামান্যতম চিন-মোকামোতো ইয়াত নাই। কোন

তেনেহলে এওঁ, যি হাঁহি আৰু কান্দোনেৰে গোটেই হাবি আৰু পৰ্বত ৰহস্যময় কৰি পেলাইছে ? কোনে এই ৰহস্যৰ সন্ধান দি বিজয়ৰ মনৰ খুদুৱনি মাৰিব ? বাঘটোৱে যদি কথা ক'ব পাৰিলেহেঁতেন ! হয়তো সি সকলো কথাই জানে, কিন্তু কথা কোৱাৰ শক্তি তাৰ নাই ।

বিজয়ে এই ৰহস্যসনা ডাঙৰ কৌতূহলটো চৰিতাৰ্থ কৰিব নোৱাৰিলে । পাৰিব কেনেকৈ ? বাঘটোও যদি সেই চিঞৰ আৰু কান্দোন বিচাৰি অৰণ্যত সোমালহেঁতেন, তেতিয়া বিজয়ো পিচে পিচে গৈ এই ৰহস্যৰ সূত্ৰ বিচাৰিবলৈ চেষ্টা কৰি চালেহেঁতেন । কিন্তু বাঘটোৱে নাৰী কণ্ঠৰ সেই কান্দোনৰ শব্দৰ পিনে দুবাৰমান চাই কাণ থিয় কৰিলে আৰু তাৰপিচত বিজয়লৈ চাই আকৌ সম্মুখৰ লুংলুঙীয়া হাবিৰ মাজেদি যাবলৈ আৰম্ভ কৰিলে । গতিকে তেৱোঁ বাঘটোক অনুসৰণ কৰি যাবলৈ ধৰিলে । কিছুদূৰ যোৱাৰ পিছত সেই নাৰী কন্দোনৰ স্বৰ লাহে লাহে ক্ষীণ হৈ এসময়ত অৰণ্যৰ গভীৰতাৰ মাজত বিলীন হৈ গ'ল । গৈ থাকোতে কিন্তু মনৰ ভিতৰত সৃষ্টি হোৱা প্ৰশ্ন বাৰে বাৰে উদয় হ'বলৈ ধৰিলে । কোন এই নাৰী ?

বিজয়ৰ জীৱনত এনে অৱস্থা খুব কমেইহে সাৰি গৈছে, য'ত তেওঁ অতি ক্ষুদ্ৰ কৌতূহলো নিবৃত্ত কৰা নাই । প্ৰত্যেকটো ঘটনাৰ শেষটো জনাৰ পিচতহে তেওঁ মনৰ স্বস্তি বিচাৰি পাইছে । কিন্তু এতিয়া ঘটনাৰ পৰিস্থিতিত পৰি তেওঁ মনৰ কৌতূহল মনতেই মাৰ নিয়াবলৈ বাধ্য হ'ল । তেওঁৰ এই দুৰূহ অভিযানৰ চৰম পৰ্য্যায়ত যিকোনো অবান্তৰ কৌতূহলে যদি লক্ষ্যস্থানৰ পৰা তেওঁক বহুত দূৰলৈ আঁতৰাই লৈ যায়, তেন্তে ইয়াতকৈ চৰম দুৰ্ভাগ্য আন একো হ'ব নোৱাৰে । এনে পৰাজয়ৰ পিচত মৃত্যুক বাছি লোৱাৰ বাহিৰে বিকল্প পথ নেথাকিব । তেতিয়া বাচি থাকি কৰিব কি বা বাচি থাকিব কাৰ কাৰণে ?

প্ৰায় দুঘন্টা কাল এনেদৰে গৈ থাকিবলৈ ধৰিলে । পাহাৰটোৰ পথ মাজে মাজে ওপৰলৈ গৈছে, মাজে মাজে আক' নামিও গৈছে । এতিয়া বাটত কোনো ধৰণৰ বাধা-বিঘিনি নাই । বাঘটোৱে বাট উলিয়াই যিধৰণে গৈছে, বিজয়ো তেনেধৰণে যাবলৈ ধৰিলে । একেবাৰে নিজম হাবি-বননি আৰু পাহাৰ । চৰাই-চিৰিকটিৰ মাতো বৰকৈ শুনা নেযায় । বাটত সৰু-ডাঙৰ কোনোধৰণৰ জন্তু-জানোৱাৰৰ চিনো দেখা পোৱা নগ'ল । হঠাৎ দুই এটা বগা বৰণৰ কেৰ্কেটুৱা গছৰ ডালে ডালে

বগাই যোৱাৰ বাহিৰে অন্য কোনো উল্লেখনীয় হিংস্র জন্তু বিজয়ৰ চকুত নপৰিল। যিমানেই আগবাঢ়ি গৈ আছে, সিমানেই বিজয়ৰ অনুমান দৃঢ় হৈ আহিছে যেন কোনো মানুহ এই পাহাৰৰ ওপৰেদি অহা-যোৱা নকৰে।

এনেদৰে একেলেথাৰিয়ে আহি থাকি মাজে মাজে বৈ বিজয়ে পানী খাই সামান্য জিৰাই শ্রান্তি দূৰ কৰি লৈছে। যেতিয়া বিজয়ে বৈ দিয়ে, তেতিয়া সিও বৈ দিয়ে। তাৰ যেন ভোক-পিয়াহ একো নাই। এই ৰহস্যজনক বাঘটোৰ কথা ভাবিবলৈ বিজয়ে কেতিয়াবাই এৰি দিলে। এতিয়া মাত্র এটা কথাই জানে যে বাঘটোক অনুসৰণ কৰি যোৱাৰ বাহিৰে গত্যন্তৰ নাই। এইটো যেন বিধাতাৰ এটা অমোঘ নিৰ্বন্ধ-বিধান।

বেলিটো পশ্চিমৰ পিনে লহিয়াবলৈ ধৰিলে। পাহাৰৰ গছ-গছনিৰ পাতবোৰ কঁপাই কঁপাই এটা মৃদু ঠাণ্ডা বতাহ আহিবলৈ ধৰিছে। দিনটো ভটিয়াই যোৱাৰ লগে লগে ঠাণ্ডাৰ সোঁত – হিম প্রৱাহ ববলৈ ধৰিব, বিজয়ে জানে। ৰাতি বাঢ়ি অহাৰ লগে লগে পাহাৰ আৰু উপত্যকাৰ ডাঠ বৰফ আৰু অত্যন্ত ঠাণ্ডা বতাহে যে শৰীৰৰ হাড় কঁপাই দিব এই কথাও বিজয়ে নজনা নহয়। অৱশ্যে গৰম কাপোৰ, টুপী আদি বিজয়ৰ আছে কাৰণে প্রচণ্ড ঠাণ্ডাৰ বাবে বিজয় অকণো চিন্তিত নহয়।

কিন্তু এইটো মুহূৰ্তত বিজয়ৰ ভোকহে লাগিছে। ৰাতিপুৱা জলপান খোৱাৰ পিছত একেৰাহে একেগতিত আহি আছে। মাজে মাজে বৈ পানী খোৱাৰ বাহিৰে ক'তো বেছি সময় ৰোৱা নাই। বাঘটোৱে ক্ষন্তেক সময় ৰ'বলৈও সুযোগ দিয়া নাই। কিবা এটা অজ্ঞাত কাৰণত সি বৈ দিয়া নাই। হাবি ফালি ফালি সম্মুখৰ পিনে গৈয়ে আছে। কিন্তু এতিয়া এনে এটা অৱস্থা আহি পাইছেহি– ক'ৰবাত বৈ মোনাত থকা জলপান উলিয়াই খাই অলপ সময় জিৰাই নললে এনেদৰে গৈ থকাটো বিজয়ৰ পক্ষে অসম্ভৱ। অথচ বাঘটো ৰোৱা নাই। নিশ্চয় কিবা এটা গুৰুতৰ কাৰণ আছে, যিহৰ কাৰণে বাঘটো অলপো ৰ'ব খোজা নাই।

এঘণ্টামানৰ পিচত বাঘটো পাহাৰটোৰ পৰা তললৈ নামি যাবলৈ ধৰিলে। এতিয়া ইয়াৰ পৰা নামি বেলেগ পথেৰে আগবাঢ়িব লাগিব। ইতিমধ্যে এই ঠাণ্ডাতো বিজয়ৰ শৰীৰৰ পৰা ঘাম ববলৈ আৰম্ভ

কৰিছে। কিন্তু খোজ স্তব্ধ কৰাৰ কোনো উপায় নাই।

কিন্তু সকলো প্ৰক্ৰিয়াৰে এটা শেষ থাকে। এই দুৰ্বাৰ অবৰোহিত গতিৰো এটা সময়ত অন্ত পৰিল। পাহাৰটোৰ পৰা নামি বিস্তীৰ্ণ সমতল ভূমিত পদাৰ্পণ কৰাৰ লগে লগে বিজয়ে এটা স্বস্তিৰ নিশ্বাস পেলালে। দুই পাহাৰৰ মাজৰ শ্যামল উপত্যকা আৰু তাৰ মাজেৰে বৈ যোৱা এখন শীৰ্ণ নদীয়ে সৃষ্টি কৰা অপৰূপ প্ৰাকৃতিক শোভাই বিজয়ৰ মন হৰ্ষোল্লাসিত কৰি তুলিলে। পশ্চিম আকাশৰ বেলিৰ শেষ ৰেঙণিয়ে এই দৃশ্যক অধিক স্বৰ্গীয় আৰু মনোমোহা কৰিছে। বিজয়ৰ ভোক পিয়াহ যেন ক'ৰবাত হেৰাই গ'ল। নিবিড়ভাৱে অনুভৱ কৰিবলৈহে এই সৌন্দৰ্য্যৰ সৃষ্টি।

বিজয়ৰ এই তন্ময়তা হঠাৎ ভাগি গ'ল যেতিয়া সমতলৰ এটা অংশৰ পৰা বাৰে বাৰে প্ৰচণ্ড হুঙ্কাৰেৰে বাঘটোৱে মাতি থাকিবলৈ ধৰিলে। সম্বিত ঘূৰাই পাই বিজয়ে আকৌ খোজ চলালে সেই পিনে, যিপিনে বাঘটোৱে বিজয় অহালৈ বাট চাই আছিল।

এঘণ্টামানৰ পিচত বেলি পশ্চিম আকাশত মাৰ যাব। সন্মুখৰ লক্ষ্য স্থানৰ পিনে গৈ থাকিলে বোধকৰো বাটতে সাঁজ লাগিব আৰু তেতিয়া হয়তো ৰাতিটো কটোৱাৰ কোনো সুবিধা পোৱা নেযাব। সম্ভৱ এই কথা বাঘটোৱে জানে আৰু সেইকাৰণে সি অগ্ৰসৰ নহৈ আশ্ৰয় স্থল বিচাৰি এনেদৰে গৈ আছে। কোনো ধৰণৰ দ্বিধাবোধ জড়তা নেদেখুৱাই বিজয় তাৰ পিছে পিছে যাবলৈ ধৰিলে। পাহাৰৰ নামনিয়েদি এনে দৰে বেছ কিছুসময় যোৱাৰ পিছত পাহাৰটো ঘূৰাৰ লগে লগে আচৰিত হৈ বিজয়ে দেখিলে এখন বিস্তীৰ্ণ সমতলৰ একাষত এটা বৌদ্ধ মঠ আৰু তাৰ কাষত দুই তিনিটামান ঘৰ। জনপ্ৰাণী নোহোৱা ঠাইত এটা মঠ। বৰ আচৰিত হ'ল বিজয়। মঠত নিশ্চয় লামা বা পুৰোহিত ধৰণৰ কোনোবা আছে।

আচৰিত কথা বাঘটোৱেও মঠৰ পিনে গতি কৰিয়ে গৈ আছে। মঠটো ভালকৈ দৃষ্টিগোচৰ হোৱাত দূৰৈৰ পৰা বিজয়ে মন কৰিলে ভিতৰৰ পৰা এটা পোহৰ আহিছে। বোধকৰো চাকিবন্তি জ্বলি আছে। পাহাৰৰ নামনিত সমতলৰ নিৰ্জন স্থানত মঠটো বেছ প্ৰাচীন। ইয়াৰ বেৰবোৰ মজবুত শিলেৰে তৈয়াৰী। মস্ত মস্ত শিলৰ ছটাবোৰৰ ওপৰত কোনো ৰং নাই। মঠটোৰ চৌহদৰ চাৰিওপিনে শিলেৰে গঁথা

বেৰখনো শক্তিশালী। এই মঠটো নিশ্চয় কেইবা শ বছৰৰ পুৰণি হ'ব। মঠৰ বেৰ আৰু চৌহদৰ বেৰত ডাঠ শেলুৱৈ বিদ্যমান। কিন্তু কোন আছে ইয়াত ?

বাঘটো পোনে পোনেই গৈ চৌহদত প্ৰৱেশ কৰি মঠৰ প্ৰৱেশ পথত বৈ দিলে। জনপ্ৰাণী থকাৰ কোনো চিন নাই। চৌহদৰ বাহিৰত বিজয়ো ৰ'ল। এতিয়া কি কৰা যায় ভাবিবলৈ ধৰিলে।...... তেনেতে বাঘটোৱে এটা গোজৰণি মাৰিলে যাৰ শব্দ মঠৰ ভিতৰত ঠেকা খাই প্ৰতিধ্বনিত হৈ গুম্‌গুমাই উঠিল। কিছু সময় মনে মনে থকাৰ পিছত সি আকৌ গুজৰি উঠিল।

এইবাৰ বিজয়ে অনুমান কৰিলে ভিতৰত কোনোবা জনপ্ৰাণী আছে। বিজয়ে চৌহদৰ ভিতৰত প্ৰৱেশ কৰি বাঘটো বৈ থকা ঠাইৰ পৰা কিছু আঁতৰত থিয় হৈ কৌতূহলী চকুৰে মঠৰ দুৱাৰমুখলৈ চালে।

এনেদৰে কিছুসময় চাই থকাৰ পিছত যি দেখিলে বিজয় আচৰিত হৈ পৰিল। তেওঁ দেখিলে, এজন কঁকাল পৰা আলৰ বুঢ়া লামা ওলাই আহিছে। হাতত এডাল লাঠি আৰু গেৰোৱা বস্ত্ৰ গাত মেৰিয়াই অতি থৰক বৰককৈ আহিছে। কিন্তু বিজয় বেছি আচৰিত হ'ল, যেতিয়া দেখিলে সেই লামা বুঢ়াক ধৰি ধৰি লৈ আনিছে দীৰ্ঘাঙ্গী শৰীৰৰ কমনীয়া মুখৰ এগৰাকী বগা বৌদ্ধ ভিক্ষুণীয়ে। সৰ্বশৰীৰ গেৰোৱা বসনেৰে আবৃত সেই ভিক্ষুনাৰীৰ বয়স অনুমান কৰা কঠিন।

মঠৰ দুৱাৰমুখলৈ আহি বুঢ়াই ঘোলা চকুযোৰেৰে বাহিৰলৈ চাৰিওপিনে চাই শেষত প্ৰায় সম্মুখত বহি থকা প্ৰকাণ্ড বাঘটোলৈ তেওঁৰ চকু পৰিল। ভিক্ষু নাৰীয়েও অবাক হৈ বাঘটোলৈ চালে আৰু সি কিবা অন্যায় কৰে বুলি ভয় কৰি বুঢ়াৰ বাহু এটাত খামোচ মাৰি ধৰি আকৌ ভিতৰলৈ উভতি যাব খুজিলে। কিন্তু বুঢ়াই অকণো লৰচৰ নকৰি ভিক্ষুণীক কিবা এটা ক'লে। বহি থকা বাঘটোলৈ বুঢ়া লামাই কিছুসময় চাই থকাৰ পিছত তেওঁৰ ওঁঠত এটা হাঁহি বিৰিঙি উঠা বুলি বিজয়ে অনুমান কৰিলে। তাৰপিচত কঁকালত হাতখন দি তেওঁ চৌহদৰ বাহিৰলৈ দৃষ্টি নিক্ষেপ কৰি চাবলৈ ধৰিলে। বাহিৰত বৈ থকা বিজয়ৰ অবয়বটো যেন বুঢ়াৰ দৃষ্টিত অস্পষ্টকৈ ধৰা পৰিল। থৰক-বৰক শৰীৰেৰে লাঠিডাল জোকাৰি বিজয়ক উদ্দেশ্য কৰি বুঢ়াই চিঞৰি কিবা এটা কৈছে। কিন্তু ভগা ভগা স্বৰৰ বুঢ়াৰ কথাবোৰ বিজয়

বুজিবলৈ অপাৰগ হ'ল।

বিজয় নিজেও দোধোৰ মোধোৰ অৱস্থাত পৰিছে। অত্যন্ত নিৰ্জন স্থানত অৱস্থিত প্ৰাচীন মঠ। আলৰ তাতে আৰু এগৰাকী বৌদ্ধ ভিক্ষুণী। বিজয়ৰ গোটেই পৰিবেশটো বেছ ৰহস্যঘেৰা যেন লাগিছে। মঠত সোমোৱা উচিত হ'ব নে নহয় তেওঁ ভাবিবলৈ ধৰিলে। সোমালে জানোচা কিবা ডাঙৰ বিপদেই ঘটে! মঠৰ ভিতৰত কি ৰহস্য লুকাই আছে কোনে জানে! কিন্তু সন্দেহ কৰিবলৈ তেনেকৈ কোনো ধৰণৰ দেখ্ দেখ্ প্ৰমাণো তেওঁ বিচাৰি নেপালে। ভাবিলে, বাঘটোৱেই দেখোন তেওঁক বাট দেখুৱাই লৈ আনি মঠৰ চৌহদত থিয় কৰাইছে। বাঘটোৱে নিজেই সি অহাৰ জাননী দি গোজৰণি মাৰিছে। তাৰ গোজৰণি শুনি ভিতৰৰ পৰা বুঢ়া আৰু নাৰী ভিক্ষুণী ওলাই আহিছে। আৰু এটা কথা – বাঘটো দেখি বুঢ়াৰ চকুত কোনো ধৰণৰ ভীতি-চাৱনি নাছিল। বৰং তেওঁৰ চকুৱে-মুখে ফুটি উঠিছিল এটা নিশ্চিন্ত আৰু স্নেহৰ ভাব। ইও এটা ৰহস্যৰ বিষয়। বুঢ়া লামাই বাঘটোক চিনি পায়নেকি? কিন্তু ভিক্ষুণীয়ে ভয় কৰিছিল! ইয়াৰেই বা কাৰণ কি? এইবোৰ চিন্তাই মনত তোলপাৰ লগোৱাত তেওঁ ভীতি মিহলি দৃষ্টিৰে স্থিৰ হৈ বুঢ়া আৰু ভিক্ষুণীলৈ চাই থাকিবলৈ ধৰিলে।

বিজয়ে অকণো লৰচৰ নকৰা দেখি এইবাৰ বুঢ়াই ভিক্ষুণীক কিবা এটা ক'লে। তেতিয়া ভিক্ষুণীয়ে বুঢ়াক ধৰি ধৰি ভিতৰলৈ লৈ গ'ল ইয়াৰ কাৰণ বিজয়ে নুবুজিলে। অপলক দৃষ্টিৰে চাই থাকোতে বাঘটো কেতিয়া আৰু ক'লৈ গ'ল বিজয়ে গম নেপালে। তেতিয়া বাঘটো নোহোৱা দেখি তেওঁৰ ভয় লাগিল আৰু অসহায় যেন অনুভৱ কৰিলে। কিন্তু এনেদৰে বিজয়ে বেছি সময় ৰৈ থাকিব লগা নহ'ল।

এইবাৰ বিজয়ে আচৰিত হৈ দেখিলে ভিতৰৰ পৰা বেছ ক্ষিপ্ৰতাৰে সেই নাৰী মূৰ্তি ওলাই আহিছে আৰু অকণো ইতঃস্তত নকৰি তেওঁ খৰধৰকৈ আহি মঠৰ চৌহদৰ বাহিৰত ৰৈ থকা বিজয়ৰ সন্মুখত থিয় হ'ল। এই ভিক্ষুণীয়ে কি আদেশ লৈ আনিছে?

কিন্তু আচৰিত কথা। কোনো আদেশ প্ৰদান নকৰি ভিক্ষুণীয়ে এটা নিস্পৃহ অথচ মৰমসনা দৃষ্টিৰে বিজয়ৰ চকুলৈ চালে। বগা, লাহী, ওখ কমনীয় মুখৰ এই নাৰী মূৰ্তিয়ে কি ক'ব বিচাৰিছে বিজয়ে অকণো বুজি নাপালে। নাৰী মূৰ্তিৰ চকুৱে মুখে যেন মমতাৰ এটা অব্যক্ত

ভাষা সঞ্চাৰিত হৈছে, যি ভাষা এই মুহূৰ্তত বিজয়ৰ কাৰণে সম্পূৰ্ণ অবোধ্য। গাৰ কাষতে থিয় হৈছে, অথচ মুখেৰে একো কথা কোৱা নাই। অৱশেষত চৰম কৌতূহল দমন কৰিব নোৱাৰি ভয়ে ভয়ে বিজয়ে তিব্বতী ভাষাত সুধি পেলালে- "কি হৈছে ? নেমাতা কিয় ? কি ক'ব বিচাৰিছা ?"

বিজয়ৰ ভঙা ভঙা তিব্বতী ভাষা ভিক্ষুণীয়ে নিশ্চয় বুজি পাইছিল। কাৰণ ভিক্ষুণীয়ে হালধীয়া দাঁতকিটা উলিয়াই হাঁহি কিবা এটা ক'বলৈ মুখ মেলিলে। কিন্তু বিজয় হতবাক হৈ পৰিল যেতিয়া দেখিলে নাৰীয়ে কিবা এটা ক'বলৈ আপ্ৰাণ চেষ্টা কৰা সত্ত্বেও তেওঁৰ মুখেদি কোনো কথাই ওলোৱা নাই। মুখেদি মাত্ৰ কিছুমান বুজিব নোৱাৰা শব্দ ওলাল আৰু বাৰে বাৰে মঠৰ পিনে হাতখন দেখুৱাবলৈ ধৰিলে। বৰ বেয়া লাগি গ'ল বিজয়ৰ। মানুহজনী দেখাত ইমান সুন্দৰ, অথচ মুখেৰে কথা ক'ব নোৱাৰে– বোবা। এটা দুখৰ চাৱনিৰে বিজয়ে ভিক্ষুণীলৈ চালে। কিন্তু তেতিয়াও তেওঁ গোঁ-গোঁকৈ মুখেৰে শব্দ কৰি মঠলৈ দেখুৱাবলৈ ধৰিলে আৰু এবাৰ বিজয়ৰ হাতখনত ধৰি মঠৰ পিনে আগবাঢ়িবলৈ ধৰিলে।

এতিয়া বিজয়ে বুজিলে বুঢ়া লামাই বিজয়ক মঠৰ ভিতৰলৈ সোমাবৰ কাৰণে ক'বলৈ এই ভিক্ষুণীক পঠিয়াইছে। এইবাৰ বিজয়ে মনৰ সকলো জড়তা বা ভয়-ভীত পৰিত্যাগ কৰি নিশ্চিন্ত হৈ মানুহজনীৰ লগে লগে গৈ মঠৰ দুৱাৰমুখ পাই জোতাযোৰ খুলি সুদা ভৰিৰে মঠত প্ৰৱেশ কৰিলে।

সোমায়ে মাজৰ ডাঙৰ ঘৰটো চকুত পৰিল। এইটোৱেই মূল ঘৰ। দুৱাৰখনৰ বাহিৰেও দুয়ো কাষে দুখন খিৰিকী আছে। খিৰিকী নকৈ শিল কাটি উলিওৱা জলঙা বুলিহে কোৱা উচিত হ'ব। সেই জলঙাৰ কাষেদিয়ে ভিক্ষুণীয়ে ভিতৰৰ অজ্ঞাত প্ৰকোষ্ঠলৈ বিজয়ক লৈ গৈছে। সেইফালেদি যাওঁতে জলঙাইদি দেখিলে ভিতৰৰ মূল ঘৰটোৰ প্ৰায় মাজত বুদ্ধৰ এটা শায়িত মূৰ্তি এখন ওখ বেদীৰ ওপৰত আছে। সেই বিৰাট মূৰ্তিটোৰ চাৰিওকাষে অলেখ চাকি জ্বলি আছে। ধূপৰ সুবাসো ওলাই আহিছে। অজানিতে ভক্তিৰ এটা গদ্‌গদ্ ভাব বিজয়ৰ অন্তৰত জাগি উঠিল।

মূল ঘৰটোৰ কাষৰ শিলৰ বাৰাণ্ডাইদি কিছুদূৰ যোৱাৰ পিছত

পিচফালে গুহাৰ দৰে এটা কুঠৰী। তাৰ লৈকে ভিক্ষুণীয়ে বিজয়ক আনিছে। কুঠৰীটোৰ দুৱাৰমুখ ইমান চাপৰ যে মূৰটো দোঁৱাইহে সোমাব লাগে। ভিক্ষুণী সোমাল। পিছে পিছে বিজয়ো সোমাল। সোমায়ে দেখিলে এখন চাপৰ খাটৰ ওপৰত পাৰি থোৱা বিছনাৰ ওপৰত বৃদ্ধ লামা বহি আছে।

তেওঁ বিজয়লৈ ঘোলা চকুৰে চালে। বিজয়ে এটা নমস্কাৰ কৰিলে। বুঢ়াই একো নেমাতি কাষত থকা এখন চাপৰ আসনত বিজয়ক বহিবলৈ হাতেৰে ইঙ্গিত দিলে। পিঠিত থকা বেগটো মাটিত নমাই থৈ আসনখনত বহিবলৈ পাই বিজয়ে স্বস্তি আৰু আৰাম অনুভৱ কৰিলে। গোটেই দিনটো খোজকাঢ়ি অহাৰ পিছত ক'তো বহিবলৈ বা জিৰাবলৈ সুযোগ পোৱা নাছিল। বেছ ক্লান্তি অনুভৱ কৰিছিল। এতিয়া বহিবলৈ পাই এটা ডাঙৰ সকাহ পালে।

বুঢ়াই তেতিয়াও মুখেৰে একো কথা কোৱা নাই। তেতিয়াও তেওঁ ঘোলা অথচ তীক্ষ্ণ দৃষ্টিৰে বিজয়ৰ মূৰৰ পৰা ভৰিলৈকে বাৰে বাৰে চাই আছে। বৃদ্ধৰ এনে অন্তৰ্ভেদী দৃষ্টিত বিজয়ে অস্বস্তি অনুভৱ কৰিবলৈ ধৰিলে। তাৰপিচত বৃদ্ধই ভিক্ষুণীলৈ চাই মুখৰ ভিতৰতে কিবা এটা ক'লে। লগে লগে ভিক্ষুণী ওলাই গ'ল। বৃদ্ধ আৰু বিজয় তেতিয়াও মনে মনে আছে। বুঢ়াই কোনো কথা কোৱা নাই। ইপিনে বিজয়ৰ উচ্পিচনিত থাকিব নোৱাৰা অৱস্থা হৈ পৰিছে। এনে উৎকণ্ঠা মানুহে জীৱনত খুব কমেইহে পায়।

অলপ পিছতেই আকৌ সেই ভিক্ষুণীৰ প্ৰৱেশ ঘটিল। হাতত বৃহৎ শিলৰ বাতি। তাত পানী আছে। বিজয়ে হাত পাতি ল'লে। বৰ পিয়াহ লাগিছিল তেওঁৰ। তথাপি ঘপহকৈ খাবলৈ তেওঁ সামান্য ইতঃস্তত কৰিলে। তাকে দেখি বুঢ়াই হাতখন জোকাৰি খাবলৈ ইঙ্গিত দিলে।

পানীখিনি ঢক্ঢককৈ খাই বিজয়ে এনেকুৱা তৃপ্তি পালে যে হতাশ আৰু ভাগৰ যেন নিমিষতে নাইকিয়া হৈ গ'ল। এয়া সাধাৰণ পানী নহয় বুলি তেওঁ বুজি পালে। ইয়াৰ ভিতৰত নিশ্চয় এনে এটা ক্লান্তিনাশক পদাৰ্থ আছে তেওঁৰ শৰীৰটো বেছ তজবজীয়া হৈ পৰিল। তেতিয়া বৃদ্ধ লামাই বিজয়লৈ এটা অপত্য স্নেহৰ দৃষ্টিৰে চাই আছিল। তেওঁৰ মুখত এটা হাঁহিও বিৰিঙি উঠিছিল। তথাপি বুঢ়াৰ মুখত

কোনো কথা-বতৰা নাই। তেতিয়াও বিজয়ৰ উৎকণ্ঠাৰ উপসম ঘটা নাই।

অৱশেষত মনৰ চঞ্চলতা আৰু উৎকণ্ঠা ধৰি ৰাখিব নোৱাৰি ভঙা ভঙা তিব্বতীৰে বিজয়ে ভয়ে ভয়ে সুধিলে– "আপুনি মুখেৰে নেমাতে কিয় ? ৰাতি মোক ইয়াত থাকিবলৈ দিবনে ? আপুনি কিমান দিন ইয়াত আছে ?"

বুঢ়াই বিজয়ৰ কথা বুজি পালে নে নাই সি সন্দেহৰ বিষয়। তথাপি তেওঁ এটা হাঁহিৰে সোলা মুখত কিবা এটা কৈ উত্তৰ দিলে যদিও বিজয়ে একো বুজিব নোৱাৰিলে। আকৌ বিজয়ে প্ৰশ্ন কৰিব খুজিলে। কিন্তু বুঢ়াই হাত দাঙি বাধা দি ওচৰত বৈ থকা ভিক্ষুণীক 'ভোৰ্‌ভোৰাই আকৌ কিবা এটা ক'লে।

তেতিয়া মানুহজনীয়ে সন্ত্ৰম হৈ বিজয়ৰ ওচৰলৈ আহি তেওঁৰ হাতখনত ধৰিলে আৰু আন এটা কোঠালৈ যাবৰ কাৰণে ইঙ্গিত দিলে। বিজয়ৰ কাৰণে গোটেই কথাবোৰ বৰ ৰহস্যজনক হৈ পৰিছে। কিন্তু ভাবি কোনো পাৰ পাব নোৱাৰি। শেষত ভাগ্যৰ হাতত নিজক এৰি দি তেওঁ ভিক্ষুণীৰ পিচে পিচে গ'ল আৰু আন এটা কোঠাত প্ৰৱেশ কৰিলে। তাৰো দুৱাৰখন চাপৰ। সেই কোঠাৰ ভিতৰতে এখন বিছনা আছে। কাষত এখন খিৰিকী, তেতিয়াও খোলা অৱস্থাত আছে। কোঠাটোত সোমায়ে বিজয়ে খিৰিকীৰে বাহিৰলৈ চাই পঠালে। অদূৰত পাহাৰখন আৰু তাৰ নামনিত এখন বিস্তীৰ্ণ সমভূমি।

এটা স্বস্তিৰ নিঃশ্বাসেৰে তেওঁ বিছনাখনত বহিল। তেতিয়া ভিক্ষুণী বাহিৰলৈ ওলাই গৈছে। অলপ পিছতেই ভিক্ষুণী আহিল। হাতত এখন কাঠৰ থালত অচিনাকি ধৰণৰ ফলমূল আৰু বাতিত চাম্‌পা। ভোক লাগি আছিল বিজয়ৰ। খাদ্য বস্তুখিনি দেখি তেওঁৰ ভোক যেন দুগুণে বাঢ়ি গ'ল। তেওঁৰ সমুখত থৈ ভিক্ষুণীয়ে খাবলৈ ইঙ্গিত দিলে। সেই ইঙ্গিতৰ অনুৰোধত বিজয়ে এটা আন্তৰিকতাৰ স্পৰ্শ অনুভৱ কৰিলে। কৃতজ্ঞ দৃষ্টিৰে চাই বিজয়ে খাবলৈ ধৰিলে।

খোৱাৰ অন্তত ভিক্ষুণীয়ে থাল-বাতি তুলি লৈ এটা বোবা হাঁহিৰে শুবলৈ ইঙ্গিত দিলে। তাৰ আগতে খিৰিকীখন খুব ভালকৈ বন্ধ কৰি দিলে। তাৰপিচত কোঠাৰ পৰা ওলাই গ'ল।

......বিছনাত উঠি গাত ভালকৈ গৰম কাপোৰ জাপি লৈ দিনটোৰ বিশেষকৈ মঠত পোৱা নীৰৱ আৰু ৰহস্যজনক অভিজ্ঞতাৰ কথা ভাবিবলৈ ধৰিলে আৰু ভাবিলে বহুতদিনৰ মূৰত আজি তীব্ৰ শীতৰ ৰাতি উষ্ম বিছনাত ভালকৈ শুব পাৰিব।

কিন্তু গাভীৰ আশা আৰু তৃপ্তিৰে বিছনাত শুবলৈ লোৱা বিজয়েতো নেজানে আজি গোটেই ৰাতি তেওঁ কেনেকৈ উজাগৰে কটাব লাগিব। বিজয়ে জানো ভাবিব পাৰিছিল জীৱনত কেতিয়াও নেদেখা এটা ভয়ঙ্কৰ দৃশ্য আজি ৰাতি তেওঁ দেখিবলৈ পাব।

বৰ নিশ্চিন্ত হৈ বিজয়ে সেইদিনা ৰাতি গৰম কাপোৰৰ তলত শুইছিল। বাহিৰত তেতিয়া তীব্ৰ ঠাণ্ডা। বৰফো পৰিছিল। ফৰিংফুটা জোনাক আছিল। কাণ মূৰ ঢাকি বৰ আৰামেৰে বিজয়ে শুবলৈ চেষ্টা কৰিছিল। কাষৰ কোঠাত থকা বৃদ্ধ লামাও বোধকৰো কাঁহি কাঁহি টোপনি গৈছিল। ভিক্ষুণীজনী ক'ত শুইছে বিজয়ে নেজানে। এটা ৰহস্যাবৃত্তা চৰিত্ৰ। ভিক্ষুণী এই অকলশৰীয়া মঠটোত কিয় আছে আৰু বুঢ়া লামাৰ সৈতে তেওঁৰ কি সম্বন্ধ এতিয়াও তেওঁৰ অজ্ঞাত।

তেতিয়া বাহিৰতো নিমাত নিস্তব্ধ পৰিবেশ। চাৰিওপিনে নিজান। পৃথিৱীখনহে যেন নিজম হৈ শুই পৰিছে। তেতিয়া বোধকৰো ঘড়ীত বাৰমান বাজিছে। তেনে সময়তেই গোটেই পৃথিৱীৰ শুদ্ধ আৰু নিজান পৰিবেশ ছাৰখাৰ কৰি দি বাঘটোৰ ভীতি বিহ্বল তীব্ৰ চিঞৰে চিলমিলকৈ টোপনি অহা বিজয়ক সজাক কৰি দিলে। বাঘটোৱে কিয় হঠাৎ এনে ভয়াৰ্ত আৰ্তনাদ কৰিছে জানিবৰ কাৰণে বিজয়ে কাণখন উনাই কিছু সময় নিথৰ হৈ থাকিল। লগে লগে আকৌ বাঘটোৰ চিঞৰ শুনা গ'ল। এইবাৰ কেৱল চিঞৰেই নহয় বাহিৰত কিবা এটা জন্তু ধুপধাপকৈ লৰমাৰি যোৱাৰ শব্দ। একেবাৰে আচহুৱা আৰু বিকট শব্দ এটাও শুনা গৈছে। কিহৰ শব্দ? কি হৈছে বাহিৰত? বাঘটোৱে এনেকৈ চিঞৰিছে কিয়? এই কেইদিনৰ অভিজ্ঞতাৰে বিজয়ে দেখিছে বাঘটোৰ চলন-ফুৰণ বৰ শান্ত। গোজৰণিৰ বাহিৰে তাৰ মুখৰ পৰা এতিয়ালৈকে কোনো দিনেই তীব্ৰ চিঞৰ ওলোৱা নাই। আজি এই জাৰকালিৰ নিস্তব্ধ মাজৰাতি তাৰ হ'ল কি? নিশ্চয় সি কিবা এটা বিপদ দেখা পাইছে বা নিজেও সি বিপদত পৰিব পাৰে।

বিজয় চঞ্চল হৈ উঠিল। তীব্ৰ বেগেৰে বিছনাৰ পৰা নামি গাত

চাদৰখন মেৰিয়াই লৈ দুৱাৰৰ ওচৰলৈ আহিল। কিন্তু ক্ষন্তেক ৰৈ থমকি ৰ'ল আৰু খিৰিকীখনৰ ওচৰলৈ আহি তাৰ জাপখন গুচাই গম্ভীৰ উৎকণ্ঠাৰে বাহিৰলৈ চাই পঠিয়ালে। প্ৰথমতে একো দেখা নাছিল। কিন্তু খুব ভালকৈ চাওঁতে তেওঁ যি দেখিলে তেওঁৰ সমগ্ৰ শৰীৰ শিহৰিত আৰু ৰোমাঞ্চিত হ'ল আৰু ঘৰৰ ভিতৰতেই তেওঁৰ কঁপনি উঠিল। মঠটোৰ পৰা প্ৰায় ওচৰতেই বগা বৰফে আৱৰি ৰখা ঘাঁহনি আৰু শিলবোৰৰ ওপৰত এটা বিৰাট আকাৰৰ মানুহ। মানুহ নহয় বুলিয়ে প্ৰথমতে ধাৰণা হৈছিল। কিন্তু ভালকৈ চাই স্থিৰ সিদ্ধান্তত উপনীত হ'ল যে খিৰিকীৰ পৰা ডেৰশ দুশ গজমান আঁতৰত থকা বিৰাট আকাৰৰ প্ৰাণীটো এটা অতিকায় মানুহৰ নিচিনাই দেখি। প্ৰাণীটো কিজানি ওখই ন ফুট মান হ'ব। হাত-ভৰি সকলোবোৰ মানুহৰ দৰেই। কিন্তু সম্পূৰ্ণ উলঙ্গ। সমগ্ৰ শৰীৰ আনকি মুখমণ্ডলতো দীঘল দীঘল নোম। মুখমণ্ডলত চিম্পাঞ্জীৰ সাদৃশ্য থাকিলেও তাক অতিকায় চিম্পাঞ্জী বুলি ক'ব নোৱৰি। কাৰণ তাৰ থিয় হোৱা ভঙ্গী আৰু ইফালে সিফালে দিয়া খোজবোৰত মানুহৰ ভঙ্গী আৰু আচৰণৰ আচৰিত ধৰণৰ মিল আছে। প্ৰাণীটোক দেখিলেই ধৰিব পাৰি যে তাৰ শৰীৰ অত্যন্ত বেছি শক্তিশালী। চাই থাকোতেই ইয়াৰ প্ৰমাণ লগে লগেই পোৱা গ'ল।

বাঘটো ক'ত আছিল আৰু ক'ৰ পৰা তীব্ৰ চিঞৰ মাৰিছিল প্ৰথমতে বিজয়ে দেখা নাছিল। কিন্তু সি প্ৰচণ্ড জোৰেৰে গগনভেদী গোজৰণি মাৰিয়ে আছিল। অনবৰত গুজৰি থকা কাৰণে সেই অতিকায় প্ৰাণীটো বোধকৰো বিৰক্ত হৈ পৰিছিল। সেই কাৰণেই সম্ভৱ অতিকায় জীৱটোৱে মঠটোৰ দুৱাৰমুখত থকা প্ৰকাণ্ড গছ- জোপাৰ ওচৰলৈ চোঁচা লৈ আহিল। এইবাৰ বিজয়ে দেখিলে ইমান দিনে দেখি থকা নিমাখিত বাঘটোৰ প্ৰচণ্ড হিংস্ৰ চেহেৰা। তাৰ গাৰ নোমবোৰ দাং খাই উঠিছে। চকু দুটা যে জ্বলন্ত আঙঠাৰ দৰে জ্বলি উঠিছে ঘৰৰ ভিতৰৰ পৰাই খিৰিকীৰে বিজয়ে দেখিছে। বাঘটোৱে কেৱল গুজৰিয়ে থকা নাই, তাৰ আগ ঠেং দুটাৰে-তাৰ সন্মুখৰ শিল মিহলি মাটিখিনি বাকুহি বাকুহি যিকোনো আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ সক্ষম হৈ পৰিছে। জীৱন পণ কৰি হলেও সি নোমাল দৈত্যটোক প্ৰতিহত কৰিবলৈ সঙ্কল্পবদ্ধ বুলি তাৰ দৃঢ় চেহেৰাটো দেখিলেই বুজিব পাৰি।

ইয়াৰ পিছত যি দৃশ্যৰ অৱতাৰণা হ'ল সি আছিল গাৰ নোম

ডাল ডাল হোৱা অতিপাত ৰোমহৰ্ষক। দৈত্যটোৰ যে ভীষণ খং উঠিছে বুজিব পৰা গৈছে। ইপিনে বাঘটোও সকলো প্ৰকাৰে সন্থম হৈ দৈত্যটোৰ সম্মুখীন হ'বলৈ সাজু হৈছে। এইটো বিজয়ৰ কাৰণে এটা অভাৱনীয় দৃশ্য। এতিয়াৰ পৰা এটা যুগৰ আগতে ভাৰত মহাসাগৰৰ সুদক্ষিণৰ গভীৰতাত থকা সেই পুষ্পক নগৰী দ্বীপটোলৈ যোৱাৰ পথত পোৱা এটা সৰু দ্বীপত বাঘ আৰু ঘঁৰিয়ালৰ মাজত হোৱা এখন জীৱন মৰণ যুদ্ধ বিজয়ইঁতে দেখিছিল। তেতিয়া সেই যুঁজখন দেখি বাৰে বাৰে শিহৰিত হৈছিল। কিন্তু আজি যিখন যুঁজ হোৱাৰ উপক্ৰম হৈছে তাত প্ৰতিদ্বন্দিতাৰ প্ৰশ্ন নুঠে। কাৰণ দুই প্ৰতিপক্ষ জোৰ বা ফেৰত সমান নহয়। প্ৰতিপক্ষৰ মাজত অসমতা অতি স্পষ্ট। এটা মস্ত পাহাৰৰ সম্মুখত যেন এজোপা গছ।

অবাক বিস্ময়েৰে চাই থাকোতেই বিজয়ে দেখিলে বিৰাট নোমাল দৈত্যটোৱে এখোজ দুখোজকৈ বাঘটোৰ পিনে আহিছে। সমগ্ৰ মুখখনত এটা দুৰ্বাৰ হিংস্ৰতা ফুটি উঠিছে। মুখখন মেলা, মুখ গহ্বৰত কিন্তু দাঁতৰ কোনো চিন নাছিল। মাত্ৰ দুটা দীঘল দাঁত মুখৰ দুই কোৱাৰিয়েদি ওলাই আহিছিল। এই দৃশ্য আছিল বৰ ভয়াবহ। চকুৰ পিৰিকতি নমৰাকৈ উশাহ নিশাহ বন্ধ কৰি বিজয়ে চাবলৈ ধৰিলে।

অতিকায় দৈত্যই এখুজি দুখুজিকৈ আহি বাঘটোৰ পৰা কেইহাত মান দূৰৈত থিয় হৈ পৃথিৱী বিদীৰ্ণ কৰা এটা প্ৰচণ্ড আৰু ৰুক্ষ চিঞৰ মাৰিলে। এই তীব্ৰ চিঞৰত সমগ্ৰ পাহাৰ, গছ-গছনি, মাটি যেন কঁপিবলৈ ধৰিলে। শান্ত আৰু চেঁচা বৰফবোৰ যেন ভাঙি চূৰমাৰ হৈ গ'ল। বিজয়ে অনুভৱ কৰিলে এই মঠটোও বোধকৰো থৰথৰকৈ কঁপি উঠিল। নিজৰো শৰীৰৰ কঁপনি দ্ৰুতভাৱে বাঢ়ি গৈছিল। তীব্ৰ চিঞৰৰ বিস্ফোৰণ ঘটুৱাই এইবাৰ দৈত্যটো জপিয়াই তাৰ বিৰাট হাতখন মেলি দি বাঘটোৰ গলধনত ধৰিব খুজিলে। কিন্তু বাঘটো ইয়াৰ বাবে বহুত আগৰে পৰাই সাজু হৈ আছিল। চকুৰ পচাৰতে সি জপিয়াই উঠিল আৰু এটা প্ৰচণ্ড হুঙ্কাৰেৰে দৈত্যটোৰ কান্ধৰ ওপৰত পৰি তাৰ হাতোৰাৰ তীক্ষ্ণ নখেৰে আক্ৰমণ কৰিলে। কিন্তু ইমান সহজতে দৈত্যটোক বশ কৰা টান। বাঘৰ আক্ৰমণত ক্ৰোধত উন্মত্ত হৈ দৈত্যটোৱে শৰীৰৰ পৰা হাতেৰে এটা মাৰি গুচাই দিয়াৰ দৰে বাঘটোক তাৰ বৃহৎ

হাতখনেৰে কান্ধৰ পৰা আঁতৰাই পঠালে। বাঘটো ধুপুচকৈ কিছুদূৰৈত মাটিত পৰি গ'ল। পৰিয়েই কিন্তু সি ক্ষান্ত নেথাকিল। এটা বিকট গোজৰণি মাৰি সি আকৌ ফেপেৰি পাৰি দৈত্যটোৰ পিনে শূন্যত জপিয়াই উঠিল। এইবাৰ দৈত্যটোৱে যি কৰিলে সি আছিল অভাৱনীয়। সি চাৰিওপিনে এটা জ্বলন্ত দৃষ্টিৰে চালে আৰু তাৰ পিছপিনে অদূৰত থকা গছ এজোপাৰ ওচৰলৈ গ'ল। গছজোপা বৰ ডাঙৰ নাছিল। গছজোপাৰ ওচৰলৈ দৈত্যটো গৈ চকুৰ পচাৰতে জোকাৰিবলৈ ধৰিলে আৰু এটা সময়ত গছজোপা উভালখাই পৰিল। তেতিয়া সি তাৰ মস্ত ডাল এটা দুয়োখন হাতেৰে ভাঙি আকৌ অতি ক্ষীপ্ৰবেগেৰে বাঘটোৰ পিনে চোঁচা ল'লে। কি প্ৰচণ্ড বিক্ৰম দৈত্যটোৰ। কিন্তু বাঘটোও আছিল সমানে সজাগ আৰু চতুৰ। এনে বিপুল শক্তিধাৰী আক্ৰমণৰ সন্মুখীন হোৱাটো তাৰ পক্ষে সম্ভৱপৰ নহয় বুলি বুজি পালে আৰু অতি ক্ষীপ্ৰতাৰে জপিয়াই তাৰ পৰা পাহাৰৰ নামনিলৈ আঁতৰি গ'ল। বাঘটো পলোৱা দেখি দৈত্যটো অধিক ক্ৰোধান্বিত হৈ তুমুল বিক্ৰমে বাঘটোৰ পিনে ধুপধাপ্‌কৈ খোজ পেলাই খেদা মাৰি গ'ল। কিন্তু বাঘটোও কম নহয়। ইমান সহজতে সি মৃত্যুক মানি নলয়। আৰম্ভ হ'ল দুয়োৰে মাজত বগিয়া-বগি। আকৌ বাঘটো তাৰ বিপৰীত দিশলৈ গৈ গছ এজোপাৰ আঁৰত থিয় হৈ আলেখলেখ্ চালে। এনেকৈ লৰা-ঢপৰা কৰাই সি নিশ্চয় দৈত্যটোক ভাগৰাব খুজিছে। কিন্তু ইমান সোনকালে দৈত্য ভাগৰি পৰাৰ লক্ষণ দেখা নগ'ল। বৰং তাৰ জেদ আৰু বিক্ৰম ক্ৰমাৎ বৃদ্ধি পাই গৈছে। এনেকৈ কেইবাবাৰো খেদা খেদি চলাৰ পিছত এবাৰ হঠাৎ দেখা গ'ল বাঘটোৱে এটা বিৰাট জাপমাৰি দৈত্যটোৰ পিঠিত উঠি তাৰ কাণখন খামুচি ধৰিবৰ জোৰেৰে কামুৰি দিলে। লগে লগে পৃথিৱী তাল মৰা এটা বিকট আৰু বিৰাট হুঙ্কাৰ দৈত্যটোৰ মুখৰ পৰা ওলাই অহাত বিজয় প্ৰবলভাৱে চক্‌খাই উঠিল। চকুৰ পচাৰতে বাঘটোৱে দ্ৰুতভাৱে আক্ৰমণ কৰিছিল। দৈত্যটোৱেও বিকট চিঞৰটো মাৰি তাৰ বিৰাট শক্তিৰে বাঘটোক আফাল মাৰি মাটিত পেলাই থৈ আকৌ এবাৰ আৰ্তনাদ কৰি ধুপ-ধাপকৈ প্ৰচণ্ড গতিৰে পাহাৰৰ পিনে লৰ মাৰি পলাই গ'ল। বৰফৰ ওপৰত তাৰ মস্ত মস্ত ভৰি দুখনৰ চিন বহি গ'ল। এই বৃহৎ খোজকিটা দূৰৈৰে পৰাই বিজয়ে স্পষ্টকৈ দেখিছিল। তেওঁ আতঙ্কগ্ৰস্ত দৃষ্টিৰে পৰম

বিস্ময়েৰে গোটেই ঘটনাৱলী চাই আছিল। আনকি তেওঁ ক'ত আছে এই কথাও পাহৰি গৈছিল।

বাহ্যজ্ঞান লোপ পোৱা এনে অৱস্থাত হঠাৎ বিজয়ে সম্বিত ফিৰাই পাই পিছলৈ ঘূৰি চাই দেখে তেওঁৰ কাষ্কত হাতখন থৈ বৃদ্ধ লামাইও বাহিৰৰ পিনে চাই আছে। তেওঁৰ কাষত সেই বোবা ভিক্ষুণীজনী। আচৰিত কথা, এইবাৰ বৃদ্ধ লামাই বাহিৰলৈ চাই স্বস্তিৰ নিশ্বাস পেলাই এটা স্নেহৰ দৃষ্টিৰে বিজয়লৈ চালে। বিজয়ে একো মাতিব পৰা নাছিল। বাহিৰত ক্ষন্তেক আগতে ঘটি যোৱা ভয়াবহ দৃশ্যটোৱে যেন তেওঁকো বোবা কৰি পেলাইছে। কিন্তু আকৌ এবাৰ বিজয়ক আচৰিত কৰি বৃদ্ধ লামাই লাহে লাহে থৰক বৰক ভাষাৰে কেইটামান কথা ক'লে; যিটো বিজয়ৰ বাবে বৰ বেছি অবোধ্য নাছিল। তিব্বতী ভাষাতেই কৈছিল। কিন্তু লাহে লাহে কোৱাত বিজয়ৰ বুজাত বিশেষ অসুবিধা হোৱা নাছিল। বুঢ়াই কৃতজ্ঞতা প্ৰকাশ কৰাৰ ভাষাৰে ক'লে যে এতিয়া দেখা বিৰাট প্ৰাণীটো হৈছে তুষাৰ মানৱ। ইহঁত ইয়াৰ পৰা বহুত দূৰৈৰ হিমালয়ৰ গভীৰতাত থাকে। কিন্তু এই প্ৰাণীটো কেনেকৈ ইয়ালৈ আহিল সেইটো বুঢ়াই বুজিব পৰা নাই। জোনাক ৰাতি বৰফবোৰ তিৰবিৰাই উঠিলে এই তুষাৰ মানুহবোৰ বলিয়াৰ নিচিনা হয়। কিন্তু আজি বিজয় আৰু লগত অহা বাঘটো নথকা হ'লে এই বিৰাট দৈত্যটোৱে মঠটো আক্ৰমণ কৰিলেহেঁতেন আৰু তেতিয়া নিশ্চয় তাৰ হাতত বুঢ়া আৰু এই ভিক্ষুণীৰ প্ৰাণ গ'লহেঁতেন। তথাগতৰ অসীম দয়া যে বাঘটোৰ কাৰণেই তেওঁলোকৰ প্ৰাণ ৰক্ষা পৰিল।

ইয়াৰ পিছত বুঢ়াই বিজয়ক সাৱট মাৰি ধৰি লাহে লাহে নিজৰ কোঠালৈ লৈ গ'ল আৰু বিছনাৰ কাষত থকা আসনখনত বহিবলৈ দিলে। তাৰপিচত ভিক্ষুণীক কিবা আৰু পানীয় আনিবলৈ ক'লে। অলপ পিচতে দুটা পাথৰৰ বাতিত ভিক্ষুণীয়ে পানীয় আনি দিলে। দুয়ো খাই উঠাৰ পিচত কিছুসময় মনে মনে থাকি বৃদ্ধ লামাই ক'বলৈ আৰম্ভ কৰিলে– "এই তুষাৰ মানৱৰ বিষয়ে আমাৰ মাজত এটা গল্প প্ৰচলিত আছে। এই গল্পটো কিম্বদন্তিৰ নিচিনা। মানুহে কিন্তু ইয়াক সঁচা বুলি বিশ্বাস কৰে।"

পানীয়খিনি পাই শৰীৰত বহুখিনি শক্তি ঘূৰাই পালে বিজয়ে।

অলপ আগতে পোৱা ৰোমাঞ্চকৰ ভয়াবহ অভিজ্ঞতাৰ উত্তেজনা বহুত শাম কাটিল। তেওঁ সুধিলে– "কি গল্প ?"

বুঢ়াই ক'লে– "শুনা বাৰু।"

বৃদ্ধ লামাই কুহুৰ কুহুৰকৈ কাহি কাহি তুষাৰ মানৱ সম্পৰ্কে সমাজত পুৰণি কালৰে পৰা চলি অহা এটা কাহিনী কৈ যাবলৈ ধৰিলে। ই প্ৰায় তিনিশ বছৰৰ আগৰ কাহিনী। বুঢ়াৰ মুখত এই কাহিনী শুনি যাওঁতে ইয়াৰ সত্যাসত্য নিৰ্দ্ধাৰণ কৰা বিজয়ৰ পক্ষে কঠিন হৈ পৰিছিল। বছৰ বছৰ ধৰি মানুহৰ মুখে মুখে পৰম্পৰাগতভাৱে চলি অহা ভয়ঙ্কৰ বৰ্ণনাৰ এনে কাহিনীত সত্যতা কিমান আছে কোৱা টান যদিও তিব্বতীয় সমাজত যে তুষাৰ মানৱে এটা বিভীষিকাৰ স্থান অধিকাৰ কৰি আহিছে তাত কোনো সন্দেহ নাই।

বছৰৰ সৰহভাগ সময় তুষাৰে আৱৰি থকা ঘুম্‌জাং নামেৰে এটুকুৰা ঠাই আছে। এটা সময়ত বিৰাট আকাৰৰ তুষাৰ মানৱ বা ইয়েতিবিলাকে সিহঁতৰ মূল বাসস্থান হিমালয়ৰ নিৰ্জন পাদদেশ এৰি আহি দল বান্ধি ঘুম্‌জাং অঞ্চলত বসবাস কৰিবলৈ ধৰিলে। ওচৰতে মানুহ বসতি কৰা গাঁও। স্বাভাৱিকতে ঘুম্‌জাঙত ইয়েতিবোৰে বসবাস কৰিবলৈ লোৱাত গাঁওবাসীৰ মনত আতঙ্ক আৰু বিভীষিকাৰ সৃষ্টি হ'ল। ইয়েতিৰ চলন-ফুৰণ, দপ্‌দপনি আৰু পৰাক্ৰমৰ আগত গাঁৱৰ মানুহ ত্ৰাসত পেপুৱা লাগিল। বনৰীয়া হাতীয়ে গাঁও উৎখাত্ কৰাৰ তুলনাত ই আছিল অধিক সন্ত্ৰাসকাৰী আৰু ভয়াবহ। মানুহ মৰাটো ইয়েতিৰ কাৰণে সাধাৰণ কথা। ডাঙৰ গাঁওখন ক্ৰমাৎ ছাৰখাৰ হৈ আহিবলৈ ধৰিলে। অতি দ্ৰুত হাতৰ মানুহৰ সংখ্যা কমি আহিবলৈ ধৰাত ভয়ঙ্কৰ বিপদৰ সম্মুখীন হৈ তাৰ পৰা পৰিত্ৰাণ পাবলৈ চাৰিওপিনে চেষ্টা কৰিও কোনো সুফল নেপালে। ভগৱানৰ নাম লৈও তেওঁলোকে ৰক্ষা নেপালে। তদুপৰি এই অতিমানৱবোৰৰ দৃষ্টিও ইমান সজাগ আছিল যে মনে মনে পলাই যোৱাৰে কোনো উপায় নাছিল।

অৱশেষত অৱশিষ্ট গাঁওবাসীবোৰে ওচৰৰ গাঁৱৰ মূৰব্বী লামাজনৰ ওচৰলৈ গ'ল আৰু কিবা এটা উপায় উদ্ভাৱন কৰি ৰক্ষা কৰিবলৈ খাটিলৈগে। গাঁৱৰ এই বিপদগ্ৰস্ত দুৰ্ভগীয়া মানুহবোৰৰ কাতৰ বিননিত লামাই সিহঁতক ৰক্ষা কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিব বুলি ক'লে। তাৰপিচত মানুহবোৰক ৰক্ষা কৰাৰ উপায় ভাবিবলৈ ধৰিলে। গাঁৱৰ

মূৰব্বী লামা আছিল যথেষ্ট চালাক-চতুৰ আৰু বুধিয়ক। ভাবি ভাবি এটা বুদ্ধি উলিয়াবলৈ সক্ষম হ'ল।

ইয়েতিবোৰৰ শৰীৰৰ আকাৰ দানৱৰ দৰে যদিও সিহঁতৰ বুদ্ধি-বৃত্তি যে একেবাৰে নাই লামাই জানিছিল। সিহঁতে অৱশ্যে অনুকৰণ কৰিব জানিছিল আৰু মানুহক অনুকৰণ কৰি বৰ ভাল পাইছিল। সেইফালৰ পৰা ইহঁতৰ বান্দৰৰ লগত খুব সাদৃশ্য আছে। মানুহে যি কৰে এই ইয়েতিবোৰেও হুবহু তাকেই কৰিব খোজে। গাঁৱত হৈ থকা পূজা পাৰ্বণতেই ইয়াৰ বহুত প্ৰমাণ ইতিমধ্যেই পোৱা গৈছে। গাঁৱৰ মানুহে তেওঁলোক· ৰীতি অনুসৰি যি আচাৰ অনুষ্ঠান কৰে ইহঁতেও সেইবোৰ অনুকৰণ ক৷ৰি চং দেখুৱাই হাঁহি মস্কৰা কৰে। এই কথাখিনিকেই মূলধন কৰি লামাই এটা কৌশল উলিয়ালে।

লামাই জোনাক ৰাতিৰ দিন এটা বাছি লৈছিল। জোনৰ পোহৰ বৰফৰ ওপৰত পৰাত গোটেই পাহাৰ আৰু সমতল অঞ্চল আলোকিত হৈ পৰিছে। তদুপৰি, গাঁৱৰ মানুহে জ্বলোৱা শত-শহস্ৰ চাকিৰ পোহৰে মানুহৰ চকুত ছাট মাৰিছে। সেই চাকি জ্বলোৱা হৈছিল পশুৰ চৰ্বিৰে। সেইদিনা ঘুম্‌জাং গাঁওত বিৰাট উৎসৱ।

বহুত ৰাতিলৈকে গাঁওবাসী ৰাইজৰ নাচ-গান চলিল। নাচ-গানৰ লগতে প্ৰচুৰ পৰিমাণে সুৰা পান আৰু ভোজ।

এই উৎসৱত কেৱল পুৰুষৰহে একাধিপত্য আছিল এনে নহয়। ইয়াত কম বয়সীয়া তিৰোতা আৰু গাভৰু ছোৱালীয়েও যোগ দিছিল। সকলোৱেই সুৰামত্ত হৈ ঢোলৰ ছেৱে ছেৱে নাচি নাচি মতলীয়া হৈ পৰিছিল। এনেদৰে বহুত সময় উন্মত হৈ নচাৰ পিচত যেতিয়া সকলোৰে ভাগৰ লাগিল, তেতিয়া নাৰী-পুৰুষ সকলোৱে জিৰণি লবৰ বাবে বৰফ-ঢকা শিলৰ ওপৰত বাগৰি পৰিল। জিৰণি লোৱা শেষ হোৱাৰ পিচত আৰম্ভ হ'ল ভোজ। কোনো খাদ্য বস্তুৰে অভাৱ নাই। চৰম ফূৰ্তি-আনন্দ হুলস্থূল আৰু অট্টহাঁহিৰ মাজত এই ৰাজকীয় আৰু সমূহীয়া ভোজৰ অন্ত পৰিল।

আচল নাটকখন আৰম্ভ হ'ল ভোজৰ পিচত। এইখন আছিল এখন ভয়ঙ্কৰ নাটক। মাইকী মানুহবোৰ হৈ থাকিল নীৰৱ দৰ্শক। পুৰুষবোৰে হাতত একোখনকৈ তৰোৱাল লোৱাৰ লগে লগে নাটক আৰম্ভ হ'ল। প্ৰত্যেকটো মতা মানুহে হাতত তৰোৱাল লৈ ইটোৱে

সিটোক খেদি গ'ল। প্ৰত্যেকৰে চকুৱে-মুখে ফুটি উঠিল ক্ৰোধ আৰু জিঘাংসা। তাৰপিচত চলিবলৈ ধৰিলে তুমুল যুদ্ধ। জোনৰ পোহৰত তৰোৱালবোৰ চিক্‌মিক্‌কৈ উঠিল। হৈ-চৈ, চিঞৰ-বাখৰ আৰু মৰণ কাতৰ আৰ্তনাদত সমগ্ৰ ঘুম্‌জাং অঞ্চল কঁপি উঠিল। এয়া আছিল জীৱন-মৃত্যুৰ যুদ্ধ। আনন্দ-উৎসৱমুখৰ পৰিবেশ এটাত হঠাৎ প্ৰত্যেকে প্ৰত্যেকৰ লগত কিয় এনে নিষ্ঠুৰ যুদ্ধত লিপ্ত হৈ গ'ল সি সঁচাকৈয়ে বুজা টান। এইদৰে বেছ কিছুসময় যুদ্ধ চলাৰ পিচত এটা এটাকৈ প্ৰায় সকলোবোৰ মানুহেই মাটিত বাগৰি পৰি গ'ল। অৱসন্ন দেহাৰে যি কিজন তেতিয়াও জীয়াই আছিল সিহঁতো লুটি খাই পৰিল। সমগ্ৰ উপত্যকাটোত কৰুণ আৰ্তনাদ আৰু মুমূৰ্ষুৰ কেঁকনি। স্বজাতিৰ মাজত হোৱা এই যুদ্ধ আছিল যিমান ভয়ঙ্কৰ তাতোকৈ মৰ্মান্তিক আছিল ইয়াৰ পৰিণতি।

কিন্তু প্ৰকৃততে ই আছিল এখন সুপৰিকল্পিত নাটকহে আৰু এই পৰিকল্পনা ৰচনা কৰিছিল গাঁৱৰ মূৰব্বী লামাই। হিমালয়ৰ গিৰিমালাৰ নামনিৰ বৰফ ঢকা উপত্যকাৰ মুকলি মঞ্চত হোৱা এনে ভয়াবহ নাটক বোধকৰো পৃথিৱীত কেতিয়াও হোৱা নাছিল। কিন্তু এনে লোমাহৰ্ষক নাটকৰ অভিনয়ৰ পৰিকল্পনা লামাই কিয় কৰিছিল? ই এটা আছিল ডাঙৰ কুট-কৌশল, যাৰ দ্বাৰা তুষাৰ মানৱৰ নিষ্ঠুৰতাৰ পৰা ৰক্ষা পৰিব পৰা যায়।

ঘুম্‌জাং অঞ্চলৰ গোটেই মানুহবোৰ যেতিয়া যুদ্ধত মৰি মাটিত পৰি গ'ল, তেতিয়া সেই চাকিবোৰো এটা এটাকৈ নুমাবলৈ ধৰিছিল। তেতিয়া ভগৱানৰো অসীম অনুগ্ৰহ যে ডাৱৰেও জোনটোক আংশিকভাবে ঢাকি পেলাইছিল। অলপ আগতে দেখা জ্যোৎস্নাপ্লাৱিত উপত্যকাটো ক্ৰমাৎ আন্ধাৰে গ্ৰাস কৰিবলৈ ধৰিলে। এই সুযোগতে লামাৰ পূৰ্ব নিৰ্দেশ অনুসৰি মানুহবোৰ মাটিৰ পৰা নিশব্দে উঠি উপত্যকাটোৰ বাহিৰলৈ ওলাই গৈ এটুকুৰা ডাঠ হাবিত সোমাই আগন্তুক গুৰুতৰ দৃশ্য চাবৰ কাৰণে গভীৰ উৎকণ্ঠাৰে সাজু হৈ থাকিল। কিছুমান মানুহ গৈ পাহাৰৰ গুহাত সোমাল আৰু কিছুমান গছৰ ওপৰত উঠিল। এনেদৰে আঁতৰি যোৱাৰ আগতে অৱশ্যে মানুহবোৰে দুটা বস্তু বৰ সাৱধানে এৰি থৈ গ'ল। এইটোও লামাৰেই নিৰ্দেশত কৰা হৈছিল। উপত্যকাটোত এৰি থৈ গৈছিল যথেষ্ট পৰিমাণৰ মদ আৰু

বহুত তৰোৱাল । এই তৰোৱালবোৰ আছিল আচল আৰু খুব চোকা ।

কিছু সময়ৰ বাবে নিস্তব্ধতা বিৰাজ কৰাৰ পিচত লামাৰ পৰিকল্পনাই আচৰিত ধৰণে বাস্তৱৰ ৰূপ পাবলৈ আৰম্ভ কৰিলে ।

ইমান সময় তুষাৰ মানৱবোৰে সুতীক্ষ্ণ দৃষ্টি আৰু একান্ত আগ্রহেৰে গাঁৱৰ মানুহবোৰৰ উৎসৱ, সিহঁতে কৰা প্রতিটো কাৰ্য্য, সুৰাপান, উন্মত্ত নাট আৰু তুমুল যুদ্ধত প্রবৃত্ত হোৱা ঘটনাবোৰ চাই আছিল । পিচত যেতিয়া যুদ্ধ কৰি কৰি মানুহবোৰ মাটিত ঢলি পৰিল আৰু পৃথিৱীখন নিমাত নিস্তব্ধ আৰু শান্ত হৈ পৰিল, তেতিয়া ইয়েতিবোৰ সিহঁতৰ লুকাই থকা ঠাইৰ পৰা ওলাই আহিল আৰু আহিয়ে অ'ত ত'ত পৰি থকা মদৰ পাত্ৰবোৰ দেখিলে । তেতিয়া অনুকৰণ প্রিয় এই তুষাৰ মানৱবোৰে মানুহে পান কৰাৰ দৰে মদ খাবলৈ ধৰিলে । সিহঁত অকল মদতেই আৱদ্ধ নেথাকিল । চিঞৰ বাখৰ আৰু হুলস্থূল কৰি গপ্‌গপ্‌কৈ তাত দম হৈ পৰি থকা খাদ্য বস্তুবোৰ খাবলৈ লাগিল । লামাই যেনেদৰে পৰিকল্পনা কৰিছিল তেনেদৰেই ইটোৰ পিচত সিটোকৈ ঘটনা ঘটি যাবলৈ ধৰিলে । প্রচুৰ পৰিমাণে সুৰা পান আৰু খাদ্য খোৱাৰ পিচত এইবাৰ সিহঁতে মাটিত পৰি থকা তৰোৱালবোৰ হাতত তুলি ললে । তুলি লৈ অকণো সময় নষ্ট নকৰি প্রত্যেকেই ইটোৱে সিটোক প্রবল বিক্রমেৰে আক্রমণ কৰিবলৈ লাগি গ'ল । সিহঁতৰ মাজত লাগি গ'ল ভয়ঙ্কৰ যুদ্ধ । প্রত্যেকটোৰ হাততেই চোকা তৰোৱাল । সেইবোৰৰ প্রচণ্ড আঘাতত এটা এটাকৈ ইয়েতিবোৰ মাটিত বাগৰি পৰিল আৰু অৱশেষত প্রত্যেকটো ইয়েতিয়ে মৰিল ।

এই লোক-পৰম্পৰা কাহিনীটো শেষ কৰি বৃদ্ধ লামা মনে মনে থাকিল আৰু বিজয়ৰ প্রতিক্রিয়া জানিবৰ কাৰণে তেওঁৰ মুখলৈ চালে । বিজয়ে ইতিমধ্যে বুজি পাইছিল যে এই ইয়েতি কাহিনী কল্পনাপ্রসূত । কিন্তু তুষাৰ মানৱ নামৰ এইবিধ বৃহৎ আকাৰৰ প্রাণীয়ে যে এই হিমালয়ৰ পাদদেশ অঞ্চলত বিভীষিকাৰ সৃষ্টি কৰি আহিছে কাহিনীটোৱে তাৰেই আভাস দিছে । লামাৰ মুখত শুনা এই কাহিনী সঁচা নহলেও আজি কিছু সময়ৰ আগতে এই মঠৰ বাহিৰৰ মুকলি ঠাইত দেখা বিৰাট আকাৰৰ ভয়াবহ প্রাণীটোৱে তেওঁৰ মন তেতিয়াও আতঙ্কগ্রস্ত কৰি ৰাখিছিল । বিজয়ৰ জীৱনত এইটোও এটা নতুন অভিজ্ঞতা ।

বিজয়ে একো নেমাতিলে । মনে মনে থাকিল । তাকে দেখি বৃদ্ধ

লামাই সুধিলে– "তুমি মনে মনে থাকিলা। মই কোৱা কাহিনীটো তোমাৰ বিশ্বাস হোৱা নাই হ'বলা।" –এই বুলি বুঢ়া আকৌ বহুত সময়লৈ কাহি থাকিল।

বিজয়ে ক'লে– "মই কিয় অবিশ্বাস কৰিম ? যুগ যুগ ধৰি আপোনালোক সকলোৱে বিশ্বাস কৰি আহিছে যেতিয়া মইও বিশ্বাস কৰিছোঁ। আজিতো মই নিজেই অতিকায় মানৱৰ অস্তিত্বৰ কথাৰ প্ৰমাণ পালোঁ।"

বিজয়ৰ উত্তৰত বুঢ়া সন্তুষ্ট হোৱা যেন লাগিল। তেওঁ হাঁহি এটা মাৰি ক'লে– "আজি তোমাৰ টোপনি ক্ষতি হ'ল। এতিয়া যোৱা, অলপ শোৱাগৈ। ৰাতিপুৱা তোমাৰ লগত ভালকৈ কথা পাতিম।"

বিজয়ে কিবা এটা উত্তৰ দিব বুলি ভাবিছিল। কিন্তু মনে মনে থাকিল। কাৰণ তেওঁৰ এতিয়া কথা পাতিবলৈ মন যোৱা নাছিল। কিবা এটা অৱসাদে মনটো আচ্ছন্ন কৰিছিল। মনে মনে বিছনাত পৰি থাকিবলৈ মন গৈছিল।

বুঢ়াই আকৌ ক'লে– "তুমি আমাৰ ইয়ালৈ কিয় আহিছা এতিয়ালৈকে মই নেজানো। নিশ্চয় কোনো অসৎ উদ্দেশ্য লৈ অহা নাই।...... কিন্তু আচলতে তুমি কিহৰ কাৰণে এই অগম্য ঠাইলৈ আহিছা মই জানিব লাগিব। কাৰণ আমাৰ ইয়ালৈ সাধাৰণতে কোনো বাহিৰৰ মানুহ নাহে। আমাৰ এই মঠটোৱেই তোমাৰ শেষ লক্ষ্যস্থান বুলি মই বিশ্বাস নকৰোঁ। ইয়াত মাত্ৰ তুমি ৰাতিটো কটাবলৈহে সোমাইছা। ইয়াৰ পিচত তুমি ক'লৈ যাবা সেইটোও মই বুজিব পাৰিছোঁ। এই পাহাৰটোৱেই তোমাৰ শেষ লক্ষ্য, নহয় জানো ? কিন্তু কিয় ? কিয় যাব খুজিছা তালৈ ?"

বুঢ়াই ক্ষন্তেক ৰৈ আকৌ ক'বলৈ ধৰিলে– "সেই পাহাৰটোৰ ঠিক ওপৰৰ আকাশত এটা খুব উজ্জ্বল নক্ষত্ৰ জিলিকি থাকে। সেইটো গধূলি সময়ত খুব ভালদৰে দেখিবলৈ পাবা। তেনে এটা ভয় লগা অৱস্থাত...... ।"

এইবাৰ বিজয়ে নমতাকৈ থাকিব নোৱাৰিলে। সুধিলে– "সেই উজ্জ্বল তৰাটোৰ বিষয়ে আপুনি কিবা জানেনেকি ?"

লগে লগে বুঢ়াই উত্তৰ দিলে– "ওহোঁ। এতিয়া নকওঁ। তোমাৰ উদ্দেশ্য জনাৰ পিচতহে মই কম।"

বুঢ়াৰ আকোৰগোজ মনোভাৱত বিশেষ গুৰুত্ব নিদি বিজয়ে আকৌ প্ৰশ্ন সুধিলে– "আকাশত জিলিকি থকা নক্ষত্ৰ, পাহাৰ আৰু কিছু সময়ৰ আগতে দেখা দৈত্যটোৰ মাজত কিবা সম্পৰ্ক আছেনেকি ?...... আপোনাৰ এই মঠত দেখা ভিক্ষুণী গৰাকী কোন ? তেওঁ প্ৰকৃততে বোবা নে, ইচ্ছা কৰিয়ে মাতবোল নকৰে ?"

বিজয়ৰ এই প্ৰশ্নবোৰত বুঢ়া স্বাভাৱিকতে বিৰক্ত হৈ পৰিছিল। তেওঁ কিছু সময় মনে মনে থাকি বিজয়লৈ কৌতূহলী দৃষ্টিৰে চাই উত্তৰ দিলে– "যেতিয়ালৈকে তোমাৰ পৰিচয় আৰু ইয়ালৈ অহাৰ উদ্দেশ্যৰ কথা নোকোৱা তেতিয়ালৈকে তুমি তোমাৰ প্ৰশ্নৰ উত্তৰ নেপাবা।"

বৃদ্ধ লামাৰ কথাবোৰ বিজয়ৰ অকণো ভাল লগা নাই। বিজয় কিহৰ কাৰণে এই শেষ পাহাৰটোৰ ওপৰত উঠিব তাৰ কাৰণ বুঢ়া লামাক কিয় ক'ব লাগিব বিজয়ে ভাবি নেপালে। বুঢ়াই নো কেনেকৈ বিজয়ক যোৱাত বাধা দিয়ে বিজয়েও চাই লব বুলি স্থিৰ সিদ্ধান্ত কৰিলে।

ইমান দিনে অপৰিসীম ধৈৰ্য্য আৰু অপৰাজেয় মনোবলেৰে বিজয় আহি ইমান দূৰ পাইছিলহি। কালি ৰাতি দেখা ভয়ানক দৃশ্য আৰু বৃদ্ধ লামাৰ আকোৰগোজ কথাবোৰে এই নিৰ্জন মুহূৰ্তত বিজয়ক ভবাই তুলিছে। মনটো লাহে লাহে হতাশাৰে আৱৰি পেলাইছে নেকি নিজকে প্ৰশ্ন কৰিলে। এমাহতকৈ অধিক কাল এনেদৰে আহি তেতিয়াও লক্ষ্যস্থানত উপনীত হ'ব পৰা নাই। কিমান বিপদ, কিমান বাধা, ঘটনাৰ বিচিত্ৰতা, মৃত্যুমুখৰ পৰা ঘূৰি অহা ভয়াবহ ধৰণৰ অভিজ্ঞতাৰ পিচত কোনো মানুহেই মনোবল কেতিয়াও একেদৰে অটুট ৰাখিব নোৱাৰে। বিজয়োতো সাধাৰণ মানুহ। মনে মনে ভগৱানক উদ্দেশ্য কৰি উচ্চাৰণ কৰিলে, আৰু কিমান দিন মই এইদৰে ধৈৰ্য্য ধৰিব লাগিব ? পামগৈ নে মোৰ সেই অভীষ্টাক, যাৰ কাৰণে সৰ্বস্ব ত্যাগ কৰি জীৱনটো হাতৰ মুঠিত লৈ এতিয়ালৈকে জীয়াই আছোঁ ?

কিন্তু ক্ষন্তেকৰ বাবে অহা এই হতাশা ভাৱ নিমিষতে নাইকিয়া হৈ গ'ল যেতিয়া বাহিৰলৈ চাওঁতে দেখিলে আকাশত অতি স্পষ্টভাৱে খুব বেছিকৈ তিৰবিৰাই আছে বৃহৎ নক্ষত্ৰটো। আশা আৰু আনন্দৰ পুলকতাই মনটো ওপচাই দিলে। সকলো দুশ্চিন্তা আঁতৰাই বিছনাত পৰি চকু মুদি দিলে। ----তেতিয়া বোধকৰো পূব আকাশ পোহৰ হৈ

আহিছে। তেনেতে তেওঁ অনুভৱ কৰিলে কোনোবাই যেন তেওঁৰ গাটো জোকাৰি দিছে। খক্‌মকৈ সাৰ পাই চকু মেলি দেখে বিছনাৰ কাষত সেই বোবা ভিক্ষুণী। বিজয়ে চকু মেলা দেখি মানুহজনীয়ে হালধীয়া দাঁতকিটা উলিয়াই হাঁহিলে আৰু কাষত থকা সৰু কাঠৰ টেবুলখনলৈ আঙুলিয়াই দিলে। এটা ডাঙৰ দীঘলীয়া কাঠৰ পাত্ৰত ধোঁৱা বলি থকা পানীয় বস্তু। কাষত এটা পাথৰৰ বাতি। তাত জলপান। ধোঁৱা বলি থকা পানীখিনি দেখি বিজয়ৰ মনটো বৰ ভাল লাগি গ'ল। তেওঁৰ ভোকো লাগিছিল। তেওঁ বেছ উৎসাহ অনুভৱ কৰিলে আৰু অকণো পলম নকৰি বিছনাৰ পৰা নামি চোতাললৈ গ'ল আৰু তাত মস্ত আধাৰ এটাত থকা পানীত মুখখন ধুলে। অত্যন্ত চেঁচা পানী যদিও মুখ-হাত ধুই বেছ সজীৱ লাগি গ'ল। কাঠৰ মগ্‌টোত মাখন মিহলোৱা গৰম ফিকা চাহ আছিল। তাত শোহা এটা মৰাৰ লগে লগে তেওঁৰ দেহ মন জুৰ পৰি গ'ল। বৰ আৰাম লাগিল। জলপানখিনি খোৱাত ভোকটোও নাইকিয়া হ'ল। মানুহজনীয়ে এটা আকুল চাৱনিৰে বিজয়লৈ চাই আছিল। তেনেকৈ চাই থকা বিজয়ৰো চকুত পৰিল। হঠাৎ তেওঁৰ মনত খেলাই গ'ল, মানুহজনী আচলতে বোধকৰো বোবা নহয়। নিশ্চয় কথা ক'ব পাৰে। কিন্তু বিজয়ে ভাবি নেপালে কেনেকৈ মানুহজনীৰ মুখৰ পৰা কথা উলিয়াব পৰা যায়। অৱশ্যে তেওঁ যদি সঁচাকৈয়ে বোবা তেনেহলে কথা ক'বনো কেনেকৈ ?

তথাপি বিজয়ে সুধিলে– "তোমাক কথা এটা ক'ব খুজিছোঁ। তোমাক দেখাৰ পিচৰে পৰা মোৰ মনত সন্দেহ এটা হৈ আছে যে প্ৰকৃততে তুমি বোবা নোহোৱা। কিবা এটা অজ্ঞাত কাৰণত তুমি মুখৰ মাত বন্ধ কৰি থৈছা। তুমি কোন আৰু এই মঠলৈ কেনেকৈ আহিলা ক'বানে ? মোৰ জানিবলৈ খুব ইচ্ছা হৈছে। কোৱাচোন।"

কিন্তু মানুহজনীয়ে একো নেমাতিলে। আনকি বিজয়ৰ প্ৰশ্নটোত তেওঁৰ মনত কিবা প্ৰতিক্ৰিয়া হৈছে নে নাই তাৰো চিন দেখা পোৱা নগ'ল। মাত্ৰ এটা বোবা চাৱনিৰেহে বিজয়লৈ চাই থাকিল। কিন্তু খুব ভালকৈ চোৱা হ'লে বিজয়ে দেখিলেহেঁতেন কিবা এটা ক'বৰ কাৰণে মানুহজনী ভিতৰি ছট্‌ফটাই উঠিছে। ওঁঠ দুটা কঁপি কঁপি উঠিছে। ক্ষন্তেক পিচত সেই কঁপনি ওঁঠতে মাৰ গৈছে।

আকৌ সুধিলে বিজয়ে– "ভগৱান তথাগতৰ শপত। কোৱাচোন

তুমি সঁচাকৈয়ে মুখেৰে মাতিব নোৱাৰা [illegible] ? এইদৰে বোবা হৈ থাকিবলৈ কোনোবাই তোমাক বাধ্য কৰাইছে নেকি ?”

এইবাৰো মানুহজনীয়ে একো নেমাতিলে । কিন্তু কিছু সময় থৰ হৈ বিজয়লৈ চাই থাকিল । তাৰ ক্ষন্তেক পিচত তেওঁৰ ওঁঠ দুটা আকৌ লৰিবলৈ ধৰিলে যেন তেওঁ এতিয়া কিবা এটা ক’ব । বৰ উৎকণ্ঠাৰে বিজয়ে তেওঁলৈ চালে । কিন্তু দুৰ্ভাগ্যৰ বিষয়, মানুহজনীৰ মুখৰ পৰা কোনো ধৰণৰ শব্দ ফুটি নোলাল । কিয় ক’ব নোৱাৰি, বিজয়ে মনে মনে ধাৰণা কৰিছিল যে এই ভিক্ষুণী বোবা নহয় । কিন্তু এতিয়া অনুমান কৰিলে বোধকৰো এওঁ সঁচাকৈয়ে মুখেৰে মাতিব নোৱাৰে । মনটো বেয়া লাগি গ’ল । বেচেৰীক বৰ নিঠৰুৱা আৰু অসহায় যেন লাগিল । কিন্তু প্ৰশ্নটোৰ উত্তৰ বিজয়ে নেপালে, মানুহজনী কোন, এই মঠলৈ কেনেকৈ আহিল আৰু ইয়াত কিমান দিনৰ পৰা আছে ?

মুখেৰে মাতিব নোৱাৰে যেতিয়া এনেকৈ সময় অপব্যয় কৰাৰ কোনো অৰ্থ নাই । এতিয়া নিজৰ কথাহে চিন্তা কৰা উচিত । সেয়েহে চাহ-জলপান শেষ কৰাৰ পিচত এতিয়া ইয়াৰ পৰা যাত্ৰা কৰিবলৈ পূৰ্ণ উদ্যমে সাজু হ’ল । এবাৰ ভাবিলে, গাটো ধুই লব পাৰিলে খুব ভাল হ’লহেঁতেন ।

মানুহজনী তেতিয়াও বৈ আছে । তেতিয়াও বিজয়লৈ চাই থকাত বিজয়ে অস্বস্তি অনুভৱ কৰিলে । তেওঁলৈ চাই বিজয়ে সুধিলে, “গা-পা ধুবৰ-কাৰণে পানী ক’ত পোৱা যাব ?” মানুহজনীয়ে একো নেমাতিলে যদিও তেওঁৰ পিচে পিচে আহিবলৈ বিজয়ক ইঙ্গিত দিলে । বিজয় পিচে পিচে গ’ল । চোতালত দেখে একাষত গা ধুবৰ কাৰণে এটা সৰু ঘৰ আছে । ঘৰটো দেখুৱাই মানুহজনী খৰধৰকৈ ভিতৰলৈ গ’ল আৰু গৰম পানী আনি দিলে । মানুহজনীৰ প্ৰতি বিজয়ৰ মনটো কৃতজ্ঞতাৰে ভৰি পৰিল । সুন্দৰকৈ গা ধোৱাৰ পিচত বিজয়ৰ মনটো বেছ্ ফৰকাল লাগিল । কোঠালৈ আহি এইবাৰ যাত্ৰাৰ কাৰণে নিজকে সম্পূৰ্ণ প্ৰস্তুত কৰি পিঠিত বেগটো বান্ধি ললে । হাতত লাঠিডাল ।

তেতিয়া বৃদ্ধ লামা নিজৰ কোঠাত চকী এখনৰ ওপৰত বহি কুহুৰ কুহুৰকৈ কাহি আছে । মাত লগাবলৈ বিজয় তেওঁৰ ওচৰলৈ আহিল । দুৱাৰমুখত বোবা মানুহজনী থিয় হৈ আছে । বিজয় বুঢ়াৰ ওচৰলৈ গ’ল আৰু বেছ্ নম্ৰ ভাৱেৰে ক’লে,– “মই এতিয়া

আপোনালোকৰ পৰা বিদায় লব খুজিছোঁ । কৃতজ্ঞতা জনাইছোঁ । মোক এতিয়া যাবলৈ অনুমতি দিয়ক ।"

বিজয়ৰ কথা শুনি বুঢ়া যেন সামান্য চক খাই উঠিল । তেওঁ বেছ কিছুসময় বিজয়লৈ তীক্ষ্ণ দৃষ্টিৰে চাই থাকি হঠাৎ বৰ ছুটা মাতেৰে চিঞৰি উঠিল– "বিদেশী ডেকা ! তুমি ভাবিছা অতি সহজে ইয়াৰ পৰা যাব পাৰিবা । তুমি যাব নোৱাৰা । যেতিয়ালৈকে তুমি এই পবিত্ৰ পাহাৰটৌলৈ যোৱাৰ কাৰণ নোকোৱা, তেতিয়ালৈকে তুমি এই মঠ এৰি যাব নোৱাৰিবা । তোমাৰ মুখৰ পৰা শুনাৰ পিচতহে মই বিচাৰ কৰি চাম । মই যাবলৈ দিলেহে যাব পাৰিবা । এতিয়া কোৱা, তুমি কি উদ্দেশ্য লৈ পাহাৰটৌলৈ যাব খুজিছা ?"

বুঢ়াৰ আদেশ দিয়া ধৰণৰ কথা শুনি বিজয়ৰ টিঙিচকৈ খং উঠি গৈছিল । কিন্তু কষ্টেৰে নিজকে সংযত কৰি ওলোটাই বিজয়ে সুধিলে– "কিন্তু পাহাৰটৌলৈ যাবৰ কাৰণে কিয় আপোনাৰ অনুমতি লব লাগিব মোক ক'বনে ? ......এয়া চাওঁক, মোৰ ডিঙিত এডাল বিশেষ মণিমালা আৰু এইটো তথাগতৰ মন্ত্ৰপুত আঙঠি । এতিয়া নিশ্চয় আপুনি কোনো আপত্তি নকৰে ।"

ঘোলা চকুৰে বুঢ়াই আঙঠিটো চাই এটা বিদ্ৰূপৰ হাঁহি মাৰিলে আৰু ক'লে– "এনেকুৱা আঙঠি আজিকালি বিদেশী মানুহৰ হাতে হাতে পোৱা যায় । ......শুনা বিদেশী ডেকা, মোৰ ওপৰতো তথাগতৰ আদেশ আছে, যি মানুহে এই মাহাত্ম্য থকা পাহাৰটৌলৈ উঠিব খুজিব, তাত উঠাৰ উদ্দেশ্যৰ কথা মোক ক'ব লাগিব ।"

এটা হাঁহিৰে বিজয়ে উত্তৰ দিলে– "মহামান্য লামা ! এইটো মোৰ পক্ষে অসম্ভৱ । মই কি মহান উদ্দেশ্য লৈ ইয়ালৈ আহিছোঁ, সেই কথা আপোনাক জনাব নোৱাৰিম । ......কিন্তু মই যাম । মই তালৈ যাবই লাগিব । কোনেও মোক বাধা দিব নোৱাৰে ।"

বিজয়ৰ এনে উত্তৰ শুনি বৃদ্ধ লামা খঙত কঁপিবলৈ ধৰিলে আৰু সেইটো শৰীৰেৰেই তীব্ৰস্বৰে চিঞৰি উঠিল– "কি ??...কি কৈছা তুমি ? কোনেও তোমাক বাধা দিব নোৱাৰিব হো ? কি বুলি ভাবিছা তুমি নিজকে ?"

বিজয়ে মাৰ্জিত স্বৰেৰে উত্তৰ দিলে– "যি বুলিয়ে মই নিজকে নেভাবোঁ, মুঠতে আপুনি মোক বাধা নিদিব । এইটো মোৰ একান্ত

অনুৰোধ। মোক বিদায় দিয়ক। মই ওলালোঁ।......"

এইবুলি কৈয়ে বিজয় একেকোবে আহি আগফালৰ চোতাল পালেহি আৰু মঠৰ চৌহদৰ শিলৰ ডাঙৰ দুৱাৰখনৰ পিনে অগ্রসৰ হ'ল। ক্রোধান্বিত বৃদ্ধও থৰকবৰক খোজত ওলাই আহিল। পিচে পিচে বোবা ভিক্ষুণীজনী।

আকৌ বুঢ়াই চিঞৰিলে– "বিদেশী, আৰু এখোজো আগনেবাঢ়িবা। ভীষণ বিপদ হ'ব। ভয়ানক কাণ্ড ঘটি যাব।......"

তেতিয়াও বিজয় নৰ'ল। খোজ চলাই মূল তোৰণৰ কাষ পালেগৈ। তেতিয়া বুঢ়াই এটা বিকৃত স্বৰত কাৰোবাক সম্বোধন কৰি কেইবাবাৰো চিঞৰি উঠিল। লগে লগে চকুৰ পচাৰতে এটা ঘটনা ঘটিল। তৎক্ষণাৎ আঠটামান হৃষ্ট-পুষ্ট মানুহ তাত উপস্থিত হ'ল। মূৰত চুলি নাই। শৰীৰত ঢিলা হালধীয়া সাজ। হাতত দীঘল টাকোন। মুখমণ্ডলত নিষ্ঠুৰতা। ৰঙা সৰু সৰু চকুবোৰত হিংস্রতা ফুটি উঠিছে। আহি পোনেই সিহঁতে বিজয়ৰ বাট ভেটি ধৰিলে। সিহঁতৰ দুটাই বিজয়ৰ হাত দুখনত ধৰিলে।

আচৰিত হৈ বিজয়ে সিহঁতলৈ চালে আৰু লগে লগে খঙত চিঞৰি সুধিলে– "কোন তঁহত ? মোক বাধা দিবলৈ তহঁত কোন ??"

সিহঁতে কোনো উত্তৰ নিদিলে। তাৰ উত্তৰত বাৰাণ্ডাত থিয় হৈ চাই থকা বুঢ়াইহে চিঞৰি ক'লে– "সিহঁত কোন তই জনাৰ কোনো প্রয়োজন নাই। ইয়াৰ পৰা ওলাই যোৱাৰ তোৰ সাধ্য নাই। এতিয়াও ক, তই কি উদ্দেশ্য লৈ ইয়ালৈ আহিছ ? তেতিয়ালৈকে তই এই মঠত বন্দী হৈ থাকিব লাগিব।...... ধৰি আন বিদেশীটোক ইয়ালৈ। মোৰ আদেশ উলঙ্ঘা কৰাৰ পৰিণাম কি সি জানি লওঁক। .."

তেনেতে বিজয়ক অবাক কৰি দি সেই বোবা ভিক্ষুণীৰ কণ্ঠৰ পৰা এটা তীব্র আৰ্তনাদ ওলাই আহিল। কিন্তু এতিয়া বিজয়ৰ সেই আৰ্তনাদৰ কোনো প্রয়োজন নাই। প্রচণ্ড খঙত তেওঁৰ সমস্ত শৰীৰ কঁপিবলৈ ধৰিলে। তেতিয়ালৈ সেই দুৰ্দান্ত প্রকৃতিৰ মানুহকিটাই বিজয়ক আগুৰি ধৰি মঠৰ ভিতৰলৈ টানি নিবলৈ উদ্যত হৈছে। বৃদ্ধ লামাৰ চকুৰে-মুখে ফুটি উঠিছে ঘৃণা আৰু জিঘাংসা।

তেনে এক চৰম দুৰ্যোগপূৰ্ণ মুহূৰ্তত হঠাৎ এনে এটা ঘটনা ঘটিল, যিটোৰ বিষয়ে বিজয়ে এক মুহূৰ্তৰ আগলৈকেও কল্পনা কৰা নাছিল।

বিভীষিকা আৰু আতঙ্ক সৃষ্টি কৰি অনতিদূৰত থকা গছজোপাৰ তলৰ পৰা বাঘৰ এটা তীব্র হুঙ্কাৰ ভাঁহি আহিল। লোমহৰ্ষক সেই গৰ্জনত সকলোৰে অন্তৰাত্মা কঁপি উঠিল। নিমিষতে সেই ভয়াবহ মানুহকিটাৰ হাতবোৰ শিথিল হৈ পৰিল আৰু বিজয়ক এৰি পিচহুহুকি গ'ল। আনকি আতঙ্কত বুঢ়াৰো মুখৰ চেহেৰাৰ পৰিৱৰ্তন ঘটিল।

মানুহকিটা তেতিয়াও কঁপি কঁপি ৰৈ আছিল। এইবাৰ হঠাৎ মূল তোৰণৰ মুখত ডাঙৰ বাঘটোৱে দেখা দিলে। তাৰ চকু দুটা যেন জ্বলা আঙঠাৰ দৰে জ্বলি আছিল। কেৱল দৰ্শন দিয়াতেই সি ক্ষান্ত নাথাকিল; সি আকৌ এবাৰ খুব জোৰেৰে গুজৰি উঠিল। ইয়াৰ পিচত তাত কোনো মানুহ থকাৰ প্ৰশ্ন নুঠে। এটা লহমাৰ ভিতৰতে ক'ৰ মানুহ ক'ত ছিটিকি পৰিল তাৰ ঠিকনা নোহোৱা হ'ল। কিন্তু বুঢ়াই বাঘটোলৈ অবাক-বিস্ময়েৰে চাই থিয় হৈ থাকিল।

ইয়াৰ পিচত আকৌ এটা আশ্চৰ্য্যজনক ঘটনা হ'ল। সেই বোবা ভিক্ষুণীয়ে ঘপহকৈ চোতালত আঁঠুকাঢ়ি পাহাৰৰ পিনে ভয়াৰ্ত আৰু ভক্তি-বিহ্বল দৃষ্টিৰে চাই এটা তীব্র চিঞৰ মৰি দিলে। মানুহজনীলৈ চাই বিজয় ক্ষন্তেকৰ কাৰণে থৰ হৈ গৈছিল। আঁঠুকাঢ়ি থকা মানুহজনী তীব্র আৰ্তনাদেৰে মাটিত বাগৰি পৰিল। বিজয়ৰ নিখৰ দৃষ্টিত ছাট ছাটকৈ এখন চিনাকি মুখে বাৰে বাৰে ধৰা দিলে।

সেই পুষ্পকনগৰীৰ বিলালিৰ মুখখনো ঠিক এই ভিক্ষুণীজনীৰ দৰেই আছিল।

বিজয়ে বুজি পাইছিল, মায়া মোহত পিচলৈ উভতি চাই ৰৈ দিলেই তেওঁ মৃত্যুক বৰণ কৰিব লাগিব। যি মহান লক্ষ্য সম্মুখত ৰাখি এই পাহাৰটোত উঠিব খুজিছে সেই যাত্ৰা আৰু গতি অব্যাহত ৰাখিবই লাগিব। ক্ষন্তেকীয়া মোহত ৰৈ দিলেই বাঘটোও তেওঁৰ লগত ৰৈ দিব বুলি ভবাটো মহা ভুল হ'ব বুলি বিজয়ে অনুভৱ কৰিলে। জীৱনটো ৰক্ষা কৰি তেওঁ লক্ষ্যস্থান পাবলৈ হ'লে এই বাঘটোক অনুসৰণ কৰি যাবই লাগিব। ইতিমধ্যে মৰ্মে মৰ্মে বিজয়ে বুজি পাইছে যে পাহাৰটোৰ শৃঙ্গত অৱস্থিত তেওঁৰ অভীষ্ট স্থানলৈ লৈ যাবৰ কাৰণেই বাঘটোক বোধকৰো তেৱেঁই পঠিয়াইছে। কাৰণ এনে ধৰণৰ বাঘক অনুসৰণ কৰাৰ অভিজ্ঞতা বিজয়ৰ আছে। ভাৰত মহাসাগৰৰ সুদূৰ আৰু গভীৰ স্থানত থকা সেই অগম্য আৰু দুৰ্গম দ্বীপটোৰ অভ্যন্তৰত থকা

পুষ্পকনগৰীত বাঘটোৱেইতো বাট দেখুৱাই লৈ গৈছিল বিজয়ক, সেই সৰ্বাঙ্গআবৃতা ৰহস্যময়ী নাৰী মহাশ্বেতাৰ ওচৰলৈ। সেই মহাশ্বেতাৰ ওচৰতেইতো বিজয়ে বিচাৰি পাইছিল জীৱন আৰু মৃত্যুৰ ৰহস্যৰ সন্ধান। নাৰীৰ প্ৰেমৰ মাধুৰ্য্য আৰু মমত্বৰ উপলব্ধি ঘটিছিল তেতিয়াই। অকল এয়ে নহয়, অনিন্দসুন্দৰী আৰু আয়ুষ্মতী সেই মহাশ্বেতাৰ ওচৰতেই তেওঁ সন্ধান পাইছিল ক্ষণস্থায়ী এই পৃথিৱীত আয়ুষ্মান হোৱাৰ পৰম ৰহস্যৰ চাবি-কাঠি। কিন্তু পৰম শক্তিকালৰ অমোঘ বাণীৰ প্ৰতি মহাশ্বেতাৰ ঘটিছিল বিস্মৃতি। ফলত নিষ্ঠুৰ কালৰ কৰাল গ্ৰাসত পৰিছিল মহাশ্বেতা আৰু বিজয়ৰ চকুৰ আগতেই মহাশ্বেতা এজনী আলৰ বুঢ়ীত পৰিণত হৈ গৈছিল আৰু সেই বুঢ়ীৰ শৰীৰ ক্ৰমান্বয়ে এটা কুৎসিত মকৰালৈ ৰূপান্তৰিত হৈ সেই অনিৰ্বাণ অগ্নিকুণ্ডলীৰ কাষৰ মাটিত লীন হৈ গৈছিল। কিন্তু মকৰালৈ ৰূপান্তৰিত হোৱাৰ আগমুহূৰ্তত বুঢ়ীত পৰিণত হোৱা মহাশ্বেতাই মৃদুভাৱে সেঁহাই সেঁহাই কৈ গৈছিল যে তেওঁ এই পৃথিৱীলৈ আকৌ ঘূৰি আহিব বাৰ বছৰৰ মূৰত।

বাৰ বছৰ অতিক্ৰম হৈ গ'ল। বিজয় এতিয়া দুকুৰি বছৰ বয়সীয়া পূৰ্ণ মানুহ। সৎ, চৰিত্ৰৱান আৰু দুঃসাহসী বিজয়ে যোৱা বাৰটা বছৰৰ ভিতৰত বহুতো ঘাত-প্ৰতিঘাত পালে, বহুতো অভিজ্ঞতা তেওঁৰ জীৱনত সঞ্চিত হ'ল। দদাইদেউ ৰণবীৰ সিং তেতিয়াও জীয়াই আছিল, যদিও বাৰ্দ্ধক্যই তেওঁৰ শৰীৰ অসমৰ্থ কৰি আনিছিল। কিন্তু প্ৰাক্তন বন-বিষয়া দুৰ্দ্ধৰ্ষ চৰিত্ৰৰ ৰণবীৰ সিঙৰ মনটো তেতিয়াও হৈ আছিল সজীৱ গছ্-গছনিৰ দৰে সেউজীয়া। মনটো তেওঁৰ অফুৰন্ত উদ্যমেৰে ভৰপূৰ। যোৱা বাৰ বছৰত অধিক গহীন-গম্ভীৰ হৈ পৰা বিজয়ৰ প্ৰতিটো গতি-বিধি তেওঁ খুব ভালদৰে নিৰীক্ষণ কৰি আছিল। অৱশ্যে কোনো কথাতেই দিহা-পৰামৰ্শ দিয়াৰ প্ৰয়োজন হোৱা নাছিল।

.....ইমান সময় বিজয়ে একেবাৰে আপোন পাহৰা হৈ নামনিৰ শ্যামল উপত্যকাৰ ওপৰত ৰ'দৰ চেৰেঙা পৰি সৃষ্টি হোৱা অপূৰ্ব মোহনীয় প্ৰাকৃতিক ৰূপ চাই থাকোতে তেওঁৰ এটা এটাকৈ কথাবোৰ মনত পৰিছিল। আচলতে এইবোৰ মনত পেলোৱা কথা নাছিল। ইমানদিনে ইমান নিশ্চিন্তভাৱে ভাবিবলৈ তেওঁ অৱকাশ পোৱা নাছিল। এই পাহাৰটোত উঠাৰ আগলৈকে প্ৰত্যেকদিনে প্ৰতিটো মুহূৰ্ত্ততে

যিকোনো বিপদৰ আশঙ্কাই বিজয়ক সচকিত আৰু সজাগ কৰি ৰাখিছিল। আনকি ৰাতিটো য'ত কটাইছিল তাতো তেওঁৰ মন নাছিল। প্ৰতি মুহূৰ্ততে এটা উৎকণ্ঠাৰ ভাৱে তেওঁৰ মনটো আচ্ছন্ন কৰি ৰাখিছিল। পাহাৰটোৰ নামনিত থকা মঠটোৱেই আছিল ডাঙৰ বাধা। এটা বাধা সৰকি অহা টান হ'ব বুলিয়ে বিজয়ে আশঙ্কা কৰিছিল। সেইটো বাধাও অতিক্ৰম কৰি আহি বিজয়ে এটা ডাঙৰ স্বস্তিৰ নিশ্বাস পেলাইছিল আৰু কিছুদূৰ পাহাৰ পথেদি উঠি যোৱাৰ পিচত এটুকুৰা সমান ঠাইত থিয় হৈ নিৰুদ্বিগ্ন চিত্তেৰে তলত প্ৰকৃতিৰ অপৰূপ ৰূপৰাশিলৈ চাইছিল। শাৰীৰিক অৱসাদ দূৰ হোৱাৰ লগতে বিজয়ৰ মনৰ পৰ্দাত এটা এটাকৈ অতীত দৃশ্য ভাঁহিবলৈ ধৰিছিল।

কিন্তু তেনে এটা গভীৰ আত্মমগ্নতাৰ মাজত সন্মুখৰ জোপোহাত থকা বাঘটোৰ এটা তীব্ৰ গৰ্জনে বিজয়ক তৎক্ষণাৎ বাস্তৱলৈ ঘূৰাই আনিলে। বাঘটোৰ চিঞৰৰ অন্য কোনো উদ্দেশ্য নাছিল। তাৰ পিচে পিচে আহিবলৈ সি বিজয়ক সেইটো সঙ্কেতহে দিছিল।

সম্বিত ঘূৰাই পাই বিজয় অগ্ৰসৰ হ'ল। এইবাৰ পাহাৰৰ ওপৰলৈ উঠা পথ। বাট বুলিবলৈ একো নাই। ডাঙৰ ডাঙৰ শিল বগাই বাঘটোৰ পিচে পিচে যাবলৈ ধৰিলে। ওপৰলৈ উঠি যোৱা বাট কাৰণে বাঘটোৱে মাজে মাজে বৈ দিয়ে আৰু পিচলৈ চায়। বিজয় ফোঁপাইছে যদিও এইবাৰ কতো বৈ দিয়া নাই। বাধাহীনভাৱে গৈ থাকিবলৈ ধৰিলে।

কিমান দিন এনেদৰে পাহাৰ বগাই বগাই গৈ থাকিব লাগিব। ইয়াৰ শেষ ক'ত ? যদি এনে নিৰবিচ্ছিন্ন যাত্ৰাৰ শেষ আছে তেন্তে তাৰ পৰিণতি শুভ নে অশুভ। অশুভ নিশ্চয় হ'ব নোৱাৰে। কাৰণ-আকাশত উজ্জ্বল জ্যোতিষ্কৰ চিন দেখুৱাই মহাশ্বেতাই বিজয়ক কোনো এটা অশুভ পৰিণতিৰ সন্মুখীন হ'বৰ কাৰণে নিশ্চয় মাতি পঠিওৱা নাই। কিন্তু সেই শুভদিন আহিব কেতিয়া ? ইমানদিনে গভীৰ আন্তৰিকতাৰে বিজয়ে ধৈৰ্য্যৰ বান্ধ অকণো শিথিল কৰি দিয়া নাছিল। কিন্তু এতিয়া যেন ধৈৰ্য্য লাহে লাহে টুটি আহিবলৈ ধৰিছে। কোনে জানে, এনেদৰে গৈ গৈ যিদিনা সঁচাকৈয়ে বিজয়ে মহাশ্বেতাৰ দৰ্শন পাব তেতিয়ালৈ বিজয়ৰ শৰীৰত একো নেথাকিব।

এইদৰে ভাবি ভাবি গৈ থাঁকোতে বিজয় বোধহয় অন্যমনস্ক হৈ

পৰিছিল। শিল এছটাৰ ওপৰত ভৰিখন দিয়াৰ লগে লগে পিছল খাই পৰি যাব খুজিছিল। ভাগ্যে কাষৰ গছ এজোপাত ভেজা দি বৈ গ'ল। বিশেষ দুখ নেপালে। কিন্তু গছজোপা নথকা হ'লে পাহাৰৰ শুকান নামনিলৈ বাগৰি যোৱাৰ সম্ভাৱনা আছিল। অৱশ্যে তলত বাগৰি পৰা হলেও কোনো ভয় নাছিল।

ভৰি পিছল খাই পৰি গৈ তেওঁৰ গতি স্তব্ধ হৈ যোৱাত বাঘটোৱে এবাৰ পিচলৈ চাই এটা গোজৰণি মাৰিলে। বাঘৰ গোজৰণি শুনি তেওঁ বুজি পালে, খোজৰ গতি অকণো শিথিল নকৰি খোজ চলাই যাবলৈ বাঘটোৱে ইঙ্গিত দিছে। ইপিনে বিজয়ৰ ভোকো লাগিছে। বেলিটো লাহে লাহে পশ্চিমৰ দিশলৈ গতি কৰিছে। কিছু সময়ৰ পিচতেই বেলিটো যেতিয়া অদূৰৰ আন এটা পাহাৰৰ আঁৰ হৈ যাব, তেতিয়া অন্ধকাৰে লাহে লাহে এই পাহাৰ, সমতল ভূমি গ্ৰাস কৰি পেলাব। ৰাতি ক'ৰবাত থকাটো যি হয় হ'ব, কিন্তু তেওঁ পেটৰ ভোকটোহে লাহে লাহে সহ্য কৰিব নোৱাৰা হৈ আহিছে। ক'ৰবাত বহি টিনত ভৰাই অনা খাদ্যখিনি খাই লব পৰা হ'লে তেওঁৰ শৰীৰত শক্তি ঘূৰাই পালেহেঁতেন। কিন্তু বাঘটোৱে ক'তো ৰ'বলৈ বা জিৰাবলৈ অকণো সুযোগ দিয়া নাই। বৈ জিৰাবলৈ সুযোগ দিবলৈ হ'লে বাঘটোৱে তাৰ গতি মন্থৰ কৰে আৰু এটা মৃদু গোজৰণিৰে সামান্য আঁতৰি গছৰ জোপোহাৰ মাজত সোমাই পৰে। এনে ধৰণৰ অভিজ্ঞতা ইতিমধ্যে বিজয়ৰ কেইবাবাৰো হৈছে। কিন্তু আজিহে তাৰ আচৰণ অলপ বেলেগ। কোনোবা এঠাইত বৈ দিয়াৰ কোনো লক্ষণ তাৰ গাত নাই। অথচ বৈ ক্ষন্তেক জিৰাই ভোক পিয়াহ দূৰ কৰিবলৈ সুচল ঠাই ইতিমধ্যে কেইবাবাৰো পাৰ হৈ গৈছে। বাঘটোৰ ৰোৱাৰ নাম নাই, এটা গতিত গৈ আছে। তাৰ আচৰণ লাহে লাহে অধিক ৰহস্যজনক হৈ আহিছে।

যিমানেই ভাগৰ নেলাগক এতিয়া বৈ দিয়াৰ কোনো উপায় নাই। বাঘটো যেতিয়ালৈকে নৰয়, তেতিয়ালৈকে বিজয়ৰ খোজো অব্যাহত হৈ থাকিব লাগিব। তললৈ কিছুদূৰ নামি যোৱাৰ পিচত এইবাৰ বাঘটো এটা নতুন পাহাৰত উঠিবলৈ আৰম্ভ কৰিলে। এই পাহাৰটো আগৰটোৰ দৰে ওখোৰা মোখোৰা নহয়। অথচ পাহাৰটোত প্ৰচুৰ গছ-গছনি। আটাইতকৈ আচৰিত কথা, গছ-গছনিৰ মাজে মাজে ওপৰলৈ উঠি যোৱা

এটা বাটো আছে। খুব পৰিষ্কাৰ বাট নহয় যদিও সেইফালেদি যে কোনোবা উঠা-নমা কৰি অহা-যোৱা কৰে তাত কোনো সন্দেহ নাই। তেনেহ'লে এই দুৰ্গম পাহাৰটোত জীৱ-জন্তুৰ বাহিৰেও নিশ্চয় মানুহো থাকে। কাৰণ ই কেতিয়াও মাত্ৰ জীৱ-জন্তু অহা-যোৱা কৰা পথেই নহয়। এই বাটেদি মানুহো অহা যোৱা কৰে। কিন্তু কোন মানুহ এই পাহাৰটোত আছে? কি ধৰণৰ মানুহ? এই প্ৰশ্নই বাৰে বাৰে বিজয়ক আমনি কৰিবলৈ ধৰিলে। কিন্তু এই বিষয়ে ক্ষন্তেক বৈ কোনো কথা ভাবিবৰ উপায় বিজয়ৰ নাছিল। কাৰণ বাঘটো যিটো গতিত গৈ আছে তাক অনুসৰণ কৰি একেটা গতিত বিজয়ো যাব লাগিব।

এনেদৰে গৈ থাকোতে পাহাৰৰ উচ্চতাত থকা এখন সমতল ঠাইত হঠাতে যি দৃশ্য দেখিলে বিজয় আচৰিত হৈ অলপ সময় বৈ দিবলৈ বাধ্য হ'ল। শিলত কটা কিছুমান ডাঙৰ ডাঙৰ স্তম্ভ পৰি আছে। গছ-বনে সেইবোৰ প্ৰায় ঢাকি ৰাখিছে। এটা স্তম্ভ ভালকৈ চকু ফুৰাই চাওঁতে দেখিলে তাত ফুল আৰু বুদ্ধদেৱৰ ছবি কটা আছে। সেইবোৰ অস্পষ্ট হৈ পৰিছে যদিও অভিজ্ঞ চকুৰ আগত সেই ছবিবোৰ সহজে ধৰিব পাৰি। কিন্তু এই দুৰ্গম আৰু অটব্য হাবিৰে ভৰা পাহাৰটোত এই শিলৰ স্তম্ভবোৰ কেনেকৈ আহিল আৰু এইবোৰ কিমান বছৰ বা কিমান যুগ এনেদৰে পৰি আছে? বহু বহু বছৰৰ আগতে ইয়াত নিশ্চয় কিবা এখন নগৰ আছিল। হয়তো কোনোবা ৰজাৰ ৰাজধানী আছিল। কিন্তু সেয়া কোন আৰু কেতিয়াৰ? এই কৌতূহল ভৰা প্ৰশ্নবোৰ বিজয়ৰ মনত বাৰে বাৰে উকি মাৰি উঠিছিল যদিও বিজয়ৰ গতি অকণো মন্থৰ হোৱা নাছিল। কাৰণ এনে সুন্দৰ সমতল ঠাই পোৱা সত্ত্বেও বাঘটো এটা মুহূৰ্তৰ বাবেও ৰোৱা নাছিল। বৰং তাৰ গতি আগতকৈ অধিক বেগৱানহে হৈছিল। এনেদৰে প্ৰায় আধা ফাৰ্লংমান যোৱাৰ পিচত আকৌ বেছ্ আহল বহল সমতল ঠাই পোৱা গ'ল। কিন্তু গোটেই সমতলখিনি গছ-গছনিৰে এনেদৰে ভৰি আছে যে দিনতেই ঠাইখিনি অন্ধকাৰ যেন হৈ আছিল। এই সমতলতো শিলৰ স্তম্ভ আৰু লগতে অ'ত ত'ত সিঁচৰতি হৈ থকা শিলৰ মূৰ্তি। বেছি ভাগ জন্তুৰ মূৰ্তি। নিমাত-নিস্তব্ধ এই সমতলখিনিত কিবা এটা অলৌকিক পৰিবেশ বিৰাজ কৰিছে। তথাপি এই ঠাইখিনিতে ৰব পৰা হ'লে বৰ ভাল আছিল। কাৰণ এনে ধৰণৰ প্ৰশস্ত ঠাই পাহাৰৰ ওপৰত পোৱা

টান। এইবোৰ দৃশ্য দেখি ভোক পিয়াহ নাইকিয়া হৈ গৈছিল যদিও বিজয়ৰ বৰ ভাগৰ লাগিছিল।

এই ঠাইখিনি পাৰ হৈ দিয়াৰ লগে লগে আকৌ এবাৰ যিমান আচৰিত হ'ল, তাতকৈ বেছি আতঙ্কিত হৈ উঠিল। কোনো মানুহ নাই, অথচ হঠাতে কিছুমান মানুহৰ কণ্ঠস্বৰ গম্‌গমাই প্ৰতিধ্বনিত হৈ গোটেই সমতল ভূমিত যেন খলকনি তুলিছে। ই কেৱল মানুহৰ মুখৰ গুণগুণনি বা কথাবাৰ্তাই নাছিল। এখন ৰণভূমিত হোৱা মানুহৰ চিঞৰ-বাখৰ, আৰ্তনাদ, আস্ফালন, অট্টহাঁহি আদি সকলোবোৰ আছিল আৰু সেইবোৰ লগ লাগি এনে এটা শব্দৰ-পৰিবেশৰ সৃষ্টি হৈছিল যে বিজয়ৰ কাণত পৰাৰ লগে লগে বিজয় ভীষণভাৱে চক খাই উঠিছিল আৰু চাৰিওপিনে কৌতূহলেৰে দৃষ্টি নিক্ষেপ কৰা সত্ত্বেও যেতিয়া তেওঁ একো দেখা নাছিল, তেওঁৰ গাৰ নোম ডাল ডাল হৈ পৰিছিল। আতঙ্কত গোটেই শৰীৰ কঁপিবলৈ ধৰিছিল। এয়া আছিল অশৰীৰি আত্মাৰ কোলাহল আৰু ক্ৰন্দন। এনে এটা ভয় লগা পৰিবেশত তেজ-মঙহৰ যিকোনো সুস্থ মানুহে কেতিয়াও স্বাভাৱিক হৈ থাকিব নোৱাৰে। সাহসী বিজয়ো ভয় আৰু আতঙ্কত কঁপিবলৈ ধৰিলে আৰু ৰৈ দিবলৈ বাধ্য হ'ল। কিন্তু আচৰিত ধৰণে বাঘটোৱে তাৰ গতি আগতকৈ বঢ়াই পিছলৈ চাই এটা হুঙ্কাৰ দিলে। এই হুঙ্কাৰৰ ইঙ্গিত বিজয়ে বুজি পালে। এই ভৌতিক ঠাইত এটা মুহূৰ্তও ৰৈ দিয়া ভীষণ ভয় আৰু বিপদৰ কথা বুলি বাঘটোৱে তাৰ ভাষাৰে বিজয়ক বুজাই দিলে। গতিকে বেছ জোৰেৰে খোজ পেলাই বিজয়ো বাঘটোৰ পিচে পিচে লৰ মাৰি যাবলৈ ধৰিলে। মুঠতে এই ভয়ানক ঠাইখিনি যিমান সোনকালে অতিক্ৰম কৰিব পাৰে সিমানেই বিজয়ৰ কাৰণে মঙ্গল।

এই মায়াময় আৰু ভয়াল ঠাইত এটা মুহূৰ্তৰ বাবেও অৱস্থান কৰা উচিত নহয় বুলি বিজয়ে তেওঁৰ স্বাভাৱিক বুদ্ধিৰে বুজি পালে। ভাগৰত শৰীৰ কাহিল হৈ পৰিছে। ভোক আৰু পিয়াহে শৰীৰ জৰ্জৰিত কৰি পেলাইছে। তথাপি ৰবৰ সময় নাই। ৰৈ দিলেই তেওঁৰ মৃত্যু ঘটিব। এনে এটা গভীৰ আতঙ্কত তেওঁ গৈ থাকিবলৈ ধৰিলে।

কিছু সময় গৈ থকাৰ পিচত হাবিখন শেষ হোৱাত এখন পাহাৰ আৰম্ভ হ'ল। এইবাৰৰ পাহাৰটো বেছি ৰুক্ষ। গছ-গছনি বেছি নাই। ৰঙা মাটি আৰু ডাঙৰ ডাঙৰ শিল। তাৰ ওপৰেদিয়ে বাঘটো উঠি

যাবলৈ ধৰিলে আৰু মাজে মাজে পিচলৈ ঘূৰি চাই বিজয় আহিব পাৰিছেনে নাই চাই যাবলৈ ধৰিলে। ইতিমধ্যে বিজয় কেছু কাহিল হৈ পৰিছে। কিন্তু ভাগি পৰা নাই। মাটিত পৰি যাব যেন লাগিছে ঠিকেই, কিন্তু মনৰ বল তেতিয়াও অটুট হৈ আছে। এইটো তেওঁৰ দুৰ্গম অভিযানৰ অন্তিম পৰ্য্যায়। এতিয়ালৈকে ভগৱানে তেওঁক বহুবাৰ পৰীক্ষা কৰিছে। এইবোৰৰ এইটো বোধকৰো চৰম পৰীক্ষা। প্ৰতিটো পৰীক্ষাতে তেওঁ সুকলমে উত্তীৰ্ণ হ'ব পাৰিছে। এইবাৰো নিশ্চয় পাৰিব। মনে মনে তেওঁৰ দৃঢ়সঙ্কল্প মূৰ দাঙি উঠিল আৰু তেওঁক যেন কাণে কাণে ক'লে– বিজয়! আৰু বেছি ক্ষণ নাই। তুমি মহাশ্বেতাৰ নিচেই কাষ চাপি আহিছা। মাত্ৰ এটা বা দুটা দিন শৰীৰ আৰু মন দৃঢ়তাৰে বান্ধি ৰাখা। যোৱা এমাহ ডেৰমাহ তুমি বহুত ধৈৰ্য্য ধৰিছা; আৰু মাত্ৰ কেইটামান দিন ধৈৰ্য্য ধৰা। শেষবাৰৰ কাৰণে ইয়াতকৈও যদি কঠিন পৰীক্ষা ভগৱানে তোমাৰ সন্মুখত উপস্থিত কৰে, তুমি তাক সৰ্বশেষ কষ্ট স্বীকাৰ কৰিও হেলাৰঙে অতিক্ৰম কৰিব লাগিব। শৰীৰ আৰু মন শিথিল কৰি এৰি নিদিবা। আৰু বেছি সময় নাই, তুমি তোমাৰ অভীষ্টা, তোমাৰ প্ৰাণাধিকাক লাভ কৰিবা আৰু লাভ কৰিবা চিৰ কালৰ বাবে'।

পাহাৰ বগাই যাওঁতে মানুহে কেতিয়াও আন কথা ভাৱিব নেলাগে। অন্যমনস্ক হলেই বিপদ। বিজয় ক্ষন্তেক সময়ৰ বাবে অন্যমনস্ক হৈ পৰিছিল। তেনে সময়তেই বাঘটো তেওঁৰ সন্মুখৰ পৰা হেৰাই গ'ল। অলপ আগলৈকে তেওঁৰ পৰা দহ-বাৰ গজ মান আঁতৰত বাঘটো এটা স্থিৰ গতিত গৈ আছিল। পূৰ্বৰ ক্ষীপ্ৰতা তাৰ গতিত নাছিল। সন্মুখত কোনো গছ-গছনি নাই। লঠঙা পাহাৰ। থিয়ে থিয়ে ওপৰলৈ উঠি যাব লাগে। তেনেস্থলত বেছ কিছুদূৰ আগবাঢ়ি গ'লেও বাঘটো বিজয়ৰ দৃষ্টিৰ পৰা আঁৰ হ'ব নেলাগে। কিন্তু আচৰিত ধৰণে বাঘটো নাইকিয়া হৈ গ'ল। বুকুখন ছাটকৈ উঠিল। তেওঁ বৈ দিলে আৰু চাৰিওপিনে খুব ভালকৈ চালে। কিন্তু বাঘটোৰ কোনো চিন নাই। হঠাৎ চকুৰ পলকতে বাঘটো গ'ল ক'লৈ? বিজয়ক ইমানদূৰ বাট অনাৰ পিচত এতিয়া এনেকৈ বাঘটো আঁতৰি যোৱাৰ কাৰণ কি? তাৰ উদ্দেশ্য কি? তেওঁ ভাবিলে, ইয়াৰ অৰ্থ এইটো নেকি যে তাৰ কৰ্তব্য আৰু দায়িত্ব শেষ হৈছে? চিৰিংকৈ তেওঁৰ বুকুখন কঁপি উঠিল।

বিজয়ৰ পৰম ঈপ্সিত, চিৰ-আকাঙ্খিত লক্ষ্যস্থান বিচাৰি অহাৰ অভিযান ইয়াতেই শেষ নেকি ? ভবাৰ লগে লগে তেওঁৰ অন্তৰখন প্ৰবলভাবে আলোড়িত হ'ল আৰু তীক্ষ্ণ আৰু সজাগ দৃষ্টিৰে চাৰিওপিনে নিৰীক্ষণ কৰিবলৈ ধৰিলে। কিন্তু ক'তা। লক্ষ্যস্থান শেষ হোৱাৰ কোনো চিন বা আভাস তেওঁ বিচাৰি নেপালে। তৃণহীন ৰুক্ষ পাহাৰটো কেনেকৈ শেষ লক্ষৰ থলী হ'ব পাৰে ? ই অসম্ভৱ। কিন্তু চকুৰ আগৰ পৰাই হঠাৎ বাঘটো অন্তৰ্দ্ধান হৈ যোৱাত তেওঁ দুশ্চিন্তাত পৰি গ'ল। তেওঁ এতিয়া কি কৰিব ? তাঁলৈ বাট চাবনে, নিজে নিজেই আগবাঢ়ি গৈ থাকিব ?

এনেদৰে ভাবি তেওঁ ওপৰলৈ উঠি যাবলৈ ধৰিলে। কেইখোজমান উঠি যোৱাৰ পিচত বাঘৰ অন্তৰ্দ্ধানৰ ৰহস্য উম্ঘাটন হোৱাত তেওঁ বৰ স্বস্তি অনুভৱ কৰিলে। এটা প্ৰকাণ্ড থিয় শিল পাৰ হোৱাৰ লগে লগেই পাহাৰটোৰ মাজতে বাঁওপিনে এটা সুৰঙ্গ তললৈ নামি গৈছে। আকৌ এটা সুৰঙ্গ। এই সুৰঙ্গৰ মাজেদিয়ে বোধকৰো আগবাঢ়ি যাব লাগিব। মনতে বিৰক্ত হ'ল যদিও ক্ষন্তেক আগতে মনত গোট খোৱা দুশ্চিন্তা এতিয়া নাইকিয়া হৈ যোৱাত মুখত এটা আশাৰ হাঁহি বিৰিঙি উঠিল। এই সুৰঙ্গৰ ভিতৰতেই তেনেহলে অন্ত পৰিব তেওঁৰ সকলো দুখ-যন্ত্ৰণা আৰু লাভ কৰিব তেওঁৰ পৰম লক্ষ্যস্থান।

সুৰঙ্গৰ মুখত ক্ষন্তেক সময় বিজয় ৰ'ল। এতিয়া তেওঁ নিশ্চিত যে বাঘটো এইপিনেই গৈছে। সুৰঙ্গৰ মুখখন ডাঙৰ নহয়। ইয়াৰ দুৱাৰমুখখনহে পোহৰ। ভিতৰখন অন্ধকাৰ। চকুৰে ভালকৈ মনিব নোৱৰি। দুৱাৰমুখ বেছ সমান। শিল নাই। পাহাৰৰ ৰঙা মাটি। মাটিখিনি বিজয়ে চালে। মুখখন আনন্দত উজলি উঠিল। মাটিখিনিৰ ওপৰত বাঘটোৰ খোজ স্পষ্ট হৈ আছে। এতিয়া কোনো ভয় বা দুশ্চিন্তা নাই। তেওঁ নিৰ্ভয়ে সুৰঙ্গটোত প্ৰৱেশ কৰিলে। শাৰীৰিকভাৱে ক্লান্ত হৈ পৰিছে যদিও এইবাৰ তেওঁৰ মনত উৎসাহ আৰু চাঞ্চল্য বেছি। ......কিন্তু কেইখোজমান যোৱাৰ পিচতেই ঘোপ-মৰা অন্ধকাৰে তেওঁক গ্ৰাস কৰি পেলালে। পোহৰ সোমাৰ পৰা কোনো ছিদ্ৰ নাই। ভৰিৰ তলত ওখোৰা মোখোৰা শিল। এইবাৰ তাৰ ওপৰেদি খুপি খুপি খুব সাৱধানে যাব লগা হ'ল। এনেদৰে কিছুসময় আগবঢ়াৰ পিচত হঠাৎ কোনোবা ফালেদি বাহিৰৰ পৰা সোমোৱা এচেৰেঙা ৰ'দে তেওঁৰ মনটো উৎফুল্ল কৰি দিলে। এইবাৰ তেওঁৰ সুৰঙ্গৰ ভিতৰখন খুব

ভালকৈ দেখিলে। সুৰঙ্গৰ দুয়ো কাষে আৰু ওপৰত শিল। কাষৰ শিলবোৰৰ ফাঁকে ফাঁকে শেলুৱৈ ধৰণৰ কিছুমান গছ। সেই শেলুৱৈৰ পৰা টপ্‌টপ্‌কৈ পানী পৰিছে। কোনোবা ফালেদি পানী বাগৰি আহি ভিতৰৰ শিল আৰু বন তিয়াই ৰাখিছে। ওপৰলৈ চকু যোৱাত দেখে দুটা ডাঙৰ শিলৰ মাজত এটা ডাঙৰ ফাঁট, যাৰ মাজেদি নীলা আকাশৰ এটা অংশ দেখা গৈছে। সেই ফালেদি বাহিৰৰ ৰ'দ সোমাই ভিতৰখন পোহৰ কৰিছে। এতিয়া আবেলি। স্তিমিত সূৰ্য্যৰ ৰেঙণি। লাহে লাহে সূৰ্যৰ পোহৰ ক্ষীণ হৈ আহিছে। এই গিৰিমালাৰ পৰা সূৰ্য্যই মেলানি মগাৰ পিচত এই সুৰঙ্গৰ ভিতৰখনত ঘনঘোৰ নিচ্ছিদ্ৰ অন্ধকাৰে ৰাজত্ব আৰম্ভ কৰিব। তেতিয়া বিজয় বাহিৰৰ জগতখনৰ পৰা সম্পূৰ্ণৰূপে বিচ্ছিন্ন হৈ যাব। এই ভাৱ অহাৰ লগে লগে তেওঁৰ ভৰিৰ খোজ ক্ষীপ্ৰ হ'ল। কিন্তু আচৰিত কথা। বাঘটো তো সুৰঙ্গৰ ভিতৰত থাকিব লাগিছিল। কিন্তু সি ক'লৈ গ'ল ? এই বাঘটোৰ আচৰণ ক্ৰমাৎ ৰহস্যজনক হৈ পৰিছে। ইয়াৰ কাৰণ বিচৰা অৱশ্যে বিজয়ৰ পক্ষে সম্ভৱপৰ নহয়।

এনেদৰে ভাবি থিয় হৈ দিওঁতেই সচকিত আৰু লগতে উল্লাসিত হৈ বিজয়ে শুনিলে তেওঁৰ সম্মুখৰ পৰা বাঘটোৰ অতি চিনাকি প্ৰচণ্ড হুঙ্কাৰ ভাঁহি আহিছে। গম্‌গম্‌কৈ এই স্বৰ সুৰঙ্গৰ ভিতৰত প্ৰতিধ্বনিত হ'ল। ক্ষণিকৰ উত্তেজনাত তেওঁ বাঘটোৰ প্ৰতি এটা ভুল ধাৰণা পোষণ কৰিছিল। সুৰঙ্গৰ কোনোবা এটুকুৰা ঠাইত সি নিশ্চয় বিজয়ৰ কাৰণে বৈ আছে। তাৰ হুঙ্কাৰ শুনি বিজয়ে লৰালৰিকৈ ভৰি চলাবলৈ চেষ্টা কৰিলে। কিন্তু পোহৰৰ অংশ শেষ হোৱাৰ পিচত অন্ধকাৰত ভৰি চলাওঁতে এছটা শিলত পিচল খাই বিজয় পৰি গ'ল। শিলছটাৰ ওপৰত পানী পৰি আছিল। কাষেদি এটা পানীৰ সুঁতি বৈ গৈছে। জিৰ্‌জিৰ্ শব্দেৰে বৈ থকা ক্ষীণ সুঁতিটোৰ ওপৰত বিজয় পৰি যোৱাত অৱশ্যে তেওঁ বেছি দুখ নেপালে। কিন্তু কাপোৰ তিতিলে। সেইবোৰলৈ বিজয় চিন্তিত নহ'ল। বৰং তেওঁৰ মনটো ভালহে লাগিল। এই সুঁতিটোৱে এটা আশাৰ বাৰ্তা আনিছে। তেওঁৰ অভিজ্ঞতাই এই আশা আনিছে। কাৰণ পাহাৰ, কঠিন শিল আৰু অন্তহীন দুৰ্গম অৰণ্যৰ পিচত হঠাতে পাই যোৱা সৰু নদী বা জুৰিয়ে সদায়ে বিজয়ক উপকাৰ কৰি আহিছে। সুৰঙ্গৰ মাজত এই জুৰিটোৱে নিশ্চয় এইবাৰো তেওঁৰ

ভালেই কৰিব। হয়তো ই চূড়ান্ত সফলতাৰ শুভ লক্ষণ। মনটো আশাৰে ভৰি গ'ল। বাঘটো আকৌ এবাৰ চিঞৰি উঠিল। তাৰ হুঙ্কাৰত যেন এটা আকুল আহ্বানৰ ধ্বনি।

বিজয়ে অন্ধকাৰৰ মাজতো অনুমান কৰিলে বাঘটো বৰ বেছি আঁতৰত নাই। সুৰঙ্গটোৱে এইবাৰ এটা সৰু পাক লৈছে। পাক- টোত থকা ওখ-চাপৰ শিলবিলাকৰ কাষেদি জিৰ্‌জিৰ্‌কৈ জুৰিৰ সুঁতিটো বৈ গৈছে। পানীখিনি হিম চেঁচা। বিজয়ে তেওঁৰ সজাগ ইন্দ্ৰিয়ৰ দ্বাৰা অনুভৱ কৰিলে বাঘটো অনতিদূৰত তেওঁৰ কাৰণে অপেক্ষা কৰি আছে। জুৰিৰ পানীয়ে তেওঁক অনুসৰণ কৰা পথৰ ইঙ্গিত দিলে। পানী বৈ অহা পিনেই তেওঁ গৈ থাকিবলৈ ধৰিলে।

পাকটো শেষ হোৱাৰ লগে লগে বিজয়ৰ কাৰণে কি এটা পৰম বিস্ময় বৈ আছিল তেওঁ একেবাৰেই নেজানিছিল। পাকটো ঘূৰাৰ লগে লগে এটা ৰঙা উজ্জ্বল পোহৰে তেওঁৰ চকু ছাট মাৰি ধৰিলে। ঘোৰ অন্ধকাৰৰ পৰা ওলাই আহিয়ে হঠাৎ এনে এটা ডাঙৰ ৰঙা পোহৰ দেখিবলৈ পালে কোনো মানুহ চক খাই নুঠিব! আচৰিত কথা! সেই পোহৰ আহিছিল দপ্‌দপ্‌কৈ জ্বলি থকা একুৰা জুইৰ পৰা।

জুইৰ পোহৰত সুৰঙ্গৰ ভিতৰখন বেছ স্পষ্টকৈ দেখা গৈছে। আৰু এটা আচৰিত কথা যে জুইৰ কাষৰ শিলৰ ওপৰেদি নিজৰাৰ পানী বৈ গৈছিল যদিও জুই জ্বলি থকা পিনৰ ঠাইখিনি বেছ সমান। তাত শিলৰ ওখোৰা মোখোৰা নাছিল। জুইৰ কাষৰ সুৰঙ্গৰ ঠাইখিনিও শুকান হৈ আছে আৰু সাধাৰণতে তেনে ঠাইত শিলৰ ফাঁকেদি ওলাই অহা লতা, শেলুৱৈ, গছৰ শিপা আদি তাত নাছিল। জুইকুৰাৰ কাষত থকা এছটা ডাঙৰ শিলে ঠাইডোখৰ মিহি আৰু ফৰ্‌ফৰীয়া কৰি থৈছে।

ইমান দুৰ্যোগ, দুৰ্ভাৱনা আৰু ভাগৰৰ পিচত হঠাতে এনে এটা অকল্পনীয় পৰিবেশ পাই বিজয়ে হাততে স্বৰ্গ পোৱাদি পাই ইমান আনন্দিত আৰু অভিভূত হ'ল যে সুৰঙ্গৰ ভিতৰৰ এই ৰহস্যৰ কথা ভাবিবলৈকে পাহৰিলে।

জুইৰ ওচৰলৈ অহাত তাৰ উত্তাপে তেওঁৰ দুখ-ভাগৰ বহুখিনি নাইকিয়া কৰি দিলে। ইমান সময় ঠাইখিনিত পিঠিৰ বেগটো থৈ ক্ষন্তেক বহাৰ পিচতহে তেওঁৰ এই অজান ৰহস্যৰ উৎস বিচৰাৰ

কৌতূহল জাগি উঠিল । পাহাৰৰ গৰ্ভৰ মাজত এই জুই আহিল কেনেকৈ ? কোনে এই জুই জ্বলাইছে ? জুইৰ কাষৰ ঠাইখিনি কেনেকৈ ইমান সমান হৈ আছে ? ইয়াত কোনোবা মানুহৰ হাতৰ স্পৰ্শ আছে নেকি ? যদি আছে, সেই মানুহ কোন আৰু এতিয়া ক'ত ? এই ঠাইখিনিৰ সন্ধান বাঘটোৱেইবা পালে কেনেকৈ ? জুইৰ পোহৰ যিমানলৈকে গৈছে, বিজয়ে চাৰিওপিনে এবাৰ চালে । কিন্তু বাঘটোৰ অৱস্থিতিৰ কোনো চিন তেওঁ নেপালে । তেতিয়া এই দুৰ্লভ ৰহস্য ভেদ কৰাৰ কৌতূহল বাঢ়ি গ'ল ।

এইবাৰ হাতত তীব্ৰ পোহৰৰ টৰ্চটো লৈ সুৰঙ্গৰ সম্মুখৰ পিনে আগবাঢ়ি গ'ল । টৰ্চৰ তীব্ৰ পোহৰে ঘোপ মৰা অন্ধকাৰ ফালি যোৱা সত্ত্বেও বাঘটো তেওঁৰ দৃষ্টিগোচৰ নহ'ল । এনেদৰে অলপ দূৰ যোৱাৰ পিচতেই বিজয় ৰৈ দিবলৈ বাধ্য হ'ল । হতভম্বও হৈ পৰিল যেতিয়া দেখিলে সম্মুখৰ পথ বন্ধ । পাহাৰৰ মস্ত মস্ত শিলে সুৰঙ্গটো বন্ধ কৰি দিছে । ওপৰৰ পৰা শিল পৰি বন্ধ হোৱা নাই । স্বাভাৱিক ভাৱেই শেষ হৈছে । সুৰঙ্গটোৰ শেষ হোৱাৰ আন এটা চিনো বিজয়ৰ চকুত পৰিল । ইমান সময় সুৰঙ্গটোৰ মাজেৰে পানী বৈ আহিছিল । এতিয়া বেছ জোৰেৰে পানী বৈ আহিছে শিলৰ প্ৰাচীৰৰ কাষেদি । পানী ওপৰৰ পৰা বাগৰি আহি তলৰ শিলত পৰিছে আৰু তাৰ ছিটিকনি বিজয়ৰ গালে-মুখে পৰিছে । পানীখিনি বেছি চেঁচা ।

এনে এটা আচম্বিত আৰু আশ্চৰ্য্য পৰিস্থিতিত পৰি বিজয়ৰ অন্তৰখন ছাটকৈ কঁপি উঠিল । বন্ধ সুৰঙ্গটোৰ মাজত তেওঁ বন্দী হৈ পৰিল নেকি ? এই ভাবে মনলৈ অহাৰ লগে লগে দুঃসাহসী যদিও তেওঁৰ মনতো এটা অজানিত ত্ৰাসৰ সৃষ্টি হ'ল । নিজকে বৰ অসহায় যেন লাগিল । বুকু কঁপি যোৱা এনে এটা ভাৱ নাহিলহেঁতেন, যদি বাঘটোৰ অস্তিত্বৰ উমান ওচৰে পাজৰে পালেহেঁতেন । সি ক'ত লুকাল বা কোন ফালে গ'ল সেইটো জনাৰো কোনো উপায় নাই । বন্ধ সুৰঙ্গৰ ঘনঘোৰ আন্ধাৰৰ মাজত সম্পূৰ্ণ অকলশৰীয়া আৰু নিঃসহায় হৈ পৰা বিজয় একেবাৰে বিহ্বল হৈ পৰিল । সুদূৰ ভাৰতবৰ্ষৰ পৰা দুৰ্গম পাহাৰ আৰু গভীৰ অৰণ্য পাৰ হৈ অহা অৱস্থাৰ মাজতো তেওঁ কেতিয়াও এনে আতঙ্কগ্ৰস্ত পৰিস্থিতিত পৰা নাছিল । কিন্তু ইমান সহজতে অৱস্থাৰ দাস হৈ পৰা চৰিত্ৰ বিজয়ৰ নহয় । কিন্তু কঠোৰ চৰিত্ৰৰ অধিকাৰী হোৱা

সত্ত্বেও এনে এটা শ্বাসৰুদ্ধ পৰিস্থিতিত তেওঁৰ মুখেদি স্বাভাৱিক প্ৰবৃত্তিজনিত এটা চিঞৰ ওলাই পৰিল। মানুহৰ অস্তিত্ব প্ৰকাশৰ বাবেই বিজয়ে এনেদৰে হয়তো চিঞৰিছিল। কিন্তু সেই চিঞৰ বন্ধ সুৰঙ্গৰ শিলবোৰত খুন্দা খাই আকৌ বিজয়ৰ ওচৰলৈকে ঘূৰি আহিল। সুৰঙ্গটো ৰজনজনাই যোৱাৰ বাহিৰে অন্য ধৰণৰ পাৰ্থিৱ শব্দ বিজয়ে শুনিবলৈ নেপালে।

প্ৰতিধ্বনি মাৰ যোৱাৰ পিচত তেওঁ লাহে লাহে আকৌ ঘূৰি আহিল আৰু জ্বলি থকা জুইকুৰাৰ কাষত বহি এই জুই, বাঘটোৰ হঠাৎ অন্তৰ্দ্ধান আৰু সুৰঙ্গৰ সমাপ্তিৰ ৰহস্যৰ বিষয়ে আকাশ পাতাল ভাবিবলৈ ধৰিলে। ইমানদূৰ সুকলমে আৰু নিৰ্বিঘ্নে পথ দেখুৱাই অনাৰ পিচত বাঘটোৱে বিশ্বাসঘাতকতাৰ দৰে এনে আচৰণ কৰাৰ কাৰণ কি? বিজয়ক ভয় খুৱাবলৈকে সি ধেমালি কৰিছে নেকি? নাইবা সি কিবা কাৰণত বিজয়ৰ ওপৰত ক্ষুণ্ণ হৈছে নেকি? কিন্তু তেনে কোনো কাৰণ তো থাকিব নোৱাৰে। কাৰণ সি যেনেদৰে যি পথেদি বিজয়ক লৈ আনিছে তেওঁ তাৰ ওপৰতেই সম্পূৰ্ণ নিৰ্ভৰ কৰি তেনেদৰেই আহি এইখিনি পাইছেহি। আনকি আজিৰ দিনটোত পোৱা চৰম ক্লান্তি আৰু ভোক-পিয়াহ দূৰ কৰিবলৈও বিজয়ে সুযোগ পোৱা নাই। এতিয়া এই ৰহস্যময় জুইকুৰাৰ কাষত এৰি থৈ বাঘটো ক'ত আৰু কিয় নাইকিয়া হৈ গ'ল সেই কথা ভাবিবলৈ ক্লান্ত বিজয় অপাৰগ হ'ল।

অৱশ্যে যেতিয়া আজি এমাহ কাল বাঘটোৰ প্ৰতিটো আচৰণৰ বিষয়ে ভাবিবলৈ ধৰিলে তেওঁৰ হতাশাত ভাগি পৰা মনটোত আকৌ আশাৰ ৰেঙণি আহিল। এনেকুৱাকৈ মৰণ-ফান্দত পেলাই বাঘটোৱে বিশ্বাসঘাতকতা কৰিব বুলি বিজয়ৰ মনে নক'লে। নিশ্চয় তাৰ কিবা এটা উদ্দেশ্য আছে আৰু সেই উদ্দেশ্য কেতিয়াও অসৎ হ'ব নোৱাৰে। ......হয়তো এই ঠাইখিনিয়ে আটাইতকৈ নিৰাপদ। সেইকাৰণে সি বিজয়ক ইয়াত এৰি গৈছে। তেওঁৰ মনৰ আকাশত গোট খোৱা দুশ্চিন্তা আৰু সন্দেহৰ ভাৱৰ লাহে লাহে আঁতৰি গ'ল। এতিয়া তেওঁ নিশ্চিন্ত আৰু নিশ্চিত হ'ল, প্ৰৱল শক্তিধাৰিণী মহাশ্বেতাৰ দ্বাৰা প্ৰেৰিত বাঘটোৱে বিজয়ক কেতিয়াও বিপদত নেপেলায়। মনলৈ কিছু স্বস্তিৰ ভাৱ অহাৰ পিচত তেওঁ বেগৰ পৰা খাদ্য বস্তু আৰু পানী উলিয়াই সেইবোৰ জুইৰ তাপত গৰম কৰি খালে। প্ৰায় গোটেই দিনটোৱে তেওঁ একো খোৱা

নাছিল ।

পেটত খাদ্য পৰাৰ পিচত ভাগৰে বিজয়ক হেঁচা মাৰি ধৰিলে । জুইৰ কাষৰ সমান ঠাইত কাপোৰ পাৰি গাত কম্বল লৈ শুই পৰিল । কিছু সময়ৰ আগত মনত সৃষ্টি হোৱা দুশ্চিন্তা আৰু আশঙ্কা এতিয়া নাই ।

লাহে লাহে তেওঁৰ গভীৰ নিদ্ৰা আহিল । টোপনিৰ মাজত এটা মধুৰ সপোনে বিজয়ক এখন নতুন জগতলৈ লৈ গ'ল । সেই পুষ্পক-নগৰীত দেখা সৰ্বাঙ্গ আবৃতা এগৰাকী মহিমাময়ী নাৰী স্বৰূপে এইবাৰ মহাশ্বেতা তেওঁৰ সম্মুখত উপস্থিত হৈ এটা হাঁহিৰে ক'লে, "কিহৰ কাৰণে তোমাৰ ইমান ভয় বীৰ্য্যবাহন ? তুমি কোন এতিয়াও নিজক চিনি নেপালা ?"

বিজয়ে একো নেমাতিলে । মাতিব নোৱাৰিলে । কিন্তু কিবা এটা অজান আকুলতাই তেওঁক চঞ্চল কৰি তুলিলে । তেওঁ আগবাঢ়ি গ'ল আৰু মহাশ্বেতাৰ হাতখন স্পৰ্শ কৰিব খুজিলে । কিন্তু তেতিয়া মহাশ্বেতাৰ গোটেই শৰীৰত যি প্ৰতিক্ৰিয়া হ'ল তাক দেখি বিজয় আচৰিত হৈ পৰিল । মুখৰ ওপৰত থকা আৱৰণ গুচাই পেলোৱা মহাশ্বেতাৰ শুভ্ৰ ধুনীয়া-মুখখন আতঙ্কগ্ৰস্ত হৈ পৰিছিল আৰু বাৰে বাৰে হাতখন লৰাই অগ্ৰসৰ হৈ অহা বিজয়ক বিৰত কৰিব খুজিছিল । কিন্তু বিজয়ে কোনো ধৰণৰ বাধা নেমানি মহাশ্বেতাৰ হাতখন স্পৰ্শ কৰিলে আৰু কৰাৰ লগে লগে যি ঘটিল সি আছিল অতি ভয়ানক । এটা আতঙ্ক বিহ্বল চাৱনিৰে বিজয়লৈ চাই সেই নাৰীয়ে অত্যুচ্চ পাহাৰৰ শৃঙ্গৰ পৰা তললৈ জপিয়াই দিলে ।

মুখেদি বোধকৰো এটা চিঞৰ ওলাই আহিছিল । উচপ খাই উঠি সাৰ পাই বিজয়ে চাৰিওপিনে এটা ভয়াৰ্ত দৃষ্টিৰে চালে । কিন্তু কোনো নাই । তেওঁ তেনেহলে ইমান সময় এই জুইকুৰাৰ কাষত গভীৰ নিদ্ৰাতহে পৰি আছিল আৰু তেওঁ সপোন দেখিছিল ? কিন্তু কি ভয়ঙ্কৰ অথচ জীৱন্ত যেন লগা এটা সপোন ! এই সপোনে তেওঁৰ অন্তৰত এটা সাঁচ এৰি থৈ গ'ল । মনটোত কিবা এটা আশঙ্কাই আমনি দিবলৈ ধৰিলে ।

ঠিক তেনে সময়তে কালিৰে পৰা নাইকিয়া হৈ থকা বাঘটোৰ চিনাকি গৰ্জন শুনিবলৈ পোৱা গ'ল । শুনাৰ লগে লগে মনৰ সকলো

অস্বস্তি, আশঙ্কা আৰু জড়তা নাইকিয়া হৈ গ'ল। বাঘটোৰ অস্তিত্বই তেওঁৰ মনটোৰ ওপৰত নিশ্চিন্ততাৰ প্ৰলেপ সানি দিলে।

কিছু সময়ৰ আগতে দেখা সপোনটোৰ মায়াৰ কুহেলিকা কাটি গৈছে। সুৰঙ্গৰ বাহিৰত থিয় হৈ তেওঁ বেছ কিছু সময় চাৰিওপিনে চাই থাকিল। সেই সময়খিনি আছিল অন্ধকাৰ আৰু পোহৰৰ সন্ধিক্ষণ। এটা নতুন দিন আগমনৰ পৱিত্ৰ মুহূৰ্ত। এতিয়াও অন্ধকাৰে এই গিৰি প্ৰান্তৰ আৱৰি আছে। খুব ভালকৈ চালেহে উমান পোৱা যায় যে সন্মুখত এখন পাহাৰ আছে। এটা যেন ওখ ক'লা ছাঁ। হিমসনা বতাহ ববলৈ ধৰিছে! এই বতাহত কিন্তু শীতৰ তীব্ৰতা নাই, আছে এটা শীতলতা, যাৰ স্পৰ্শই মানুহৰ মন শান্ত কৰি পেলাব পাৰে। এই পৱিত্ৰ পৰিবেশত বিজয়ৰ শৰীৰ আৰু মনত থকা সকলো অৱসাদ মুহূৰ্ততে নাইকিয়া হৈ গ'ল। পুৱতি নিশাৰ এই দুৰ্লভ বতাহছাটিয়ে যোৱা নিশাৰ নিদ্ৰাহীন ক্লান্তি একেবাৰে পাহৰাই পেলালে। ভোক-পিয়াহৰ কথাও সেইটো সময়ত মনত নপৰিল। কিয়নো তেওঁৰ মনটো তেতিয়া শৰীৰৰ পৰা সম্পূৰ্ণ ৰূপে বিচ্ছিন্ন হৈ কোনোবা এটা অজান উৰ্দ্ধ লোকলৈ গুচি গৈছিল। ভাবিছিল, জীৱন আৰু মৃত্যুৰ সন্ধিক্ষণতো একেটা কথাই খাটে নে নেখাটে সেয়া বিজয়ে নেজানে! কিন্তু জীৱনৰ পৰা মৃত্যুৰ দুৱাৰদলিত ভৰি দিওঁতে মানুহৰ দৃষ্টিত নিশ্চয় অন্ধকাৰ আৰু পোহৰৰ এনে প্ৰাকৃতিক পৰিবেশ চকুত পৰে। সেয়েহে সম্ভৱ কেতিয়াবা মৃত্যুৰ গভীৰ যন্ত্ৰণাৰ মাজতো মৃত্যুমুখী মানুহৰ মুখমণ্ডলত জীৱনজ্যোতিৰ এচা '. পোহৰে লুকা-ভাকু খেলে। এনে অনুভূতি বিজয়ৰ জীৱনত এয়ে প্ৰথম।

ৰাতিৰ অন্ধকাৰ আৰু প্ৰভাতৰ সন্ধিক্ষণত বিজয়ৰ মনত জন্ম হ'ল এটা নতুন অনুভূতি। মাত্ৰ অনুভৱ কৰিবলৈ ধৰিলে মানৱসত্তা আৰু গভীৰ গোপন ৰহস্যঘেৰা প্ৰকৃতিৰ মাজৰ এটা নিবিড় অন্তৰঙ্গতা। এনেদৰে থাকোতে লাহে লাহে বিজয়ে হেৰাই পেলাবলৈ ধৰিলে নিজৰ জাগতিক অস্তিত্ব। এৰি অহা দিনবোৰৰ বিচিত্ৰ দুৰ্যোগপূৰ্ণ অভিজ্ঞতা, আগন্তুক অনাগত ভৱিষ্যতৰ উৎকণ্ঠা এই সকলোবোৰ এই মুহূৰ্তত বিজয়ৰ মনৰ পৰা অন্তৰ্হিত হৈ গ'ল। অনতি দূৰত গুৰু গম্ভীৰভাৱে থিয় হৈ থকা ওখ অন্ধকাৰ পাহাৰটোৰ পিনে দৃষ্টি নিৱদ্ধ কৰি তেওঁ থিয় হৈ থাকিল।

কিমান সময় এনেদৰে চাই আছিল তেওঁ নেজানে। হঠাৎ পাহাৰৰ ওখ শৃঙ্গৰ কাষেদি এটা মিঠা অনুজ্জ্বল জ্যোতি উদ্ভাসিত হৈ বিজয়ক চমক খুৱাই দিলে। পোহৰৰ বাবে অপেক্ষা কৰি থকা বিজয়ৰ প্ৰতি যেন এয়া প্ৰকৃতিৰ এটা উষ্ম অভিবাদন। বিজয়ৰ মুখখনত এটা আনন্দ-উজ্জ্বল আভা জিলিকি উঠিল। সু-উচ্চ শৃঙ্গৰ কাষেদি ভুমুকি মৰা, শিশু সূৰ্য্যটোৰ স্বৰ্গৰ পৱিত্ৰতা সনা মুখখন ইমান মনোমোহা। ইমান মধুৰ এই অভিজ্ঞতা যাৰ লগত নিবিড় সম্পৰ্ক অনুভৱ কৰা যায় ভগৱানৰ। ক'ব নোৱাৰাকৈয়ে বিজয়ৰ হাত দুখন লগ লাগি গ'ল আৰু পৰম ৰহস্যময় সেই পৰম পিতাৰ প্ৰতি তেওঁৰ মূৰটো দোঁ খাই গ'ল। আকৌ মূৰটো দাঙি সেই গুলপীয়া সূৰ্য্য-শিশুটোলৈ তেওঁ চালে। এইবাৰ দেখিলে, চকুৰ এটা পচাৰতে সূৰ্য্যটো শৃঙ্গৰ ওপৰলৈ উঠি নীলা আকাশখনত উঠি বহিছে। মুহূৰ্তৰ ভিতৰতে হালধীয়া সূৰ্য্যৰ তেজ-গোৰা ৰশ্মিয়ে সমগ্ৰ পাহাৰটোতেই যেন পলাশৰ হেজাৰ হেজাৰ ফুল ছটিয়াই দিলে। সম্পূৰ্ণ অভিভূত হৈ বিজয়ে ভগৱানৰ এই সৌন্দৰ্য্য শিল্প হতবাক হৈ চাবলৈ ধৰিলে। কিন্তু এয়া একান্ত অনুভৱৰহে বিষয়। তেতিয়া গিৰি উপত্যকাক সূৰ্য্যৰ পোহৰে পৰিষ্কাৰ আৰু উজ্জ্বল কৰি পেলাইছে। সম্মুখৰ পাহাৰটো এতিয়া বিজয়ৰ চকুত পৰিষ্কাৰভাৱে জিলিকি উঠিছে।

সূৰ্য্যৰ মিঠা আৰু উষ্ম স্পৰ্শ পোৱাৰ লগে লগে বিজয় আকৌ তৎক্ষণাৎ বাস্তৱলৈ ঘূৰি আহিল। কৰ্তব্যবোধে তেওঁক সজাগ কৰি তুলিলে। কালি ৰাতি সুৰঙ্গৰ ভিতৰত দেখা বাস্তৱৰ দৰে সঁচা সপোনটোৰ কথা মনত পৰি গ'ল। সম্মুখত যে এটা কঠোৰ বাস্তৱ তেওঁৰ কাৰণে অপেক্ষা কৰিছে তেওঁ অনুভৱ কৰিলে। গোটেই দিনটোৰ কাৰণে তেওঁ নিজকে সাজু আৰু সক্ষম কৰি তুলিব লাগিব। তেওঁ বুজিলে সম্মুখৰ এই পাহাৰটোৱেই তেওঁৰ মুখ্য লক্ষ্য যাৰ কাৰণে তেওঁ মৃত্যুৰ সকলো বিপদ কাটি কৰি থৈ এইখিনি আহি পাইছেহি। আৰু বেছি দূৰ নাই। খুব সম্ভৱ এই পাহাৰটোৰ শিখৰতেই আছে সেই অমিত শক্তিধাৰিণী অলৌকিক নাৰী মহাশ্বেতা আৰু এই মহাশ্বেতাৰ ইঙ্গিততেই আহি আছে বিজয়, যি আজি এই মুহূৰ্তত নিজকে পৰম সৌভাগ্যৱান বুলি অনুভৱ কৰিবলৈ ধৰিছে।

এই ভাৱ মনলৈ অহাৰ লগে লগে এটা মৃদু চাঞ্চল্যই বিজয়ক

উজ্জীৱিত কৰি তুলিলে আৰু মনটো তৎপৰ হৈ উঠিল। তেওঁ ব্যস্ত হৈ সম্মুখৰ শিলেৰে ঘেৰা এটুকুৰা সমতল ঠাইলৈ গ'ল আৰু তাত তেওঁৰ পিঠিৰ বেগটো নমাই চাৰিওফালে চালে। অলপ আঁতৰত এটা পাহাৰী নিজৰা বৈ আছে। ক্ষীণ শব্দৰে অহৰহ পাহাৰৰ পৰা বৈ আছে যদিও বিজয়ে ইয়াৰ অস্তিত্ব গম পোৱা নাছিল। প্ৰাতঃকৃত্য সম্পন্ন কৰি নিজৰাটোতে বেছ ভালকৈ গাটো ধুই ললে। পানীখিনি বেছ ঠাণ্ডা আছিল। কিন্তু গাটো ধোৱাৰ পিচত তেওঁৰ শৰীৰ আৰু মন বৰ ফৰকাল লাগি গ'ল। পৱিত্ৰ তীৰ্থক্ষেত্ৰলৈ যোৱাৰ আগতে বোধকৰো মানুহৰ মন এনেদৰে স্নিগ্ধ আৰু পৱিত্ৰ হয়। তাৰ পিচত বেগ থোৱা ঠাইলৈ আহি শুকান খৰি গোটাই একুৰা জুই ধৰি পানী গৰম কৰিলে আৰু বেগৰ পৰা উলিয়াই কফি তৈয়াৰ কৰিলে আৰু লগত অনা শুকান জলপান বৰ তৃপ্তিৰে খালে। শৰীৰ আৰু মন বেছ সজীৱ আৰু তজবজীয়া হৈ পৰিল। এতিয়া দিনটোৰ বাবে তেওঁৰ কোনো ধৰণৰ চিন্তা নাই। এই পাহাৰটো বগাই তেওঁ নিশ্চিন্ত হৈ গৈ থাকিব পাৰিব।

বেগটো সামৰি পিঠিত বান্ধি তেওঁ ভাবিলে এতিয়া পাহাৰটোৰ কোনটো দিশেদি তেওঁ ওপৰলৈ উঠিব। দেখাততো কোনো ধৰণৰ পথ নাই। পাহাৰৰ নামনি অংশ গছ-গছনিৰে ভৰা। তাৰে এটা অংশইদি তেওঁ পাহাৰত উঠিবলৈ চেষ্টা কৰি চাব পাৰে। কিন্তু পিচপাকতে তেওঁৰ সন্দেহ হ'ল জানোচা তেওঁৰ পথটো ভুল হয়। ভুল হ'লে আকৌ নামি আহিব লাগিব। এইদৰে ভাবি পাহাৰৰ নামনিৰ চাৰিওপিনে নিৰীক্ষণ কৰিলে। কিন্তু কোনটুকুৰা হাবি পাৰ হৈ পাহাৰলৈ উঠিব সেই কথা ভাবি উৱাদিহ নেপালে।

তেতিয়া সূৰ্য্যটো পূব আকাশৰ পৰা কিছু ওপৰলৈ উঠিছে। তিৰবিৰাই থকা তাৰ ৰশ্মিৰ প্ৰখৰতা বাঢ়িছে যদিও বেছ ভাল লাগিছে। মিঠা সূৰ্য্যৰ ৰেঙণিয়ে শৰীৰটোত নতুন উৎসাহ, উদ্দীপনা জগাই তুলিছে। কিন্তু পাহাৰত উঠি যোৱা বাটৰ উমান নেপাই বিজয় চিন্তাত পৰিল। কিন্তু বাঘটোৰ কথা পাহৰি যোৱা কাৰণেহে বিজয়ৰ মনলৈ এইবোৰ অযথা চিন্তা আহিছিল। কোনফালেদি পাহাৰলৈ উঠিব ভাবি থাকোতে পাহাৰৰ নামনিৰ এটা অংশৰ পৰা হঠাৎ বাঘৰ গোজৰণি ভাঁহি অহাত তেওঁৰ মনত গোট খোৱা চিন্তাৰ [illegible]

নিমিষতে আঁতৰি গ'ল। মানুহৰ বোধশক্তি থকা বাঘটোৱে ইমান পৰে বিজয়ৰ গতি-বিধি আৰু আলেখলেখ চাই আছিল। পোহৰ হোৱালৈ বাট চাই আছিল আৰু দিনটোৰ বাবে সাজু হ'বৰ কাৰণে বিজয়ক যথেষ্ট সময় দিছিল। গা পা ধুই চাহ-জলপান খাই সম্পূৰ্ণ আজৰি হৈ উঠাৰ পিছত যাত্ৰাৰ বাবে ভৰি চলাবৰ কাৰণে ইঙ্গিত দি বাঘটোৱে গোজৰণি এটা মাৰিলে। চিৰ সহচৰ আৰু পথ প্ৰদৰ্শক বাঘটোৰ অস্তিত্বত মনলৈ যেতিয়া আকৌ প্ৰচণ্ড সাহস ঘূৰি আহিল, তেতিয়া বিজয়ৰ মুখত এটা আনন্দৰ হাঁহি বিৰিঙি উঠিল। সঠিক কোনখিনি ঠাইত বাঘটো আছে তাকে জানিবলৈ তীক্ষ্ণ দৃষ্টিৰে বিজয়ে চালে। বাঘটো কিন্তু নেদেখিলে। সম্ভৱ গছ-গছনিৰ আঁৰ হৈ আছে। গছৰ আঁৰৰ পৰা আকৌ বাঘটো চিঞৰি উঠিল। এইবাৰ তাৰ গোজৰণিত সামান্য বিৰক্তি প্ৰকাশ পালে। ভাৱটো এনে, এই দৰে পলম কৰি থকাৰ কোনো সকাম নাই। যাত্ৰা কৰোঁতে দেৰি কৰিলে লক্ষ্যস্থান গৈ পাওঁতেও বেছি সময় লাগি যাব। ইয়াৰ পিছত অনাহক ৰৈ থকাৰ কোনো প্ৰয়োজন নাই বুলি বুজিব পাৰি খৰধৰকৈ বিজয় বাঘৰ স্বৰ ভাঁহি অহা পাতল হাবিখনৰ পিনে আগবাঢ়ি গ'ল। হাবিখন বেছি গহীন নাছিল কাৰণে সেইখিনি পাৰ হওঁতে বেছি কষ্ট কৰিবলগীয়া নহ'ল। পাহাৰৰ নামনি য'ত মস্ত মস্ত শিলবোৰ পৰি আছে তাত উপস্থিত হৈ সম্মুখৰ পিনে চাই দিওঁতে বিজয়ে দেখিলে কিছুদূৰত পাহাৰলৈ উঠি যোৱা বাটটোত বাঘটো ৰৈ আছে। বিজয়ৰ বাঘটোৰ প্ৰতি চকু পৰা বুলি জানি বোধহয় সি আকৌ লাহে লাহে পাহাৰলৈ উঠি যাবলৈ ধৰিলে। বাঘৰ খোজ আৰম্ভ হোৱাত বিজয়ে সকলো দ্বিধা আৰু শঙ্কা মনৰ পৰা জাৰি-জোকাৰি পেলাই তীব্ৰ বেগেৰে আগুৱাই যাবলৈ ধৰিলে। পাহাৰটোত উঠোতে বৰ বেছি কষ্ট কৰিবলগীয়া হোৱা নাছিল। কাৰণ পাহাৰটো ঘন অৰণ্যেৰে ঢকা আছিল। মাজে মাজে ডাঙৰ ডাঙৰ শিল। অৰণ্যে বাঘটোৰ খোজৰ লগত ফেৰ মাৰি যোৱা বিজয়ৰ পক্ষে সহজ নাছিল। একেলেথাৰি ওপৰলৈ উঠি গৈ থাকোতে বিজয়ৰ ভাগৰো লাগিছিল। তেতিয়া তেওঁ ভাগৰটো পাতলাবলৈ ক্ষন্তেক সময় দিয়ে। কিন্তু আচৰিত কথা বাঘটোৱে বিজয়ৰ পৰা একেটা দূৰত্ব ৰাখি অগ্ৰসৰ হৈ আছে। আনকি যেতিয়া বিজয়ে জিৰাবলৈ অলপ সময় ৰয় তেতিয়া বিজয়ে অনুভৱ কৰে যে

বাঘটোৱেও এটা দূৰত্বত ৰৈ দিছে পাহাৰটোৰ বিশেষত্ব এইখিনিতেই যে কেইবাটাও টিলাৰ সমষ্টিৰে ই গঠিত নহয়। এটাই পাহাৰ আৰু সম্ভৱতঃ ইয়াৰ শৃঙ্গ এটাই। গতিকে স্বাভাৱিকতে আৰোহণ কৰাৰ বাহিৰে অন্য কোনো পথ বা উপায় নাই। এনে অৱস্থাত শৰীৰ শিথিল কৰি দিয়াৰ কোনো উপায়ো নাই। মাত্ৰ আৰোহণ আৰু আৰোহণ। মাজে মাজে অকোৱা পকোৱা পথ। ওপৰলৈ উঠি যাওঁতে শৃঙ্গটো কিমান ওপৰত আছে তাকো চকুৰে নেদেখি । কাৰণ ওখ ওখ গছবোৰে সম্মুখৰ লক্ষ্যস্থান স্পষ্টভাৱে দেখাৰ পৰা বাধা দি আছে। এনেদৰে উঠি গৈ থাকোঁতে বিজয়ৰ মনলৈ এই ভাৱ নহাকৈ থকা নাছিল, এই পৰ্বত-আৰোহণ পথটোৰে নিশ্চয় জন-প্ৰাণীয়ে উঠানমা কৰে। নহ'লে বাঘটোৱে এই বাটেদি ইমান সহজতে বিজয়ক কেনেকৈ লৈ আনিছে। অৱশ্যে যদিও পাহাৰৰ পথ, তথাপি ই অতি কম ব্যৱহৃত বুলি অনুমান কৰিব পাৰি।

আগতে আনবোৰ পাহাৰ বগাওঁতে ইমান বেছি ভাগৰ লগা নাছিল। কাৰণ সেইবোৰত উঠা আৰু নমা দুয়োটাই আছিল। এনেতে দেখিলে পাহাৰটোৰ আন এটা দিশেদি ওপৰৰ পৰা এটা নিজৰা বৈ আহিছে। নিজৰাৰ পানী য'ত পৰিছিল সেয়া প্ৰায় সমতল ঠাই। পানী দেখি হৰ্ষ চিত্তে বিজয় প্ৰায় লৰ মাৰি যোৱাদি গ'ল। তালৈ গৈ দেখে তাত জন্তুৰ বহুতো খোজ আছে। সেই খোজৰ লগতে মানুহৰ খোজ দেখি তেওঁ আচৰিত নহৈ নোৱাৰিলে। কাৰণ সেই খোজ আছিল অত্যধিক ডাঙৰ। তেওঁৰ ছাটকৈ মনত পৰি গ'ল আজি কেইদিনমানৰ আগতে সেই বৌদ্ধ মঠটোৰ কাষত জোনাক ৰাতি দেখা ভয়াবহ দৃশ্যটোলৈ। তাত দেখা ওখ আৰু দৈত্যাকৃতিৰ মানুহটোৱে আঁতৰি যোৱাৰ পিচত ঠিক এনে আকৃতিৰ ভৰিৰ খোজ এৰি গৈছিল। আতঙ্কিত হৈ বিজয়ে চাৰিওপিনে সতৰ্ক দৃষ্টিৰে চালে। কিন্তু একো নেদেখিলে। মাত্ৰ দেখিলে অনতিদূৰত বাঘটোহে এটা শিলৰ ওপৰত বহি আছে।

নিজৰাৰ শীতল পানী হেঁপাহ পলুৱাই খোৱাৰ পিচত শৰীৰৰ সকলো অৱসাদ নাইকিয়া হৈ গ'ল। তেতিয়ালৈ অলপ আগতে নিজৰাটোৰ কোমল মাটিত দেখা বৃহৎ আকৃতিৰ ভৰিৰ খোজৰ প্ৰতি থকা কৌতূহল নাইকিয়া হৈ গৈছে। বৰং এইটো মুহূৰ্তত তেওঁৰ মনত এটা দৃঢ় প্ৰত্যয়

জন্মিছে এই পাহাৰটো উঠি গৈ গৈ য'ত এটা শৃঙ্গত মিলিছেগৈ তাতেই তেওঁৰ মহাশ্বেতাই তেওঁলৈ অপেক্ষা কৰি আছে। বহুতদিন বিপদ দুৰ্যোগৰ মাজেৰে এনেদৰে পাহাৰ-পৰ্বত অতিক্ৰম কৰি অহাৰ অন্তত এতিয়া নিজৰাৰ পানীয়ে শৰীৰলৈ নতুন ধৰণৰ শক্তি এটা আনি দিয়াৰ পিচত তেওঁৰ সজীৱ মনটো অধৈৰ্য্য হৈ আহিবলৈ ধৰিলে। কেতিয়াকৈ গৈ তেওঁ এই পাহাৰটোৰ শৃঙ্গটোত ভৰি দিবগৈ তাৰ বাবে মনটো আকুল হৈ পৰিল। সূৰ্য্যটোৱে তাৰ ৰশ্মি পেলাই পাহাৰখন উদ্ভাসিত কৰি তুলিছে যদিও ৰ'দটো বেছ সুন্দৰ লাগিছে। গা পুৰি যোৱা ৰ'দ নহয়। তেওঁৰ সন্মুখৰ পিনে চাই পঠিয়ালে। দেখিলে, অদূৰৰ ডাঙৰ আৰু বহল শিল এছটাৰ ওপৰত বহি থকা বাঘটোৰ পিঠিত ৰ'দটো পৰাত শিলছটাক এচপৰা ডাঙৰ সোণ যেন লগা হৈছে। বাঘটো বৰ গহীন আৰু গম্ভীৰ হৈ বহি আছে, যেন পাহাৰৰ ওপৰলৈ উঠি আগবাঢ়ি যোৱাৰ কোনো লক্ষণ নাই। সিও নিশ্চয় ভাগৰ পলুৱাইছে। হয়তো বিজয়কো অধিক সময় জিৰাবৰ কাৰণে সি সময় দিছে। যোৱাৰ সময় আহি পৰা হলে সি বিজয়ৰ চূৰ্তি হেৰুৱাই দিলেহেঁতেন। যোৱা কেইদিনত এনেকুৱা বহুত অৱস্থা হৈছে। যেতিয়া বিজয় ভাগৰত কিছু সময় জিৰাবলৈ গছৰ তলত ছাঁত ৰব খুজিছিল, তেতিয়াও বাঘটোৱে অকণো সময় দিয়া নাছিল। বাঘটোৰ এনে ধৰণৰ আচৰণ বিজয়ৰ বাবে ৰহস্যপূৰ্ণ যদিও সেইবোৰৰ বিষয়ে বিজয়ে ভাবি তাৰ কাৰণ বিচৰাৰ কৌতূহল কেতিয়াবাই এৰি পেলাইছে। এই বাঘটো যে সাধাৰণ নহয় আৰু ইয়াৰ শৰীৰত কিবা এটা মাহাত্ম্য আছে, বিজয়ে কেতিয়াবাই বুজি পাইছে।

এতিয়াও বিজয় সাজু হোৱা সত্ত্বেও বাঘটো নিৰ্বিকাৰ হৈ বহি থকাৰ আচৰণ বিজয়ৰ কাৰণে দুৰ্বোধ্য, তথাপি তেওঁ উপলব্ধি কৰিলে নিশ্চয় ইয়াৰ মাজত কিবা এটা কাৰণ আছে। এনেকৈ ভাবি থাকোতে তেওঁৰ ছাটকৈ মনত পৰি গ'ল বাঘটোৱে বোধকৰো তেওঁক আহাৰ কৰি লবলৈ সুযোগ দিছে। কিন্তু অলপ আগতেহে তেওঁ জলপান কৰি উঠিছে। শিল এছটাৰ ওপৰত বিজয়ো বহিল আৰু বাঘটোৱে কেতিয়াকৈ গাটো দাঙি যাত্ৰা আৰম্ভ কৰে তালৈ বাট চাই থাকিল। আজি দিনটোৰ ভিতৰত হয়তো ক'ৰবাত বৈ আহাৰ কৰাৰ সুবিধা আৰু সুযোগ নোলাব আৰু সেই কাৰণেই কিজানি বাঘটোৱে বিজয়ক ভালকৈ

খাই-বৈ লবলৈ ইঙ্গিত দিছে। কিন্তু অলপ আগতে যি খাইছে তাৰে বেছ্ কেইঘণ্টামান চলি যাব। তেওঁৰ মন এতিয়া উদ্বাউল, অতি সোনকালে গৈ কেতিয়াকৈ গৈ তেওঁ শৃঙ্গত আৰোহণ কৰিবগৈ পাৰে আৰু চিৰ আকাঙ্খিত মহাশ্বেতাৰ কেতিয়াকৈ দৰ্শন পাব তাৰ বাবে তেওঁ ব্যাকুল হৈ পৰিছে। ইয়াৰ পৰাই যাত্ৰা কৰোতে যদি পলম হয়, তেওঁ পাহাৰৰ শৃঙ্গ পাওঁতে নিশাৰ অন্ধকাৰে শৃঙ্গটো চকুৰে নেদেখা কৰি পেলাব। অন্ধকাৰৰ মাজত তেওঁ মহাশ্বেতাক ক'ত বিচাৰি পাব ? এনে ধৰণৰ অবাঞ্চিত ল'ৰামতীয়া চিন্তা মনলৈ অহাত বিজয়ৰ এবাৰ হাঁহি উঠিছিল। যেনেদৰে এই বাঘটোৱে বাট দেখুৱাই আনি তেওঁৰ অভীষ্ট লক্ষ্যস্থানৰ দুৱাৰদলিত থিয় কৰাইছে তেনেদৰে ই যে বিজয়ক তাৰ আৰাধ্যা দেৱী মহাশ্বেতাৰ সম্মুখত উপস্থিত কৰাব তাত কোনো সন্দেহ নাই। নিশ্চয় কিবা এটা গূঢ় কথা আছে যিহৰ কাৰণে বাঘটো ইয়াৰ পৰা যাত্ৰা কৰাত পলম কৰিছে। হয়তো কিবা ইঙ্গিতৰ কাৰণে ই বাট চাই আছে। মিছাকৈ বিজয় অধৈৰ্য্য হৈ পৰিছে। শিলছটাৰ কাষত থকা এজোপা সৰু গছত পিঠিখন থৈ বিজয়ে চকু দুটা মুদি বহি থাকিল।

এনেকৈ বহি চিন্তা কৰি থাকোতে বিজয়ৰ এটা তন্দ্ৰা ভাৱ আহি গৈছিল। হঠাৎ পাহাৰৰ টিঙৰ ফালৰ পৰা তীব্ৰভাৱে এটা গুমগুমণিৰ শব্দ ভাঁহি অহাত চকখাই উঠি বিজয়ে চাৰিওপিনে চালে। বাঘটোৰ আচহুৱা আচৰণতো তেওঁ আচৰিত হৈ পৰিল। সি শিলটোৰ ওপৰত গিৰিপ্‌কৈ থিয় হৈ যিটো দিশৰ পৰা শব্দটো আহিছে সেইপিনে একেথৰে চাই থাকিল আৰু গৰ্‌গৰ্‌কৈ গুজৰিব ধৰিলে। বিজয়ে অনুমান কৰিলে, কিবা এটা অদৃশ্য আদেশত সি তাৰ গোজৰণিৰে সহাঁৰি জনাইছে। এইবাৰ বিজয়ে বুজিলে তেওঁৰ যাত্ৰাৰ সময় আহি পৰিছে। থিয় হৈ সাজু হ'ল। এতিয়া মাত্ৰ বাঘটোৰ ইঙ্গিত পাবলৈ বাকী।

বাঘটোৱে বেছি সময় নিদিলে। কিবা এটা তাড়নাত সিও অধৈৰ্য্য হৈ পৰিছে। সি গোটো জোকাৰি পিছলৈ এবাৰ চাই ল'লে। বিজয়ে সাজু হৈ থকা বুলি জানি সি পাহাৰটোত উঠিবলৈ আৰম্ভ কৰি দিলে। খৰ গতিত যোৱা নাই, এটা স্বাভাৱিক গতিত আগবাঢ়ি যাবলৈ ধৰিলে। আকাশৰ বেলিটোৱে প্ৰখৰ ৰশ্মি পেলাই আছে যদিও ৰ'দটো চোকা নহয়। মাজে মাজে এছাটি দুছাটি বতাহ বলি আছে। কিন্তু

কিছুদূৰ উঠি গৈ থকাৰ পিছত লাহে লাহে বিজয়ৰ ভাগৰ লাগি আহিবলৈ ধৰিলে। ভাগৰ লাগিবই। কাৰণ ইমান সময় পাহাৰটোত মাত্ৰ ওপৰলৈ উঠিহে আছে। আৰোহণৰ বাহিৰে অৱৰোহণৰ দ্বিতীয় কোনো পথ নাই। এনেদৰে একেবাৰে ক'তো নোৰোৱাকৈ পাহাৰৰ ওপৰলৈ উঠি উঠি খোজকাঢ়ি যোৱাটো কোনো মানুহৰ পক্ষে সম্ভৱপৰ নহয়। যিমানেই সুস্থ সবল পুৰুষ নহওঁক, বিজয়ৰ পক্ষেও ই কঠিন। অৱশেষত এঠাইত তেওঁ ৰৈ দিবলৈ বাধ্য হ'ল। শিল এছটাৰ ওপৰত গছৰ ছাঁ পৰিছিল। তাতেই তেওঁ পিঠিৰ বেগটো নমাই থৈ বহি দিলে। ঘড়ীটো চালে। ইতিমধ্যে এঘণ্টাতকৈ বেছি সময় পাৰ হৈ গৈছে। বেগৰ পৰা পানীৰ বটল উলিয়াই ঢক্‌ঢক্‌কৈ খাইহে কিছু ৰক্ষা পালে।

পাহাৰটোৰ বিশেষত্ব এইখিনিতেই যে দূৰৈৰ পৰা যিমান বেছি গছ-গছনি আছে বুলি ভবা হৈছিল আচলতে পাহাৰটোত অৰণ্যৰ আচ্ছাদন বৰ কম। মস্ত শিলবিলাকৰ কাষত ৰঙা ৰঙা ৰুক্ষ মাটি। এইবোৰৰ ওপৰেদি বাঘটো যিমান সহজতে আগবাঢ়ি যাব পাৰিছে, বিজয়ৰ পক্ষে কিন্তু সি কষ্ট সাধ্য হৈ পৰিছে। মাজে মাজে তেওঁৰ ভৰিৰ তলৰ মাটি খহি পৰাত পিছল খাইও পৰিছে।

বাঘটো কিন্তু ক'ত আছে, সম্মুখৰ কোনোবা জোপোহাৰ আঁৰত ৰৈ আছে নে আগবাঢ়ি গৈ আছে এতিয়া বিজয়ৰ জনাৰ কোনো উপায় নাই। জিৰাই উঠাৰ পিছত লৰালৰিকৈ আগবাঢ়ি গৈ বাঘটোক লগ ধৰিব পাৰিব। কিন্তু পোন্ধৰ মিনিটমান জিৰণি লোৱাৰ পিচতেই বাঘটোৰ হুঙ্কাৰ শুনিবলৈ পোৱা গ'ল। কিন্তু তেতিয়াও বিজয়ে বহি থাকিলে। তেতিয়া বাঘটোৰ আকৌ এটা তীব্ৰ হুঙ্কাৰ শুনিবলৈ পোৱা গ'ল। ইয়াৰ কেইমিনিটমানৰ পিচত এইবাৰ বিজয়ে দেখিলে বাঘটোৱে তেওঁক দেখা দিছে আৰু আকৌ এবাৰ গুজৰি উঠিছে। বিজয় থিয় হ'ল। পিঠিত বেগটো বান্ধি লৈ আকৌ পাহাৰ বগাবলৈ আৰম্ভ কৰিলে।

ইয়াৰ পিচত অৱশ্যে ভাগৰ লগাৰ বাহিৰে অন্য কোনো ধৰণৰ অঘটনৰ ঘটা নাছিল। বেলিটো লাহে লাহে গৈ পশ্চিমত থকা পাহাৰটোৰ ভাঁজত সোমাই যোৱাৰ উপক্ৰম কৰাত পাহাৰটো ক্ৰমাৎ অন্ধকাৰাচ্ছন্ন হৈ আহিবলৈ ধৰিলে। অৱশ্যে পথটো মনিব নোৱাৰা ধৰণৰ আন্ধাৰ

হোৱা নাছিল। লাহে লাহে খুপি খুপি উঠি যাওঁতে তেওঁ দেখিছিল তেওঁৰ আগে আগে বাঘটো গৈ আছে। ইয়াৰ আগতে দিনৰ ভাগত এজোপা গছৰ তলত আহাৰ সমাপন কৰিবলৈ বাঘটোৱে বিজয়ক সময় দিছিল। আহাৰ কৰি আধাঘণ্টামান জিৰণি লৈ আকৌ পাহাৰ বগাবলৈ আৰম্ভ কৰিছিল। এতিয়া পেটত অকণো ভোক নাই। কিন্তু সন্ধ্যা নামি অহাতহে বিজয়ৰ মনটোক নানা ধৰণৰ দুঃচিন্তাই আমনি কৰিবলৈ ধৰিলে।

কিন্তু এনে দুঃচিন্তা অৰ্থহীন বুলি প্ৰমাণ হ'ল। কাৰণ পৃথিৱীখন সন্ধিয়াৰ অন্ধকাৰে ঢাকি পেলোৱাৰ লগে লগে আকাশৰ জোনটোৱো স্পষ্ট হৈ উঠিল আৰু সমগ্ৰ পৰ্বত অঞ্চলত জ্যোৎস্নাৰ প্লাৱন নামি আহিল। ঘূৰণীয়া সম্পূৰ্ণ আকাৰৰ জোনটো মাজ আকাশত উপস্থিত হোৱাৰ লগে লগে পৰ্বত-অৰণ্যৰ প্ৰতিটো শিল, গছ-গছনি, মাটি দিনৰ পোহৰৰ দৰে বিজয়ৰ চকুত স্পষ্ট হৈ উঠিল। আনহাতে শীতল বতাহৰ ছাটিও ৰিব্‌ৰিব্‌কৈ বলিবলৈ ধৰিছে। বিজয়ৰ অন্তৰখন এটা স্নিগ্ধ আৰু মনোৰম ভাৱেৰে ভৰি গ'ল। প্ৰকৃতিৰ এই সকলোবোৰ লক্ষণে এতিয়া বিজয়ক বাৰে বাৰে আশ্বাস দিছে যে সকলোবোৰ বিপদ, আপদ, দুৰ্যোগ, আশঙ্কাৰ পৰা বিজয় এতিয়া মুক্ত। ভয় কৰিবলগীয়া বা শঙ্কা কৰিবলগীয়া কোনো কাৰণ নাই।

এই দৰে লাহে লাহে উঠি উঠি অৱশেষত বাঘটো পাহাৰটোৰ টিঙত থিয় হৈ পিছলৈ চালে। বিজয়ে বুজিলে আগ বাঢ়িবলৈ এতিয়া কোনো পথ নাই। বুজিলে, যাত্ৰা সমাপ্তি ঘটিছে। ইমান দিনৰ কঠোৰ শ্ৰম, মনে প্ৰাণে অহৰহ কামনা কৰি যি পৰমধন বিচাৰি আহিছিল আজি তাৰ অন্ত পৰিব আৰু মাত্ৰ কেইখোজমান গৈয়েই তেওঁৰ আৰাধনা দেৱী, প্ৰাণ প্ৰতিমা, তেওঁৰ জীৱনৰ একান্ত নাৰী মহাশ্বেতাক লগ পাব। সেই মহাশ্বেতাইও হয়তো পৰম আকুলতাৰে বৈ আছে বিজয়ৰ কাৰণে। চৰম উৎকণ্ঠাৰ পিছত সৃষ্টি হোৱা প্ৰবল উত্তেজনাত বিজয়ৰ সৰ্বশৰীৰ আৰু মন প্ৰবলভাৱে কঁপি উঠিল। সেই পৰম লগ্ন আজি সমুপস্থিত। বিজয় ইমান বেছি অধীৰ হৈ পৰিছিল আৰু অন্তৰাত্মাত ইমান তীব্ৰভাৱে জোকাৰণি উঠিছিল যে তেওঁ ঠিক ঠাইত খোজ পেলাবলৈ অক্ষম হৈ পৰিছিল। তেওঁ বৈ দিবলৈ বাধ্য হৈছিল। দুকুৰি বছৰীয়া জীৱনত বিজয় ইতিমধ্যে বহুবাৰ ৰোমাঞ্চ আৰু উত্তেজনাৰ সম্মুখীন হৈছিল

সঁচা। কিন্তু এতিয়াৰ দৰে কেতিয়াও হোৱা নাই। আজিৰ পৰা বাৰ বছৰৰ আগতে সেই ৰহস্যময় দ্বীপত থকা পুষ্পকনগৰীত যেতিয়া প্ৰথম সেই ৰহস্যময়ী আৰু অলৌকিক শক্তিধাৰিণী মহাশ্বেতাৰ সাক্ষাৎ পাইছিল, তেতিয়াও তেওঁৰ অন্তৰখন প্ৰবল উত্তেজনা আৰু চঞ্চলতাত ঘনে ঘনে কঁপি উঠিছিল। কিন্তু আজিৰ হৃদ-কম্পনটো বৰ তীব্ৰ আৰু সম্পূৰ্ণ নতুন। পুষ্পকনগৰীত তেওঁ সেই ৰহস্যময়ী নাৰীক বিচাৰি গৈছিল, তেওঁৰ পূৰ্ব-পুৰুষক হত্যা কৰাৰ প্ৰতিশোধ ল'বলৈ। কিন্তু আজি আহিছে সেই অভীষ্টা নাৰীৰ ওচৰত নিজকে সম্পূৰ্ণৰূপে সমৰ্পণ কৰি দিবলৈ। ইপিনে যিমানেই পাহাৰটোৰ শৃঙ্গটোৰ কাষ চাহি আহিবলৈ ধৰিছিল, সিমানেই তেওঁৰ মনটোত দৃঢ়ভাৱে এটা কথা প্ৰতীয়মান হৈ পৰিছিল যে বিংশ শতাব্দীৰ এই ক্ষুদ্ৰ সময়খিনিত তেওঁ হয়তো লোকসমাজত বিজয় সিং নামেৰে পৰিচিত কিন্তু প্ৰকৃততে তেওঁ সেই দুহেজাৰ বছৰৰ আগৰ বীৰ্য্যবাহনৰ বাহিৰে অন্য কোনো নহয়। তেওঁ বংশটোত বহুবোৰ পুৰুষ পাৰ হৈ গ'ল। কিন্তু বীৰ্য্যবাহন পুনৰ ঘূৰি আহিছে আৰু আহিছে এটা গূঢ় কাৰণ অন্তৰত লৈ।

অভিযানৰ অন্তিম ক্ষণত এনেদৰে বৈ দিয়াত বাঘটো নিশ্চয় আচৰিত হৈ পৰিছিল। সি বেছ কিছু সময় ওপৰৰ পৰা বিজয়লৈ চাই আছিল। সি বোধকৰো ভাবিছিল, ইমান থিয় পাহাৰটো কোনো বিশেষ অসুবিধা নোহোৱাকৈ বগাই অহাৰ পিছত এতিয়া শৃঙ্গটোত ভৰি দিয়াৰ ঠিক আগমুহূৰ্ত্ততে বিজয়ৰ কিয় ইমান ভাগৰ লাগিছে। বাঘটোৱে নিশ্চয় নেজানে, এটা পৰম আকাঙ্খিত চৰম লগ্নত ভৰি দিয়াৰ আগমুহূৰ্ত্তত মানুহৰ মনত কেনেধৰণৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি হয়। এইবোৰ একো বুজি নোপোৱা কাৰণেই বোধকৰো ওপৰৰ পৰা সি মৃদুভাৱে গৰ্জন কৰি উঠিল। অৱশ্যে এনেদৰে গুজৰি দিয়াত বিজয়ৰ লাভেই হ'ল। কাৰণ তেওঁ ইমান সময় এটা অৰ্দ্ধ-চেতনাৰ মায়াজালত সোমাই পৰিছিল। বাঘৰ গোজৰণিত তেওঁ সম্বিত ঘূৰাই পালে। তেতিয়ালৈ তেওঁৰ শৰীৰত উত্তেজনা মিশ্ৰিত কম্পনৰ বহুখিনি উপশম ঘটিছে।

তেওঁ থিয় হ'ল আৰু লাহে লাহে উঠি যাবলৈ ধৰিলে আৰু বাঘটোৰ পৰা অনতিদূৰতে পাহাৰৰ শৃঙ্গটোত ভৰি দিলেগৈ।

চৰম লক্ষ্যস্থল শৃঙ্গটোৰ শীৰ্ষস্থানত ভৰি দি বক্ষৰ দুৰু দুৰু কম্পনেৰে বিজয়ে চাৰিওপিনে চাই পঠিয়ালে। তেতিয়া অপৰাহ্ণ

বেলা। কিছুসময়ৰ পিছতেই ম্লান সূৰ্য্যটো পশ্চিম দিগন্তত লাহে লাহে নাইকিয়া হৈ যাব।

এই সময়খিনি বিজয়ৰ কাৰণে চৰম উৎকণ্ঠা আৰু উত্তেজনাৰ সময়। ই এনে এটা ক্ষণ, যি সময়ত লক্ষ্যস্থানত উপনীত হোৱাৰ আনন্দই তেওঁক আত্মহাৰা কৰি দিব খুজিছে। কাৰণ লক্ষ্যস্থানহে পাইছে, কিন্তু যাক উদ্দেশ্য কৰি আৰু যাৰ ইঙ্গিতত এইখিনি আহি পাইছেহি তেওঁৰ অস্তিত্ব কিন্তু শৃঙ্গটোৰ ওপৰৰ কোনো ঠাইতে নাই। ইতিমধ্যে বাঘটো ক'ত নাইকিয়া হৈ গ'ল বিজয়ৰ কাৰণে সাঁথৰ যদিও এতিয়া তাৰ বিষয়ে ভাবিবলৈ সময় নাই। বাঘটোৱে তাৰ কৰ্তব্য শেষ কৰি বোধকৰো এতিয়া আঁতৰি কোনোব. গছ-গছনিৰ জোপোহাৰ মাজত আশ্ৰয় লৈছেগৈ।

কিন্তু আচৰিত কথা ৰুক্ষ শৃঙ্গটোৰ ওপৰততো একোৱেই নাই। অ'ত ত'ত এডাল দুডাল গছৰ বাহিৰে বিজয়ে একো নেদেখিলে। শৃঙ্গটোৰ ওপৰৰ ঠাইখিনি যথেষ্ট আহল বহল। তেওঁ ক্ষীপ্ৰবেগে গোটেই ঠাইখিনি ভালদৰে চালে। কিন্তু ক'তো একো নাই। শৃঙ্গটোৰ এটা অংশত থিয় হৈ তললৈ চালে। সেউজীয়া গছ-গছনি আৰু সৰু-ডাঙৰ শিলেৰে ভৰি আছে। তেওঁৰ মনত ছাটকৈ খেলাই গ'ল, এনেকৈ থকাতকৈ বাঘটো ক'ত আছে সেয়া উলিয়াব পাৰিলেই বোধকৰো সকলো কথা সহজ হৈ পৰিব। কিন্তু এতিয়া বাঘটোকেই বিচাৰি পোৱাটো টান হৈ পৰিছে। ক'তো সাৰ-শব্দ নাই। শৃঙ্গটোৰ ইটো দিশ চাবলৈ যাব খোজাতেই তলৰ নামনিৰ বৃহৎ শিল এটাৰ কাষৰ পৰা হঠাৎ বাঘৰ গোজৰণি শুনা গ'ল। হয়নে নহয় সঠিক হ'বলৈ আকৌ তেওঁ কাণ থিয় কৰিলে। বেছ কেইটামান মুহূৰ্ত নিস্তব্ধতাৰ পিছত এইবাৰ স্পষ্টকৈ বাঘৰ গোজৰণি শুনা গ'ল। এইটো গোজৰণিৰ লগত বিজয়ৰ চিনাকি আছে। খোজ কাঢ়ি আহি থাকোতে হঠাৎ অলপ সময়ৰ কাৰণে বৈ দিয়াৰ সময়তেই সন্মুখৰ পৰা ঠিক এনে ধৰণেৰে গুজৰি বিজয়ক আগবাঢ়ি আহিবলৈ সকীয়াই দিছিল। এতিয়া বাঘটোৰ আহ্বান শুনি বিজয়ৰ মনটো আনন্দত জপিয়াই উঠিল। যোগসূত্ৰৰ সূতাডাল যেন অলপ সময়ৰ কাৰণে ছিঙি গৈছিল। এতিয়া বাঘটোৰ কাষ চাপিব পাৰিলেই তেওঁৰ সকলো উৎকণ্ঠা, উদগ্ৰীৱতাৰ অন্ত পৰিব বুলি তেওঁ ভাবিলে আৰু সেইমতে অকণো পলম নকৰি গিৰ্‌গিৰকৈ তললৈ

নামি গ'ল। অলপ যোৱাৰ পিচতেই প্ৰকাণ্ড শিলটোৰ কাষ পালেগৈ। সকলোবোৰ ৰহস্য শিলটোৰ আঁৰত আছে বুলি বিজয়ে ভাবি আছিল। কিন্তু শিলটোৰ ওচৰ পাই তেওঁ হতাশ হ'ল। ক'তা, শিলৰ কাষত গছ-গছনিৰ ডাঙৰ জোপোহা এটাৰ বাহিৰে একো নাই। আনকি বাঘটোও নাই। তেনেহ'লে সি মাতিছিল ক'ৰ পৰা ? চাৰিওপিনে এবাৰ চালে, ক'তো একো নেদেখিলে। মাত্ৰ এটাই আশাৰ চিন পালে আৰু সেইটো হৈছে শৃঙ্গটোৰ পৰা তললৈ নামি যোৱা এটা ক্ষীণ বাট আছে। জন্তু অহা-যোৱা কৰিলে চিনৰ বিশেষ উমান পোৱা নেযায়, কিন্তু মানুহে উঠা-নমা কৰিলে অতি ক্ষীণ হ'লেও তাৰ চিন ৰৈ যায়। অৱশ্যে এনে ক্ষেত্ৰত অভিজ্ঞ চকুৰ প্ৰয়োজন। বিজয়ৰ তেনে এটা গুণ আছিল।

শিলটোৰ কাষত ক্ষন্তেক ৰৈ চাৰিওপিনে সেই বাঘটো ক'ত আছে বিচাৰোতে হঠাৎ নামনিৰ গছজোপাৰ ফালৰ পৰা আকৌ গৰ্জন ভাঁহি আহিল। লগে লগে বিজয় গছ-গছনি ফালি নামি গ'ল। এই পাহাৰটোলৈ উঠাতে বিজয় এইফালেদি অহা নাছিল। এনেদৰে নামি গৈ গছজোপাৰ কাষ পাওঁতে এইবাৰহে দেখিলে বাঘটো লাহে লাহে নামি গৈ আছে। এইখিনিত গছ-গছনি নাছিল। গতিকে লাহে লাহে নামি গৈ থকা বাঘটোক দেখাত অসুবিধা হোৱা নাছিল।

এনেদৰে গৈ থাকি এবাৰ বাঘটো প্ৰায় সমতলৰ নিচিনা এটুকুৰা ঠাইত সোমাল। তাত গছ-গছনি ঠাহ খাই আছিল। তাৰ মাজে মাজে শিলো আছিল। সেই ঘন গছ-গছনিবোৰৰ মাজত হঠাৎ বাঘটো নাইকিয়া হৈ গ'ল। বিজয়ে অৱশ্যে ৰৈ নিদিলে। এনেদৰে গৈ দুজোপামান গছ পাৰ হৈ দিয়াৰ পিছতেই তেওঁ যি দেখিলে আচৰিত নহৈ নোৱাৰিলে। এখন মাটিৰ চোতাল আৰু তাত এটা পঁজা ঘৰ। বেছি ডাঙৰ ঘৰ নহয়। সাধাৰণভাৱে সজা ঘৰ। কিন্তু দেখাৰ লগে লগে মনলৈ এটা গম্ভীৰ ভাব আহি যায়। ঘৰটোৰ বেৰবোৰত এবিধ শুকান গছ। ঘৰৰ ছালখন খেৰৰ নহয়। তালগছৰ পাতৰ দৰে এবিধ পাতেৰে তৈয়াৰী। এই দুৰ্গম পাহাৰৰ শিখৰৰ নামনিত এনে ধৰণৰ এটা সৰু ধুনীয়া ঘৰ দেখি বিজয় বৰ আচৰিত হ'ল। বেছ নিঃশব্দে ঘৰটোৰ কাষ পালেগৈ। কিন্তু চোতালখন ইমান পৰিষ্কাৰ হৈ থকা কাৰণে জোতাযোৰ খুলিব খুজিও উত্তেজনাবশতঃ নোখোলাকৈয়ে ঘৰটোৰ

ওচৰলৈ গ'ল । ঘৰটোত কোনো খিড়িকী নাই । দুৱাৰ এখন আছে । কিন্তু সেইখন বন্ধ । ঘৰটোৰ সন্মুখৰ পিনে কিছুমান ফুল । বনৰীয়া ফুল যদিও কোনোবাই যেন আটোম–টোকাৰিকৈ ৰুই থৈছে ।

ঘৰটোৰ ভিতৰত জনপ্ৰাণী থকাৰ কোনো চিন নাই । অন্তত ভিতৰৰ পৰা বিজয়ে কোনো ধৰণৰ শব্দৰ উমান নেপালে । দুৰ্ঘোৰ সন্দেহ আৰু চিন্তাই তেওঁৰ মনটো আচ্ছন্ন কৰি পেলাইছে । এই ঘৰটোৰ ওচৰলৈকে বাঘটোৱে তেওঁক আনিলে । কিন্তু কাৰ ওচৰলৈ আনিছে ? ভিতৰত কোনোবা থকা হ'লে ইমান সময় নিশ্চয় সঁহাৰি দিলেহেঁতেন । হঠাৎ তেওঁ দেখিলে ঘৰটোৰ দুৱাৰমুখৰ কাষত এটা ডাঙৰ মাটিৰ পাত্ৰ আছে আৰু তাত পানী । ঘৰটোৰ মুখত থকা এজোপা গছে ছাঁ পেলাইছে ।

ঘৰটোৰ ওচৰলৈ আহি এবাৰ বেৰৰ ফুটাইদি ভিতৰৰ পিনে ভুমুকি মাৰিবলৈ বিজয়ে চেষ্টা কৰিলে । ভালকৈ একো নেদেখিলে যদিও ভিতৰত এটা পোহৰ থকা বুলি অনুমান কৰিলে । বোধকৰো চাকি বা তেনেধৰণৰ কিবা এটা পোহৰ আছে । পোহৰটোৰ অস্তিত্বত তেওঁৰ মনলৈ কিছু সাহস আৰু আশা আনিলে । কিন্তু মানুহৰ কোনো ধৰণৰ অস্তিত্বৰ উমান নেপাই তেওঁ হতাশ হ'ল । চাৰিওপিনে ইমানহে নিস্তব্ধ যে ওচৰে পাজৰে চৰাই চিৰিকটিৰো মাত শুনা নগৈছিল ।

ঘৰৰ সন্মুখৰ গছৰ ছাঁত তেওঁৰ পিঠিৰ বেগটো থৈ জোতাযোৰ খুলি ইয়াৰ পিছৰ কৰ্তব্য তেওঁৰ কি হ'ব তাকে ভাবিবলৈ ধৰিলে । দুৰ্গম পাহাৰ, অৰণ্য, বিপদ, দুৰ্যোগ আদি পাৰ হৈ বিজয়ে নিশ্চয় এই উকা পঁজা ঘৰটোহে পাব বুলি অহা নাছিল । এতিয়া কি কৰিব তেওঁ ?

তেতিয়া সূৰ্য্যটো লাহে লাহে পশ্চিম পাহাৰৰ সিপাৰে হালি গৈ আছে । পাহাৰৰ শিল আৰু গছ্ গছনিৰ চেপত থকা এই জুপুৰি ঘৰ আৰু তাৰ চোতালত তেতিয়া ৰ'দ নাছিল । বিজয় বহি থকা গছজোপাৰ তলত তেতিয়া সূৰ্য্যৰ প্ৰখৰতা একেবাৰে নাই । গছৰ তলখন বেছ্ পৰিষ্কাৰ । বিজয়ে তেতিয়া কি কৰিব, কি নকৰিব তাৰ একো উৱাদিহ নেপাই বেগটো গছত আওজাই তাতে মূৰটো দি চকু দুটা মুদি ভাবিবলৈ ধৰিলে । দুৰ্গম পাহাৰ-পৰ্বত, ভয়াবহ অৰণ্য, হিংস্ৰ জীৱ-জন্তু আৰু হাজাৰটা নৈসৰ্গিক বাধা-বিঘিনি নেওচি তেওঁ যেতিয়া শেষ লক্ষ্যস্থানত উপনীত হৈ তেওঁৰ প্ৰাণৰ মহাশ্বেতাক এটা স্বৰ্গীয়

পৰিবেশত লগ পোৱাৰ মধুৰ কল্পনা কৰিছিল, তেতিয়া নিশ্চয় সপোনতো ভাবিব পৰা নাছিল যে শেষত গৈ তেওঁ এটা শূন্য আৰু নিৰল জুপুৰি ঘৰহে পাব। তদুপৰি এনে নির্জন পৰিবেশৰ আশঙ্কা মিশ্রিত পৰিস্থিতিও তেওঁ আগতে পাইছে বুলি তেওঁৰ মনত নপৰে। ভাৰতবর্ষৰ পৰা আহোতে তেওঁ যেতিয়া তিব্বতৰ পাহাৰ উপত্যকাৰ মাজেৰে আহিছিল, তেতিয়াও ঠায়ে ঠায়ে বহুতো জন বসতিহীন নির্জন ঠাই পাইছিল, কেতিয়াবা ক'ৰবাত অকলশৰীয়াকৈও ৰাতিটো কটাবলগীয়া হৈছিল। কিন্তু এনেকুৱা ধৰণৰ ভয়লগা নির্জনতা তেওঁ পোৱা নাছিল। তিব্বতৰ মাজৰ সেই নির্জন ঠাইবোৰত অকলে থাকিলেও এটা সান্ত্বনা আছিল যে ওচৰে পাজৰে মানুহৰ বসতি থকা গাঁও আছে। কিন্তু ইয়াত এই থিয় পাহাৰটোত মানুহতো বাদেই কোনো জন্তু-জানোৱাৰৰ অস্তিত্বৰ চিনো এতিয়ালৈকে দেখা নাই। যিবা একে লেথাৰিয়ে পথ দেখুৱাই লগৰী হিচাপে আহি থকা বাঘটো আছিল সিও এই সময়ত ক'লৈ গ'ল জনাৰ কোনো উপায় নাই। সি মাথোঁ বিজয়ক ঘৰটোৰ ওচৰত থলে আৰু আঁতৰি নাইকিয়া হ'ল। এই ৰহস্যবোৰ এতিয়া বিজয়ৰ কাৰণে বিৰক্তিজনক হৈ আহিছে।

মহাশ্বেতাৰ শক্তি অসীম, তেওঁ নিশ্চয় বিজয় অহাৰ খবৰ জানে। বাঘটোৱে ইতিমধ্যে নিশ্চয় তেওঁৰ বিজয়ৰ বার্তা দিছে। তেনেহলে বিজয়ৰ আগমনৰ কথা জনা সত্ত্বেও মহাশ্বেতাই নিজকে লুকুৱাই ৰাখি ইমান সময় আছে ক'ত ? যি উৎকণ্ঠা, চাঞ্চল্য, উত্তেজনা লৈ আজি এমাহ দিন ধৰি বিজয় যাৰ কাৰণে আহি ইয়াত উপস্থিত হৈছে সেই একেটা আগ্রহ আৰু উদগ্ৰীৱতা মহাশ্বেতাৰ নাই নেকি ? মহাশ্বেতাৰ ইঙ্গিতত বিজয় অহাটো তেনেহলে কি তেওঁৰ কাৰণে একেবাৰে সামান্য কথা ? বিজয় তেনেহলে কি এটা পুতৌৰ পাত্ৰহে ? কিন্তু আজি বাৰ বছৰৰ আগতে যে কৈছিল বীর্য্যবাহন তেওঁৰ শত শত জনমৰ স্বামী। প্ৰতিটো জনমতেই বীর্যবাহনেই তেওঁৰ স্বামী হৈ থাকিব। যদি সেয়ে হয় এটা যুগ বৈ থকাৰ আকুলতাৰ পিচত মহাশ্বেতাইও উদ্বাউল হৈ আহিব নেলাগিছিলনে তেওঁৰ বীর্য্যবাহনৰ ওচৰলৈ ?

দুখে-বেজাৰে, অৱসাদগ্ৰস্ত মন আৰু ভোক পিয়াহত বিজয়ৰ শৰীৰৰ স্নায়ুবোৰ দুর্বল হৈ পৰিল। মুদি থকা চকু দুটাৰ ওপৰত এটা

পাতল নিদ্ৰাৰ প্ৰলেপ পৰিল । লাহে লাহে তেওঁ টোপনিৰ কোলাত ঢলি পৰিল । এনে এটা নিমাত-নিতাল ভৌতিক পৰিবেশত সহজতে টোপনি অহাও টান । কিন্তু বিজয়ৰ কাৰণে তেতিয়া টোপনিৰ বাহিৰে অন্য কোনো বিকল্প নাছিল । চাৰিওপিনে বহুতো ভয়, বিপদ আৰু ভয়াবহতা লুকাই আছে, তথাপি টোপনিক চকুৰ পটাৰ পৰা আঁতৰাই দিয়াৰ শক্তি তেওঁৰ অন্তৰ্হিত হ'ল ।

বিজয়ে কিমান সময় এনেদৰে শুই আছিল নিজেই নেজানিছিল । কিন্তু এবাৰ কাণৰ কাষত গৰ্জনৰ এটা প্ৰচণ্ড শব্দ হোৱাত চক্ খাই তেওঁ ধৰফৰকৈ উঠি বহিল আৰু চাৰিওপিনে চাবলৈ ধৰিলে । কিন্তু একোৱেই দেখা নেপালে । কাৰণ তেতিয়া পাহাৰ আৰু গছ-গছনি সকলোতে সন্ধিয়াৰ অন্ধকাৰে আৱৰি পেলাইছিল । ওচৰৰ গছবোৰ একো একোটা ক'লা ছাঁ যেন লগা হৈছিল । কিহৰ শব্দ আছিল টোপনিৰ জালত প্ৰথমতে তেওঁ ধৰিব পৰা নাছিল । হতাশাৰে ভৰি পৰা মনটোত আশাৰ এটা ৰেঙণি আহিল । নিশ্চয় কিবা এটা শুভবাৰ্তা লৈয়ে বাঘটোৱে তেওঁক জগাই দিছে । কিন্তু বাঘটোকতো তেওঁ দেখিব লাগিছিল । অন্ধকাৰ হলেওতো তাৰ ৰঙা হৈ জিলিকি থকা চকু দুটাৰ অস্তিত্ব তেওঁ পাব লাগিছিল ।

তাৰ পিচত থিয় হৈ আকৌ এবাৰ চাৰিওপিনে চোৱাত জুপুৰি ঘৰটোৰ ভিতৰৰ পৰা চাকিৰ পোহৰ অহা দেখি তেওঁ আচৰিত হ'ল যিমান, আশাৰ আনন্দত মনটো ভৰি পৰিল তাতকৈ বেছি । তেওঁ এখুজি দুখুজিকৈ ঘৰটোৰ দুৱাৰখনৰ ওচৰলৈ গ'ল । এইবাৰ দেখিলে ঘৰৰ দুৱাৰখন মেল খাই আছে । ভিতৰৰ মজিয়াত এটা ডাঙৰ চাকি আছে । তেতিয়াই ভিতৰলৈ সোমাই যাব খুজিছিল । কিন্তু মনটোৱে বাধা দিলে । বাহিৰৰ ডাঙৰ পানীৰ পাত্ৰটোৰ ওচৰলৈ গৈ তাৰ পৰা পানী লৈ খুব ভালদৰে ভৰি আৰু মুখ হাত ধুলে । এতিয়া ঘৰটোত সোমোৱাৰ যোগ্যতা তেওঁ পাইছে বুলি অনুভৱ কৰিলে ।

সেই ঘৰটো বেছ পৱিত্ৰ বুলি অনুমান কৰিছে বিজয়ে । কাৰণ ইমান সময়ৰ পিচত এতিয়া লাহে লাহে উপলব্ধি কৰিছে যে যদিও দুৱাৰমুখলৈ ওলাই আহি বিজয়ক আদৰা নাই, কিন্তু ভিতৰত আছে তেওঁ যাৰ কাৰণে যোৱা বাৰবছৰ কাল বিজয়ে আকুলভাৱে বাট চাই আছিল আৰু যাৰ কাৰণে সুদূৰ [illegible] পৰা আহি আহি এইখিনি

পাইছেহি ।

দুৱাৰমুখলৈ গৈ ভিতৰলৈ আকৌ এবাৰ চাই ভিতৰত কোন আছে ঠাৱৰ কৰিবলৈ চেষ্টা কৰিলে । কিন্তু কোনোবা থকাৰ একো উমান ধৰিব নোৱাৰিলে । নিশ্চয় তেওঁৰ বাহিৰে আন কোনো নাই । তেনেতে তেওঁৰ চকু বাহিৰৰ মস্ত শিল এটাৰ ওপৰত পৰিল । শিলটোৰ ওপৰত তক্‌তকৈ দুটা জ্বলা আঙঠাৰ দৰে বাঘটোৰ চকু দুটা জিলিকি আছে ।

এইবাৰ চৰম উৎকণ্ঠাৰ ওৰ পেলাই বিজয় ঘৰটোৰ ভিতৰত প্ৰৱেশ কৰিলে । ঘৰটোৰ মাজত এখন বেৰ । আন এটা কোঠা । সেই কোঠাৰ মজিয়াত চাকিটো জ্বলি আছে । অকণো সময় নষ্ট নকৰি তেওঁ ক্ষীপ্ৰতাৰে সিটো কোঠালৈ গ'ল ।

কিন্তু গভীৰ হতাশাত তেওঁৰ মনটো ভাঙি চূৰমাৰ হৈ গ'ল –যেতিয়া দেখিলে সুন্দৰকৈ পাৰি থোৱা বিছনাখনত কোনো জন প্ৰাণী নাই । মজিয়াত চাকি থোৱা ঠাইখিনিত এটা ডাঙৰ শিলৰ পাত্ৰত ফলমূলকে ধৰি বিভিন্ন খাদ্য বস্তু, কাষত এটা ডাঙৰ দীঘলীয়া পাত্ৰত পানী আৰু শিলৰ গিলাচ । ইয়াৰ অৰ্থ কি ? ঘৰটোৰ ভিতৰত দুটাহে কোঠা । তৃতীয় কোঠা নাই । হতভম্ব হৈ পৰিল বিজয় । ইয়াৰ অৰ্থ বা ৰহস্যৰ কোনো শুংসূত্ৰ বিচাৰি নেপালে । তেওঁ বুজিলে, এই সকলোবোৰ ব্যৱস্থা মহাশ্বেতাৰ নিৰ্দেশতেই হৈছে । কিন্তু তেওঁ ক'লৈ গ'ল ? এনেদৰে লুকাই থকাৰ অৰ্থ কি ? ইয়াত তেওঁ নেথাকে নেকি ? এনেকৈ আত্মগোপন কৰাৰ বাসনাই যদি তেওঁৰ আছিল বিজয়ক ইয়ালৈ মাতি অনাৰ আৱশ্যকতা কি আছিল ? ভাবি ভাবি কোমল বিছনাখনত বহিল ।

এই ঘৰটোত মহাশ্বেতা নাই যদি ক'ত আছে আৰু তেওঁ এনেদৰে লুকা ভাকু খেলাৰ অৰ্থ কি– এইবোৰ প্ৰশ্নই বাৰে বাৰে বিজয়ক ব্যতিব্যস্ত কৰি তুলিছিল যদিও মজিয়াত সুন্দৰভাৱে সজাই থোৱা খাদ্য বস্তু দেখি তেওঁ চৰম কৌতূহলৰ পৰা আঁতৰি আহিল । বহুত সময় তেওঁৰ পেটত একো পৰা নাছিল । ভোকে পিয়াহে তেওঁ ইতিমধ্যে যথেষ্ট আতুৰ হৈ পৰিছিল । খাদ্যৰ ভিতৰত সকলোবোৰেই গছৰ ফলমূল । তাৰে কেইবাটাও তেওঁৰ অচিনাকি । ফলবোৰ বৰ সজীৱ । সুস্বাদু ফল । অতি তৃপ্তিৰে তেওঁ সেইবোৰ খালে । যথেষ্ট

ভোক লাগিছিল। শিলৰ থাল এখনত ইমান ভৰ-পূৰৈকে ফলমূল দিয়া হৈছিল যে তেওঁৰ পেট ভৰি গ'ল। কাষত আছিল এটা ডাঙৰ পাত্ৰত পানী আৰু এটা শিলৰ গিলাচ। পানীখিনি খোৱাৰ পিছত তেওঁৰ শৰীৰৰ পৰা যেন সকলো দুখ-ভাগৰ, জড়তা আঁতৰি গ'ল। বৰ পাতল আৰু সজীৱ লাগি গ'ল শৰীৰটো।

তেওঁ ইয়াত নাই। কিন্তু তেওঁৰ নিৰ্দেশতেই যে এই সকলোবোৰ ব্যৱস্থা হৈছে তেওঁ সহজে বুজিলে। কিন্তু মহাশ্বেতা ক'ত? এনেদৰে ভাবি থাকোতেই তেওঁ লাহে লাহে টোপনিত ঢলি পৰিল। দিনটোৰ ভাগৰ আৰু এটা সুন্দৰ আহাৰৰ পিচত টোপনি অহাটোৱেই স্বাভাৱিক আছিল।

গভীৰ নিদ্ৰাত লালকাল দি বিজয় শুই আছে। ঘৰত চাকি এটা জ্বলি আছে। এনেদৰে বোধকৰো প্ৰায় তিনিঘণ্টামান যোৱাৰ পিচত এবাৰ হঠাৎ কোনোবাই তেওঁৰ শৰীৰটো জোকাৰি কিবা কিবি শব্দ উচ্চাৰণ কৰি তেওঁক মতা বুলি তেওঁ অনুভৱ কৰিলে। বাৰে বাৰে তেওঁৰ গাটো লৰাই থকাত এবাৰ তেওঁ চক খাই ধৰফৰৈকে উঠি যি দেখিলে, তেওঁ উচপ খাই উঠিল। ওখ পাখ দুটা মানুহ তেওঁৰ বিছনাৰ কাষত থিয় হৈ আছে। শৰীৰৰ ওপৰৰ অংশ উদং। নিম্নাংশ অৱশ্যে কাপোৰেৰে আবৰা। মূৰৰ চুলিবোৰ বেছি দীঘল। দাড়িৰে মুখ কেইখন ঢকা। চকু কেইটা ডাঙৰ আৰু ৰক্তবৰ্ণ। মানুহ কেইটাৰ মুখমণ্ডলত কঠোৰতা। সিহঁতৰ হাতত দুপাত বৰ্শা।

সিহঁতক দেখি 'কোন?' বুলি বিজয় বিছনাখনত বহিল আৰু সিহঁতলৈ চালে। তেওঁৰ ওচৰত কোনো ধৰণৰ অস্ত্ৰ নাছিল। বাহিৰত থকা বেগটোৰ ভিতৰতহে আছিল। তথাপি ইমান সহজে সিহঁতৰ ওচৰত নতি স্বীকাৰ নকৰিবলৈকে বিজয়ে গিৰিপকৈ থিয় হৈ সিহঁতৰ সৈতে মুখামুখি হ'বৰ কাৰণে সক্ষম হ'ল। বিজয়ৰ এনে আচৰণৰ কাৰণ বোধকৰো মানুহ দুটাই বুজিব পাৰিছিল আৰু সেই কাৰণেই সিহঁতে চিঞৰি চিঞৰি উত্তেজিত স্বৰেৰে কিবাকিবি কৈছিল, যিটো বিজয়ৰ পক্ষে সম্পূৰ্ণ দুৰ্বোধ্য আছিল। মাত্ৰ এটা কথাই বিজয়ে বুজিছিল যে সিহঁতে হাতখন এটা দিশলৈ দেখুৱাই কিবাকিবি কৈছিল। সিহঁতৰ দুৰ্বোধ্য ভাষা নুবুজিলেও সিহঁতৰ আচৰণৰ পৰা বিজয়ে ভয় বা আশঙ্কাৰ কোনো আভাস পোৱা নাছিল। সিহঁতে বোধহয় বিজয়ক

আক্ৰমণ কৰিবলৈ ইয়ালৈ অহা নাই। কিন্তু এই দোভাগ নিশা কি কৰিবলৈ আহিছে ?

মানুহকেইটাই উত্তেজিত স্বৰেৰে অনৰ্গল কিবাকিবি চিঞৰি থকাৰ পিচত যেতিয়া সিহঁতে অনুমান কৰিলে যে বিজয়ে একো বুজা নাই, তেতিয়া তাৰে এটাই বিজয়ৰ বাহুটোত থাপ মাৰি ধৰি বাহিৰৰ পিনে টানি নিবলৈ উদ্যত হ'ল। তাৰ বজ্ৰকঠোৰ খামোচৰ পৰা হাতখন এৰুৱাই বিজয়ে চিঞৰি সুধিলে– "কোন তোমালোক ! কি লাগে ?"

কিন্তু সিহঁতেওতো বিজয়ৰ ভাষা বুজিব নোৱাৰে। তেতিয়া এজনে হাতৰ অঙ্গী ভঙ্গীৰে ঘৰৰ বাহিৰৰ এটা দিশলৈ বাৰে বাৰে দেখুৱাই বিজয়ক ইঙ্গিত দিবলৈ ধৰিলে। তেতিয়াহে বিজয়ৰ লাহে লাহে বোধগম্য হ'ল যে বিজয়ক ক'ৰবালৈ নিবৰ কাৰণেহে সিহঁত আহিছে। লগতে এইটোও অনুভৱ কৰিলে যে সিহঁতে বোধকৰো বিজয়ৰ একো অপকাৰ নকৰে। প্ৰথমতে সিহঁতৰ আক্ৰমণ প্ৰতিহত কৰাৰ যি মনোভাৱ বিজয়ৰ হৈছিল এতিয়া লাহে লাহে সেই মনোভাৱৰ ঠাইত প্ৰৱল কৌতূহলে স্থান ল'লে। কিহৰ কাৰণে এই মানুহকেইটা আহিছে ?

এনেদৰে ইতস্তত কৰি থকাৰ সময়তে সিহঁতৰ এটাই আকৌ এবাৰ দুৰ্বোধ্য ভাষাৰে চিঞৰি কিবা এটা কৈ বিজয়ক বাহুটোত ধৰি বাহিৰলৈ ওলাই আহিবলৈ ইঙ্গিত দিলে। সিহঁতৰ লগত এতিয়া ক'ৰবালৈ যাব লাগিব বুলি তেওঁ বুজিলে।

সিহঁতৰ লগত বিজয় যাবলৈ ওলাল। ওলাল সম্পূৰ্ণ নিৰস্ত্ৰ হৈ, শৰীৰত থকা মণিধাৰ আৰু কৱচ কেইটাৰ বাহিৰে অন্য কোনো অস্ত্ৰ নাই। অৱশ্যে হাতত লাঠিডাল লৈ ঘৰটোৰ বাহিৰলৈ সিহঁতৰ পিচে পিচে ওলাই আহিল। বাহিৰত তেতিয়া সুন্দৰ জোনাক। ৰাতিটোৰ শেষ প্ৰহৰত জোনটো হেলনীয়া হৈ আহিছে।

হাতত বৰ্শা দুপাট লৈ মানুহ দুটা গছজোপাৰ কাষেদি ডাঙৰ শিলটোৰ ওচৰলৈ গ'ল। বিজয়ে দেখিলে শিলটোৰ ওপৰত জ্বলি থকা দুটা জোৰ। সিহঁতে সেই জোৰ দুটা ল'লে। তাৰ পিচত ঘৰটোৰ বাঁওফালে থকা এটা লুংলুঙীয়া ওখোৰা মোখোৰা বাটেদি খোজ ললে। সিহঁতৰ হাতৰ ঠাঁৰেৰে দিয়া ইঙ্গিত মতে বিজয় সিহঁতৰ মাজত যাবলৈ ধৰিলে। কিছু সময়লৈ কোনো মাতবোল নাই। সিহঁতৰ লগে লগে

বিজয়ো পাহাৰৰ শৃঙ্গৰ পৰা নামি খোজ লৈছে। জোনৰ পোহৰত ৰাস্তাটোত কোনো অসুবিধা হোৱা নাই। কিন্তু মাজে মাজে উজুটি খাই বিজয় পৰি যাব খোজোতে সিহঁতৰ যি কোনো এটাই থাপ মাৰি ধৰিছে। সিহঁতৰ আচৰণ দেখিলে বুজিব পাৰি যে সিহঁতে বিজয়ৰ কোনো ক্ষতি বা হানি নোহোৱাকৈ নিৰ্দিষ্ট স্থানলৈ লৈ যাব।

ইতিমধ্যে বিজয়ৰ মনৰ ধাৰণা সত্য বুলি প্ৰমাণিত হ'ল, যেতিয়া অদূৰত সেই অতি চিনাকি আৰু আপোন বাঘটোৰ গোজৰণি শুনিবলৈ পালে। বাঘৰ গোজৰণি শুনি এতিয়া বিজয় সম্পূৰ্ণ নিশ্চিন্ত। মনটো পুনৰ উৎফুল্লিত হৈ পৰিল। ৰাতিৰ যি কেইঘণ্টা শুইছিল তেতিয়াই তেওঁৰ ভাগৰ নাইকিয়া হৈছিল আৰু শৰীৰটো সীজৱ হৈ পৰিছিল। কিন্তু এই পথটো বৰ সুগম নাছিল। পথৰ কোনো চিন-মোকাম নাছিল। ডাঙৰ ডাঙৰ গছ আৰু জোপোহাবোৰৰ কাষেদি অগ্ৰসৰ হওঁতে বিজয়ৰ খোজ স্বাভাৱিকতে মন্থৰ হৈছিল। আগে পিছে আহি থকা মানুহ দুটাৰ খোজহে বেছ স্বাভাৱিক আছিল। বিজয়ৰ ভৰিত থকা জোতাৰ দৰে সিহঁতৰ ভৰিত কোনো ধৰণৰ পাদুকা নাছিল যদিও সিহঁতে এই ৰাতিৰ অন্ধকাৰত হাতত থকা জোৰ বন্তিৰ সহায়ত বৰ অনায়াসে হাবিখন সৰকি বিজয়ক বাট দেখুৱাই লৈ গৈছিল।

এনেদৰে প্ৰায় এঘণ্টা মান যোৱাৰ পিছত অটব্য হাবিখন শেষ হ'ল আৰু এখন পাহাৰ আৰম্ভ হ'ল। সেই পাহাৰেদি মানুহকেইটাই উঠি যাবলৈ ধৰিলে। পাহাৰটোত বেছি গছ-গছনি নাই, শিলেৰে ভৰা। গতিকে বিজয়ে বেছি কষ্ট নকৰাকৈ উঠিবলৈ সক্ষম হ'ল। এটা কথা বিজয়ে লক্ষ্য কৰিছে, মানুহকেইটাই বিজয়ক বাট দেখুৱাই লৈ যাওঁতে এইবাৰ কিন্তু বাঘটো চকুৰ দৃষ্টিত ধৰা পৰা নাই। অৱশ্যে ৰাতিৰ অন্ধকাৰৰ কাৰণেও তেনে হ'ব পাৰে।

এনেদৰে কিছুসময় উঠাৰ পিছত হঠাৎ পাহাৰখনৰ গাতে এটা গুহা দেখিবলৈ পোৱা গ'ল। গুহাটোৰ মুখখন বৰ বহল। ভিতৰত মানুহ বা কোনো জন্তুৰ অৱস্থিতি ধৰিব নোৱাৰি। বোধকৰো কোনো নাই। গুহাটোৰ মুখ পোৱাৰ লগে লগে মানুহ দুটা হঠাৎ সন্ত্ৰস্ত হৈ পৰিল আৰু গুহাৰ মুখত থকা মস্ত ক'লা শিল এটাৰ ওপৰত বিজয়ক বহিবলৈ সিহঁতে ইঙ্গিত দিলে। বহিবলৈ পাই তেওঁ বেছ শান্তি অনুভৱ কৰিলে। ইতিমধ্যে বেছ ভাগৰ লাগি গৈছিল, পিয়াহো লাগিছে। কিন্তু

এতিয়া পানী পাব ক'ত ? কিন্তু এই মানুহকেইটাই ইয়াত বৈ দিলে কিয় ? কিবা ৰহস্য আছে নেকি ? বিজয়ে বুজি নেপালে । মানুহকেইটাৰ আচৰণো এতিয়া বেছ গম্ভীৰ । থৰ হৈ গুহাটোৰ পিনে চাই আছে । সিহঁতক সোধাৰো কোনো উপায় নাই । কাৰণ কোনেও কাৰো ভাষা বুজি নেপায় । গতিকে ইয়াত বহি থকাৰ বাহিৰে এতিয়া বোধকৰো কোনো উপায় নাই । বিজয়ে ভাবিলে, সিহঁতে যদি কেনেবাকৈ বিজয়ৰ পিনে চালেহেঁতেন । কিন্তু কোনো আশা নাই ।

এইদৰে কিছুসময় নিমাত নিস্তব্ধ হৈ থকাৰ মূৰত এবাৰ তিনিও চক খাই উঠিল । গুহাটোৰ ভিতৰৰ পৰা বাঘৰ এটা প্ৰচণ্ড গোজৰণি প্ৰতিধ্বনিত হৈ ওলাই অহাত বিজয় যেনেদৰে চক খাই উঠিল, এই মানুহ দুটাও আগতকৈ বেছি সন্ত্ৰস্ত হৈ পৰিল । তাৰে এটাই বিজয়লৈ চালে । সি মূৰটো লৰালে । বিজয়ে অনুমান কৰিলে সি বিজয়ক ভয় নকৰিবলৈ ইঙ্গিত দিছে । এইবাৰহে যেন তাৰ মুখত অলপ কোমলতা দেখিলে । সি আকৌ মুখখন ঘূৰাই দিয়াত বিজয়ে হাত চাপৰি বজাই তাৰ দৃষ্টি আকৰ্ষণ কৰিলে । সি তৎক্ষণাৎ বিজয়ৰ ওচৰত উপস্থিত হ'ল । তেতিয়া বিজয়ে হাতৰ ইঙ্গিতেৰে তেওঁৰ যে বৰ পিয়াহ লাগিছে বুজাবলৈ চেষ্টা কৰিলে । মানুহটোৱে বোধকৰো বুজিলে । সি ইজনৰ ওচৰলৈ গৈ কিবা এটা থৈ হাতৰ জোৰাটো লৈ তৎক্ষণাৎ অন্তৰ্দ্ধান হ'ল ।

এই বাঘটোৱে কেলেই চিঞৰিছিল এনেকৈ ? সি গুহাটোৰ ভিতৰত কি কৰিছে ? এই গুহাটো পাহাৰৰ বহুত দলৈকে সোমাই গৈছে নেকি ? এইবোৰ আকাশ-পাতাল ভাবি হঠাৎ পাহাৰৰ কাষৰ আকাশখনলৈ চকু পৰাত তেওঁ ভীষণ বিহ্বল হৈ পৰিল । ৰোমাঞ্চিত হ'ল আৰু পুলকতা অনুভৱ কৰিলে । সেই উজ্জ্বল নক্ষত্ৰটো, যিটোৰ ইঙ্গিত পাই তেওঁ যোৱা এমাহ ডেৰমাহ দিন পাহাৰ-কন্দৰ, অটব্য অৰণ্য, বিপদ-বিঘিনি অতিক্ৰম কৰি এইখিনি আহি পাইছেছি । এই নক্ষত্ৰটো এতিয়া একেবাৰে ওচৰত যেন লাগিছে । হৰ্ষউল্লাস, উত্তেজনাত তেওঁৰ ভিতৰত এটা শিহৰণ বৈ গ'ল । কিন্তু বাঘটোৱে চিঞৰাৰ ৰহস্যহে তেওঁ বিচাৰি নেপালে ।

তেনেসময়তে সেই মানুহটোৰ আৱিৰ্ভাৱ হ'ল । ওচৰলৈ অহাত বিজয়ে দেখিলে মানুহটোৱে এখন হাতত এটা ডাঙৰ বাঁহৰ চুঙা লৈ

আহিছে। চুঙাটোত পানী। অধৈৰ্য্য হৈ চুঙাটো লৈ ঢক্‌ঢকাঁকৈ পানী-খিনি পি দিয়াত বিজয়ে যি শীতল তৃপ্তি অনুভৱ কৰিলে তাৰ তুলনা নাই। পানীখিনি নিশ্চয় পাহাৰৰ নিজৰাৰে, কিন্তু ইমান শীতল আৰু মিঠা পানী কেইঢোকমান খোৱাৰ পিছতেই তেওঁৰ বুকুৰ তৃষ্ণাৰ হুতাশ যেন অন্তৰ্হিত হৈ গ'ল। মানুহটোৰ মুখতো এটা অস্ফুট হাঁহিয়ে যেন লুকাভাকু খেলি গ'ল। বোধকৰো সিও আনন্দ পাইছে।

কিন্তু ইয়াত কিমান দেৰীলৈ থাকিব লাগিব আৰু কিয় ?

ক্ষন্তেক পিছতে এই প্ৰশ্নৰ উত্তৰ পোৱা গ'ল। অকস্মাৎ গুহাটোৰ সম্মুখত বাঘটোৰ আবিৰ্ভাৱ ঘটিল। বিজয়ে তেওঁৰ স্বাভাৱিক বুদ্ধিৰে বুজি পালে ই নিশ্চয় ক'ৰবাৰ পৰা আহিছে। ইমান সময় নিশ্চয় গুহাৰ ভিতৰত সোমাই থকা নাছিল। সি দেখা দিয়েই মৃদুভাৱে গুজৰি উঠিল আৰু মানুহ দুটাৰ মুখলৈ চালে আৰু তাৰ পিচপাকতে আকৌ মন্থৰ খোজেৰে গুহাত প্ৰৱেশ কৰিলে। কিন্তু ইতিমধ্যে মানুহ দুটাৰ শৰীৰত মহাব্যস্ততা পৰিলক্ষিত হ'ল। সিহঁত চকুৰ পচাৰতে সষ্টম হৈ পৰিল আৰু বিজয়ক ইঙ্গিত দি সিহঁতৰ লগে লগে আহিবলৈ ক'লে। এতিয়াহে বিজয়ে বুজিলে এইটো এটা সামান্য গুহা নহয়। ই সুৰঙ্গ। এই সুৰঙ্গৰ মেৰতেই নিশ্চয় সকলো ৰহস্যৰ অন্ত পৰিব আৰু সকলো ব্যাকুলতাৰ ওৰ পৰিব।

সুৰঙ্গটোৰ ভিতৰত ঘোপ মৰা অন্ধকাৰ আছিল যদিও আগবাঢ়ি যাওঁতে অকণো অসুবিধা হোৱা নাছিল। কাৰণ সুৰঙ্গটোৰ ভিতৰৰ পথটো অসমান নাছিল। এইবাৰ মানুহকেইটাৰ খোজ আগতকৈ ক্ষীপ্ৰ। লক্ষ্যস্থানত খুব সোনকালেই গৈ পোৱাই যেন সিহঁতৰ উদ্দেশ্য। বেছ দীঘল সুৰঙ্গ। কিন্তু বেছ খৰকৈ যোৱা কাৰণে এইটো অতিক্ৰম কৰোঁতে বেছি সময় নেলাগিল।

সুৰঙ্গটো শেষ হোৱাৰ পিছত বাহিৰৰ মাটিত ভৰি দি যিটো দৃশ্য বিজয়ে দেখিলে সি আছিল অতি পৱিত্ৰ, অনিন্দ্য সুন্দৰ আৰু মনোমুগ্ধকৰ। পৰম করুণাময় ভগৱানৰ ই এক অপূৰ্ব সৃষ্টি। তেতিয়া ৰাতিৰ অন্ধকাৰ আঁতৰি গৈছে আৰু পূব আকাশত এটা ৰঙা আভাই ফাঁট মেলি নতুন দিনটোক স্বাগতম জনাইছে। কাহিলি কাহিলি পোহৰ আৰু পুৱতি নিশাৰ এটা স্নিগ্ধ মৃদু পৱনৰ পৰশ। এই দৃশ্য আৰু ৰতাহৰ ছাটিয়ে বিজয়ৰ গা মন জুৰ পেলাই দিলে। নিজকে বৰ পৱিত্ৰ

অনুভৱ কৰিলে ।

আচলতে সুৰঙ্গটো অতিক্ৰম কৰাৰ পিচত পোনে পোনে কোনো বাট নাই । মাত্ৰ সৰু এটুকুৰা হাবি আৰু তাৰ পিচত মহাশূন্য । মানুহকেইটাই বিজয়ক সুৰঙ্গৰ কাষেদি এটা টিলাৰ ওপৰলৈ লৈ গ'ল । প্ৰথম দৃষ্টিত টিলাটো চকুত পৰা নাছিল । আধা পোহৰ, আধা অন্ধকাৰত বিজয়ে দেখিলে টিলাটোৰ ওপৰখন বেছি ডাঙৰ-দীঘল নহয় । ঠিক তাৰ মাজতে এটা সৰু ঘৰ । ঘৰটো সাধাৰণ । ছালখন খেৰৰ । ঘৰটো বৰ নিমজ আৰু নিমাত-নিস্তব্ধ । ভিতৰত কোনো জন-প্ৰাণী নাই যেন লাগিল । বিজয়ৰ হঠাৎ চকুত পৰিল টিলাটোৰ সিটো ফালে য'ত মহাশূন্যতা বিৰাজ কৰিছে তাৰ পৰা ডাঙৰ জুইৰ শিখা ওপৰলৈ উঠি আছে । জুইৰ শিখা ৰঙা নহয় নীলা । একে ধৰণে জ্বলি আছে । এইটো বৰ আচৰিত দৃশ্য । শূন্যত কেনেকৈ জুইকুৰা জ্বলি আছে ? কিন্তু সেই বিষয়ে বিজয়ে বেছি সময় ভাবিবলৈ অৱকাশ নেপালে । মানুহকেইটাই দৃঢ় খোজেৰে বিজয়ক আনি সেই ঘৰটোৰ দুৱাৰমুখত থিয় কৰালে । ঘৰটোৰ দুৱাৰখন বন্ধ । আকৌ এবাৰ বিজয় অবাক হ'ল যেতিয়া দেখিলে ঘৰটোৰ দুৱাৰমুখত লকলকৈ জিভা মেলি বাঘটো বহি আছে । এইবাৰ যেন তাৰ ভূমিকা বেলেগ ।

মানুহকেইটাই বিজয়ক দুৱাৰমুখত এৰি থৈ পিচ হুহকি আঁতৰি গুচি গ'ল । সিহঁতৰ কৰ্তব্য বোধকৰো শেষ হৈছে ।

এইটো বিজয়ৰ বাবে এটা অদ্ভুত মুহূৰ্ত— চৰম ব্যগ্ৰতা– উৎকণ্ঠাৰ পৰিসমাপ্তিৰ আগমুহূৰ্ত । প্ৰৱল উত্তেজনাত তেওঁৰ অন্তৰখন কঁপিবলৈ ধৰিলে । বাঘটো তেনেদৰেই বহি আছে ।

তেতিয়া বুকুৰ ধপধপনিৰ বাহিৰে বিজয়ে কোনো শব্দ শুনা নাছিল । প্ৰতিটো মুহূৰ্ত গণি অপেক্ষা কৰি থকাৰ পিচত এবাৰ হঠাৎ তেওঁৰ অন্তৰখন তুমুল আলোড়নেৰে আন্দোলিত হৈ উঠিল, যেতিয়া তেওঁ শুনিলে ভিতৰৰ পৰা এটা কোমল মাত ভাঁহি আহিল– 'বীৰ্য্যবাহন' । আৰু ক্ষন্তেক সময় ৰোৱা । সামান্য ধৈৰ্য্য ধৰা ।'

দুৱাৰখন খুলি দিয়াৰ প্ৰতীক্ষাৰ প্ৰতিটো মুহূৰ্ত যেন এটা এটা যুগ । দুৰ্গম গিৰি-পৰ্বত, অটব্য অৰণ্য, ভয়াল হিংস্ৰ জন্তুবোৰ অতিক্ৰম কৰি অহা এই ভয়াবহ অভিযানৰ অন্তত এতিয়া বিজয় অন্তিম চৰণত উপস্থিত হৈছে । শ্যামল গিৰি শৃঙ্গৰ সমতল ভূমিৰ ওপৰত এটা সাধাৰণ

আৰু সৰু পঁজাঘৰ। এই কুটিৰৰ ভিতৰতেই আছে বিজয়ৰ অধিষ্ঠাত্ৰী দেৱীসদৃশা নাৰী মহাশ্বেতা। দুৱাৰখন ৰুদ্ধ। কিন্তু ভিতৰৰ পৰা এবাৰ মহাশ্বেতাৰ মধু কণ্ঠস্বৰ ভাঁহি আহিছিল 'ক্ষন্তেক অপেক্ষা কৰা বীৰ্য্যবাহন।'

এই প্ৰতীক্ষাৰ প্ৰতিটো মুহূৰ্ত গভীৰ উৎকণ্ঠাৰে ভৰি আছে। আনহাতে সময়ৰ পল অনুপল যেতিয়া কালৰ বুকুত লীন হৈ যাবলৈ ধৰিছে বিজয়ৰো মানসিক জগতখনৰ ধীৰে ধীৰে এটা পৰিৱৰ্তনৰ সোঁত বৱলৈ ধৰিলে। এইটো জনমৰ বিজয় নামটো মিছা যেন অনুভূত হ'বলৈ ধৰিলে। যোৱা দুকুৰি বছৰ তেওঁ যেন বীৰ্য্যবাহনৰ এটা ছাঁ হৈহে এই পৃথিৱীত আছিল। আজি এই মিছা আৱৰণখন খহি পৰিব আৰু সঁচা বীৰ্য্যবাহনৰ পৰিচয় তেওঁৰ শৰীৰ আৰু মনত অঙ্কিত হৈ যাব। মাত্ৰ কেইটামান মুহূৰ্তৰ পিছতেই এই পৰিৱৰ্তন সঙ্ঘটিত হ'ব। তাৰ পিচত তেওঁ তেওঁৰ আকাঙ্খিতা নাৰী মহাশ্বেতাক লগ পাব। তাৰ পিচৰ জীৱনটো সম্পূৰ্ণৰূপে মহাশ্বেতাৰ ইচ্ছাৰ ওপৰত চলিব। চিৰ আকাঙ্খিতা এজনী নাৰীৰ ওচৰত নিজকে বিলীন কৰি দিয়াৰ পিছত বোধকৰো বিজয়ে নিজস্ব ভাৱধাৰা হেৰুৱাই পেলাব। কিন্তু বিজয় পুৰুষ আৰু তেওঁৰ এটা সুকীয়া ব্যক্তিত্ব আছে। তেওঁৰ পুৰুষোচিত ব্যক্তিত্বৰ অস্তিত্বৰ কথা স্বয়ং মহাশ্বেতাইও স্বীকাৰ নকৰাকৈ থকা নাই। আজি বাৰ বছৰৰ আগতে পুষ্পকনগৰীত থকা গভীৰ সাগৰীয় দ্বীপত যিবোৰ ঘটনা ঘটি গৈছিল তাতেই প্ৰমাণ হৈ গৈছিল যে বিজয়ৰ এটা পুৰুষ-সুলভ ব্যক্তিত্ব আছে, যাক অলৌকিক শক্তিধাৰিণী হোৱা সত্ত্বেও মহাশ্বেতাই প্ৰশংসা কৰিছিল। মহাশ্বেতাই কৈছিল, "পুৰুষৰ বাহ্যিক কান্তিতকৈ ভিতৰৰ ব্যক্তিত্ব আৰু বলোদীপ্ত সৌন্দৰ্য্যহে নাৰীৰ কাৰণে সদায় আদৰণীয়।"

পুষ্পকনগৰীৰ সেই দ্বীপটোত মহাশ্বেতাক লগ পোৱাৰ পিছত তেওঁক বিজয়ে যিমানবাৰ লগ পাইছিল সকলো সময়তেই মহাশ্বেতাৰ শৰীৰ আৰু মুখমণ্ডল পাতল মিহি শুভ্ৰ বস্ত্ৰেৰে আবৃত হৈ আছিল। সৰ্বাঙ্গআবৃতা হৈ থাকিলেও কিন্তু বিজয়ে অনুভৱ কৰিছিল যে দীৰ্ঘাঙ্গী শৰীৰৰ মহাশ্বেতা আছিল এগৰাকী নিখুঁত আৰু ধুনীয়া নাৰী। অৱশ্যে অনাবৃতা হিচাপেও দেখিছে। কাৰণ সেই অনিৰ্বাণ অগ্নিশিখাৰ পিনে যাওঁতে মহাশ্বেতাৰ মুখমণ্ডল আছিল অনাবৃতা। কিন্তু সেই সময়ৰ এটা

চৰম উৎকণ্ঠা জড়িত মুহূৰ্তত মহাশ্বেতাৰ মুখখন কিমান লাৱনী আছিল বিজয়ে সূক্ষ্মভাৱে চোৱাৰ অৱকাশ পোৱা নাছিল। তেতিয়া মহাশ্বেতাৰ সৰ্বশৰীৰটোহে তেওঁৰ চকুৰ আগত উদ্ভাসিত হৈছিল আৰু মহাশ্বেতা নামৰ এগৰাকী সম্পূৰ্ণ নাৰীহে তেওঁৰ কাৰণে সৰ্বস্ব আছিল।

আজি সেই মহাশ্বেতাকেই তেওঁ পাব আৰু এই অপৰূপা সৌন্দৰ্য্যৰ অধিকাৰিণী নাৰীক সূক্ষ্মভাৱে চোৱাৰ সুযোগ তেওঁ পাব। এয়া তেওঁৰ অধিকাৰ। বীৰ্য্যবাহনৰ অধিকাৰেৰে তেওঁ মহাশ্বেতাক লাভ কৰিব আৰু সৃষ্টিৰ আপুৰুগীয়া সৌন্দৰ্য্যৰ আকাৰ এই নাৰীৰ ৰূপ আৰু যৌৱনৰ মাজত নিজকে নিমজ্জিত কৰি দিব। কেৱল নাৰী সৌন্দৰ্য্যই নহয় অতলান্ত মমতাৰে ভৰা এখন হৃদয় তেওঁ লাভ কৰিব। সাগৰৰ গভীৰতাৰ দৰে সেই মমতা। অথচ এই কৰুণাৰ সাগৰত অৱগাহন কৰাৰ পিছত লৱণাক্ত গেদে মানুহৰ জীৱনলৈ কোনো অনুশোচনা নানে। আনে অনাবিল আনন্দ আৰু প্ৰশান্তি।

বিজয় লাহে লাহে অধৈৰ্য্য হৈ আহিবলৈ ধৰিলে। সামান্য অভিমানো মনলৈ আহিল। মহাশ্বেতাইও জানো অধীৰভাৱে বিজয় অহালৈ বাট চাই থকা নাছিল? স্বোপাৰ্জিত শক্তি আৰু মাহাত্ম্যৰে বিজয় অহাৰ কথা মহাশ্বেতাই নিশ্চয় বহুত আগতেই জানে। তেনেহলে এই নিৰ্জন গিৰিশৃঙ্গত বিজয়ক আদৰিবলৈ মহাশ্বেতাই বহু আগৰে পৰাই সাজু হৈ থাকিব লাগিছিল। এই মৰ্ত্যৰ সামান্য মানুহ হিচাপে বিজয়ে তেনেধৰণৰ ব্যৱহাৰ আশা কৰিছিল। ভাবিছিল লগ পোৱাৰ লগে লগে মহাশ্বেতাই আকুলতাৰে বিজয়ক আদৰিব। কিন্তু ইয়াৰ সম্পূৰ্ণ বিপৰীত এটা পৰিবেশহে বিজয়ে দেখিলে। নিৰ্জন গিৰিশৃঙ্গৰ সমতল ভূমিত এটা নিৰ্জন জুপুৰিঘৰৰ বাহিৰে অন্য একো নাই। সেই ঘৰটোৰ ভিতৰতেই মহাশ্বেতা আছে বুলি জনাৰ পিছতো এতিয়াও বিজয়ক বাহিৰত অপেক্ষা কৰাই ৰখাৰ কি কাৰণ আছে বিজয়ে বুজি নেপালে। অভিমানত মনটো ক্ষুব্ধ হৈ উঠিল।

কিন্তু এটা সময়ত এই সকলোবোৰ চিন্তা-ভাৱনা আবেগ, অভিমানৰ অন্ত পৰিল। অৱশেষত ভিতৰৰ পৰা মহাশ্বেতাৰ কণ্ঠ ভাঁহি আহিল। "তুমি অধৈৰ্য্য হৈ পৰিছা, মই বুজিছোঁ বীৰ্য্যবাহন। এতিয়া মই সাজু। দুৱাৰখন খুলি দিছোঁ। তুমি সোমাই আহা। তোমাৰ পাদুকা, তোমাৰ বয়-বস্তু সকলো বাহিৰত থৈ আহিবা।"

দুৱাৰখন খোল খাই গ'ল আৰু লগে লগে এটা ক্ষীণ পোহৰ বিজয়ৰ চকুত পৰিল। কোনোধৰণৰ শব্দ নকৰাকৈ বিজয়ে ঘৰটোত প্ৰৱেশ কৰিলে। ঘৰটো দুটা ভাগত বিভক্ত। সোমায়ে এটা মৃদু সুগন্ধ পালে। কিহৰ সুবাস ধৰিব নোৱাৰিলে। কিন্তু কোঠাটোত কোনো নাই। আচৰিত হৈ কোঠাৰ চাৰিওপিনে চোৱা সত্ত্বেও কাকো নেদেখিলে। বিজয়ৰ মুখৰ পৰা অস্ফুট স্বৰত ওলাই আহিল "ক'ত তুমি ?"

সিটো কোঠাৰপৰা কণ্ঠস্বৰ আহিল– "মই আছোঁ বীৰ্য্যবাহন ! তুমি এইটো কোঠালৈ সোমাই অহা। মই এইটো মুহূৰ্তত ইয়াৰ পৰা উঠি যাবলৈ অপাৰগ বীৰ্য্যবাহন ! তোমাৰ চিন্তাৰ কোনো কাৰণ নাই। তুমি সোমাই আহা।"

মন্ত্ৰমুগ্ধ সাপৰ দৰে বিজয় সিটো কোঠাত ভৰি দিলেগৈ, প্ৰথমতে তেওঁ একো দেখা নাছিল। মাত্ৰ মজিয়াত এখন ডাঙৰ থাপনা পতা আছিল ! সেই থাপনাৰ ওপৰৰ পৰা এটা উজ্জ্বল পোহৰ বিকিৰণ হৈ আছে। থাপনাত কি আছে বিজয়ে বুজিব নোৱাৰিলে। অৱশেষত দেখা পোৱা গ'ল থাপনাৰ সম্মুখত এটা নাৰী-মূৰ্তি। কি কৰিছে এই নাৰীয়ে ? তেওঁৰ মুখখন কিন্তু স্পষ্টভাৱে বিজয়ে দেখা নাই। বিজয়ৰ প্ৰৱেশ ঘটা সত্ত্বেও মহাশ্বেতাৰ শৰীৰত কোনোধৰণৰ চাঞ্চল্য প্ৰকাশ নেপোৱাত বিজয় আচৰিত হ'ল। তেওঁ মাতিলে "মহাশ্বেতা !"

মুখখন নদঙাকৈয়ে মহাশ্বেতাই এইবাৰ মৃদুকণ্ঠেৰে ক'বলৈ ধৰিলে– "মই জানো বীৰ্য্যবাহন, মোৰ আচৰণত তুমি আচৰিত হৈছা। মোৰ প্ৰতি তোমাৰ ক্ৰোধ আৰু অভিমান ভাবৰ সৃষ্টি হৈছে। কিন্তু মই তোমাৰ প্ৰতি কিয় এনে উদাসীন ব্যৱহাৰ কৰিছোঁ তুমি এইটো মুহূৰ্তত নবুজিবা। তোমাৰ সৈতে মই মিলিত হোৱাৰ আগতে তোমাক মই কেইটা মান প্ৰশ্ন সুধিব লাগিব।"

ইতিমধ্যে বিজয়ে বহুত ধৈৰ্য্য ধৰিলে। এইবাৰ কিন্তু নিজক ধৰি ৰাখিব নোৱাৰিলে। প্ৰতি মানুহৰে ধৈৰ্য্যৰ এটা সীমা থাকে। বিজয়োতো এটা তেজ-মঙহৰ মানুহ। ঈষৎ উচ্চস্বৰে তেওঁ চিঞৰি উঠিল,– "আৰু তুমি মোক কিমান পৰীক্ষা কৰিবা ? মই কিমান দুৰ্যোগ, বিপদ-বিঘিনি অতিক্ৰম কৰি এইখিনি আহি পাইছোঁহি তুমি নিশ্চয় সকলোবোৰ কথা জানা। তুমি এইটোও জানা একমাত্ৰ তোমাৰ

সঁহাৰি পাই তোমাক পাবৰ কাৰণেই মৰণকো তুচ্ছ জ্ঞান কৰি এয়া তোমাৰ ওচৰত উপস্থিত হৈছোঁহি। এতিয়াও তুমি কৈছা যে মোক কেইটামান প্ৰশ্ন সুধিবলগীয়া আছে। ইমানবোৰৰ পিচতো এতিয়াও প্ৰশ্ন। তুমি বোধকৰো ভাবিছা মই মোৰ সহ্য গুণ আৰু ধৈৰ্য্যকো জয় কৰিবলৈ সক্ষম হৈছোঁ। তেনেকৈ ভাবিছা যদি ভুল কৰিছা। মোৰোতো সহ্য আৰু ধৈৰ্য্যৰ সীমা আছে। কাৰণ ময়ো মানুহহে।"

বিজয়ৰ এনে উষ্মা প্ৰকাশত মহাশ্বেতাৰ শৰীৰ আৰু মনত এটা প্ৰতিক্ৰিয়া হোৱা উচিত আছিল। কিন্তু কোনো প্ৰতিক্ৰিয়া দেখা নগ'ল। বৰং ক্ৰোধত উত্তেজিত হৈ পৰা বিজয়লৈ দৃষ্টি নিক্ষেপ নকৰাকৈ মহাশ্বেতাই পূৰ্বৰ মৃদু অনুত্তেজিত স্বৰত ক'বলৈ ধৰিলে- "সেইখিনিতেই সকলো কথা আউল লাগি যায় বীৰ্য্যবাহন। কাৰণ তুমি বৰ্তমানৰ এই মৰ্ত্যৰ মানুহে এই কথা কোনো অৱস্থাতেই তুমি পাহৰিব পৰা নাই বা পাহৰিবা নোৱাৰা। ময়োতো অস্বীকাৰ কৰা নাই, তুমি মানুহ। ময়োতো মানৱী। কিন্তু আজিৰ মানুহ মই নহওঁ। আজিৰ পৰা দুহেজাৰ বছৰৰ আগৰ সেই ৰাজকন্যাৰ প্ৰতিবিম্ব এতিয়াও মোৰ শৰীৰত আছে- মোৰ মনত আছে। কিন্তু তোমাৰ শৰীৰ আৰু মনত মোৰ সেই চিৰ প্ৰেমাষ্পদ বীৰ্য্যবাহনৰ ছাঁ অকণো নাই। আৰু সেই কাৰণেই তুমি তোমাৰ সীমিত সহ্যগুণ আৰু ধৈৰ্য্যৰ প্ৰতি ইমান সজাগ।"

ক্ষন্তেক সময় ৰ'ল মহাশ্বেতা। বিজয়ে তেতিয়া তেওঁৰ দৃষ্টি তললৈ নমাই আনিছে। আকৌ ক'বলৈ ধৰিলে মহাশ্বেতাই- "অথচ দুহেজাৰ বছৰৰ মোৰ ধৈৰ্য্য, প্ৰতীক্ষা আৰু মনোকষ্ট তুমি নেদেখিলা। তুমি অনুভৱ কৰিব নোৱাৰিলা। সেই শক্তি তোমাৰ নাই। শুনা বীৰ্য্যবাহন। দুহেজাৰ বছৰ আগৰ সেই চেলিবিচ ৰাজ্যৰ ৰাজকুঁৱৰী ময়ে আৰু সেই পৰমায়ুৰ পৰম্পৰা আজিও অব্যাহতভাৱে চলি আছে। কিন্তু সেই চেলিবিচ ৰাজকন্যাৰ ঔৰসজাত কন্যাৰ নাতি পৰিনাতি মই নহওঁ। কিন্তু চেলিবিচ ৰজাৰ মহিষীৰ গৰ্ভৰ পৰা ভূমিষ্ঠ হোৱা অপৰূপা লাৱণ্যভৰা সেই ছোৱালীজনী ময়ে- এতিয়াও মোৰ মৃত্যু ঘটা নাই। মাত্ৰ যোৱা বাৰটা বছৰ মই সাময়িকভাৱে আঁতৰি গৈছিলোঁ মহাকালৰ লগত ফেৰ মাৰিবলৈ যাওঁতে ব্যৰ্থ হৈ। কিন্তু মৃত্যু মোৰ হোৱা নাছিল। মই জানিছিলোঁ আকৌ মই আহিম। সেই কাৰণেই বাৰ বছৰৰ আগতে সেই অনিৰ্বাণ অগ্নিকুণ্ডৰ মাটিত মই মিহলি হৈ যোৱাৰ

আগতে তোমাক কৈছিলোঁ, "মই বাৰ বছৰৰ পিছত আকৌ আহিম, তুমি ধৈৰ্য ধৰি মৌনে অপেক্ষা কৰি থাকিবা। কোৱা নাছিলোঁনে বীৰ্য্যবাহন ?"

আকৌ ক্ষন্তেক সময় ৰৈ দিলে মহাশ্বেতাই। এইবাৰ তলৈলে মূৰ কৰিয়ে বিজয়ে উত্তৰ দিলে- "কৈছিলা। সেই কাৰণেই মই অসীম ধৈৰ্য্যৰে যোৱা বাৰটা বছৰ তোমাৰ কাৰণে অপেক্ষা কৰি আছিলোঁ। কিন্তু আজি তোমাক লগ পোৱাৰ পিছত তুমি মোক আকৌ কিয় মোৰ ধৈৰ্য্যৰ পৰীক্ষা কৰিব খুজিছা মই বু া নাই।"

-"মোক ভুল নুবুজিবা। মই তোমাৰ ধৈৰ্য্যৰ পৰীক্ষা কৰিব খোজা নাই। মই ক'ব খুজিছোঁ, মোৰ পৰিচয় এটাই আৰু সেইটো হৈছে আজি মই যি, দুহেজাৰ বছৰৰ আগৰ সেই চেলিবিচ ৰাজকন্যাও একেই আছিল।"

"মোৰ একো বোধগম্য হোৱা নাই-তুমি কি ক'ব খুজিছা।" আচৰিত হৈ বিজয়ে সুধিলে।

"মই ক'ব খুজিছো বহুতো পুৰুষ পাৰ হৈ যোৱাৰ পিচতো মোৰ পৰিচয় একেটাই আছে। মোৰ পূৰ্বপুৰুষৰ সকলো লোক কালৰ বুকুত বিলীন হৈ গ'ল। কিন্তু বীৰ্য্যবাহন, তুমি সেই প্ৰথম বীৰ্য্যবাহনজন নোহোৱা, যিজনক মই দুহেজাৰ বছৰৰ আগতে চেলিবিচ ৰাজ্যত লগ পাইছিলোঁ আৰু যাক দেখিয়েই প্ৰথম দৃষ্টিতেই মোৰ সমস্ত নাৰীসত্ত্বা উজাৰ কৰি বাকি দিছিলোঁ।"

"তেনেহ'লে ?"

"শুনি যোৱা। আজিয়ে শুনি লোৱা। আজিৰ পিছত আৰু কোনোদিনেই সুযোগ নেপাবা। শুনা, তথাপি মই ভুল কৰা নাছিলোঁ। দুহেজাৰ বছৰৰ আগৰ সেই বীৰ্য্যবাহন তুমি নোহোৱা বুলি মই জনা সত্ত্বেও তোমাক মই সেই একে বীৰ্য্যবাহন বুলি গ্ৰহণ কৰি একো ভুল কৰা নাই। তোমালোকৰ দুকুৰি পুৰুষৰ পৰম্পৰা চলি অহাৰ পিছৰ কালৰ চক্ৰ ঘূৰি ঘূৰি আকৌ সেই বীৰ্য্যবাহনৰ পুনৰ আগমন ঘটিছে। এনে আগমন ঘটিব বুলি মই জানো কাৰণেই তোমাৰ কাৰণে মই বাট চাই আছিলোঁ। মোৰ প্ৰতীক্ষা নিষ্ফল নহ'ল, তুমি জানা। বাৰ বছৰৰ আগতে পুষ্পকনগৰীত তোমাক মই পালোঁ। আৰু শুনা। ইতিমধ্যে সময়বোৰ অতিবাহিত হৈ যোৱাৰ লগে লগে তুমিও লাহে লাহে উপলব্ধি

কৰি আহিবলৈ ধৰিলা যে সেই তাহানিৰ বীৰ্য্যবাহনৰে তুমি এটা নতুন ৰূপ। তুমি এইদৰে নিজক চিনি নোপোৱা হ'লে তুমি জানো মোক বিচাৰি দুৰ্গম পাহাৰ-পৰ্বত, নদ-নদী, অৰণ্য অতিক্ৰম কৰি আহিলাহেঁতেন ? কেতিয়াও নাহা। স্বীকাৰ কৰা বীৰ্যবাহন।"

"স্বীকাৰ কৰিছোঁ দেৱী।"

"ভুলতো তেনে সম্বোধন নকৰিবা বীৰ্য্যবাহন। মই তোমাৰ মহাশ্বেতা।"

"মই সকলো উপলব্ধি কৰিব পাৰিছোঁ। এতিয়া তোমাৰ প্ৰশ্ন কি ? সোধা, মই উত্তৰ দিম।"

"মই যি কম তুমি শুনিবানে ?"

"শুনিম।"

"যি যি দেখুৱাম, যিমানেই ভয়াবহ নহওঁক, চাবানে ?"

"চাম ?"

"মোৰ কাৰণে যিকোনো পৰিস্থিতিৰ সম্মুখীন হ'বলৈ তুমি প্ৰস্তুতনে ?"

"সেইটো তুমি এতিয়াও বুজা নাইনে ?"

"তথাপি তোমাৰ মুখৰ পৰা শুনিব খোজোঁ।"

"মই প্ৰস্তুত। এই পৃথিৱীত তোমাৰ বাহিৰে মোৰ অন্য কোনো বন্ধন নাই।"

"মোৰ প্ৰতি তোমাৰ ইমানেই গভীৰ প্ৰেমনে ?"

"কেৱল প্ৰেম বুলি কৈ নিজকে ক্ষুদ্ৰ গণ্ডীৰ মাজত আৱদ্ধ নকৰো মহাশ্বেতা। আস্থা, বিশ্বাস আৰু ভৰষা। সেয়েহে নিজকে নিস্বঃ কৰি মই তোমাৰ সৈতে বিলীন হৈ যাব খোজোঁ। মনত এই শক্তি থকা কাৰণেই সম্ভৱ মই ইমান দূৰ আহি তোমাক লগ পাব পাৰিছোঁ।"

"এইটো অৱশ্যে সঁচা। কিন্তু নিজকে নিস্বঃ কৰি দিওঁতে তোমাৰ ব্যক্তিত্ব তুমি জলাঞ্জলি দিবা নেকি ?"

"নিদিওঁ। মোৰ পুৰুষোচিত ব্যক্তিত্ব সদায়ে অটুত হৈ আছে আৰু থাকিব। তুমি যিমানেই মোৰ অতি আপোন নোহোৱা, অযুক্তিৰ আগত মই সেও নেমানো। মোৰ যুক্তি আৰু ব্যক্তিত্বৰে বিচাৰ কৰাৰ শক্তি এতিয়াও মোৰ আছে।"

"এই কথাবোৰ ক্ষন্তেকীয়া মোহ বা আবেগৰ বশৱৰ্তী হৈ যে তুমি

কোৱা নাই বুলি কি প্ৰমাণ বীৰ্য্যবাহন ?"

"প্ৰমাণ মই দিবলৈ সাজু ।"

"ধৰি লোৱা, বীৰ্য্যবাহন যি বিশ্বজয়ী নাৰী সৌন্দৰ্য্যৰ আগত যি কোনো পুৰুষ পতঙ্গৰ দৰে পুৰি মৰিবলৈ সদা প্ৰস্তুত, তোমাৰ সেই মহাশ্বেতাক যদি তুমি সম্পূৰ্ণ বেলেগ ৰূপত দেখিবলৈ পোৱা, তেতিয়া তুমি মোক কিহেৰে বিচাৰ কৰিবা ? আবেগেৰে নে কঠোৰ বাস্তবেৰে ?"

"এনে প্ৰশ্নৰ উদ্দেশ্য কি ?"

"মোৰ প্ৰশ্নৰ উত্তৰ দিয়া ।"

"মই নিশ্চয় কঠোৰ বাস্তৱেৰে বিচাৰ কৰিম ।"

"আবেগে তোমাৰ মনোভাৱ আৰু চৰিত্ৰৰ ওপৰত প্ৰভাৱ নেপেলাবনে ?"

"নিশ্চয় নেপেলায় । মই পুৰুষ মহাশ্বেতা, আৰু মই বীৰ্য্যবাহন । এই মৰ্ত্যৰ পৰিচয়ৰ সৈতে এতিয়া মোৰ কোনো সম্পৰ্ক নাই, তুমি জানা ।"

"তুমি মোৰ প্ৰশ্নৰ যথাৰ্থ উত্তৰ দিছা । মই সন্তুষ্ট বীৰ্যবাহন । কিন্তু তুমি এতিয়া কঠোৰ বাস্তৱৰ সন্মুখীন হ'বা, তাৰ পিচতহে তোমাৰ মনৰ প্ৰকৃত পৰিচয় জানিব পাৰিম ।"

এই বুলি মহাশ্বেতা তৎক্ষণাৎ বিজয়ৰ সন্মুখত থিয় হ'ল । কিন্তু এনে অকল্পনীয় আৰু ভয়াবহ দৃশ্য দেখি বিজয়ৰ নিচিনা কঠোৰ ব্যক্তিত্বৰ মানুহৰো কণ্ঠৰ পৰা এটা তীব্ৰ আৰ্তনাদ ওলাই আহিল ।

"ই কি ? তুমি কোন ? তুমিতো—"

এটা ক্ষীণ হাঁহিৰে মহাশ্বেতাই উত্তৰ দিলে "ময়েই, ময়েই তোমাৰ মহাশ্বেতা ।"

বাৰবছৰৰ আগৰ সেই ৰূপ আৰু যৌৱনৰ ঐশ্বৰ্য্যশালিনী মহাশ্বেতা ক'লৈ গ'ল ? তাৰ পৰিৱৰ্তে বিজয়ৰ সন্মুখত এয়া বগা সাজেৰে এজনী বুঢ়ী থিয় হৈ আছে । পূৰ্বৰ ৰূপ সৌন্দৰ্য্যৰ চিন একেবাৰে নিঃশেষ হৈ যোৱা নাই সঁচা কিন্তু এতিয়া এজনী পক্ককেশী বুঢ়ী । দন্তহীন গাল দুখন সোমাই পৰিছে । চকুৰ দুয়োকাষে বাৰ্দ্ধক্যৰ বলি ৰেখা । থিয় হৈ থকা শৰীৰটোত আগৰ সেই দৃপ্ততা নাই । অলৌকিক শক্তিধাৰিণী মহাশ্বেতাৰ যেন এটা জীৰ্ণ-শীৰ্ণ কঙ্কাল । বিজয় অবাক

হৈ পৰিল। বাক্‌ৰুদ্ধ হ'ল।

আকৌ ক'লে মহাশ্বেতাই– "এতিয়া তুমি শেষ সিদ্ধান্ত লোৱা বীৰ্য্যবাহন। মই সুকীয়া নাৰী বুলি ভুল নকৰিবা। মই আগৰ সেই মহাশ্বেতাই।"

বিজয়ে কোনোমতে উচ্চাৰণ কৰিলে– "কিন্তু...... কিন্তু এইটো কেনেকৈ সম্ভৱ ? তোমাৰ এনে বাৰ্দ্ধক্য মই দেখিম বুলি তো আশা কৰা নাছিলোঁ। এয়া যে অসহ্য।"

"এতিয়া দেখিলা। এতিয়া তোমাৰ মনৰ ভাব প্ৰকাশ কৰা বীৰ্য্যবাহন। মুক্তভাৱে কোৱা। ভয় নকৰিবা। শঙ্কা নকৰিবা।"

–"কিন্তু তোমাৰ এই ৰূপ কেনেকৈ হ'বলৈ পালে সেইটো আগতে কোৱা।"

ধীৰে ধীৰে মহাশ্বেতাই ক'লে– "কাল, বীৰ্য্যবাহন, মহাকাল। মহাকালৰ আগত পৰম অলৌকিক শক্তিও পৰাভূত হৈ যায়। মোৰ ৰূপ-যৌৱন মহাকালে হৰি লৈ গ'ল। মই কিন্তু আছোঁ বীৰ্য্যবাহন।"

ক্ষন্তেক ৰৈ বিজয়ে ক'লে– "এতিয়া বুজিলোঁ। কিন্তু এটা প্ৰশ্নৰ উত্তৰ দিয়া মহাশ্বেতা। তোমাৰ আৰু মোৰ মাজৰ আজিৰ এই বয়সৰ দূৰত্ব অলঙ্ঘনীয় নেকি ?"

"তুমি ক'ব খুজিছা বীৰ্য্যবাহন, মই এতিয়া বৃদ্ধা আৰু তোমাৰ দেহৰ পৰা এতিয়াও যৌৱনে বিদায় লৈ যোৱা নাই। এই অসামঞ্জস্য বয়সৰ দূৰত্ব অতিক্ৰম কৰি আমি দুয়ো দুয়োকে একেডাল সূতাত মিলাই দিব পাৰিমনে ?"

"ঠিক ধৰিছা তুমি। এইটোৱে মোৰ প্ৰশ্ন।"

–"আৰু এইটোতেই তোমাৰ আপত্তি নহয়নে ?"

–"তেনেকৈ নক'বা। মহাকালে পাৰ্থিৱ সকলো বস্তুকে শেষ কৰি দিব পাৰে সঁচা কিন্তু প্ৰেমক নিঃশেষ কৰি দিব পাৰে জানো ? প্ৰেম সদায় অমৰ, এইটোৱেই মই ইমানদিনে দেখি আহিছোঁ।"

এটা স্নিগ্ধ হাঁহিৰে মহাশ্বেতাই ক'লে– "অতি উত্তম বীৰ্য্যবাহন। মোৰ বীৰ্য্যবাহনৰ মুখত এনে বাক্য শুনি মই বৰ সন্তুষ্ট–তৃপ্ত। আমাৰ পৃথিৱী সম্পূৰ্ণ শূন্য যদিহে দুয়ো দুয়োৰে পৰা আঁতৰি থাকো, যদিহে দুয়োৰে পাৰ্থিৱ দূৰত্ব দীঘলীয়া হয়। তুমি সম্পূৰ্ণ প্ৰস্তুত বুলি মই বুজি পালোঁ। এতিয়া ব'লা দুয়ো বাহিৰলৈ যাওঁ।"

মহাশ্বেতাৰ নিৰ্দেশ অনুসৰি বিজয় ঘৰৰ বাহিৰলৈ ওলাই আহিল। আগে আগে ধীৰ মন্থৰ খোজত মহাশ্বেতা। আশাৰ জোনটোৱে পাহাৰৰ শৃঙ্গ আৰু নামনিৰ উপত্যকা পোহৰ কৰি ৰাখিছে।

মহাশ্বেতাই ক'লে– "এতিয়া এই শৃঙ্গৰ সমতল ভূমিৰ সৌটো দিশলৈ আমি যাম।"

–"কি আছে তাত ?"

–"গ'লেই দেখিবা কি আছে তাত।"

দুয়ো গৈ তাত থিয় হৈ নামনিলৈ চাই দিয়াত বিজয় বিস্ময়াভিভূত হৈ পৰিল। পাহাৰৰ নামনিৰ তল অংশত অন্ধকাৰৰ বাহিৰে একো নাই। পাহাৰৰ শৃঙ্গৰ পৰা কিমান তলত সমতল আছে সেয়া বুজা কঠিন। বোধকৰো এই অতলান্ত শূন্যতাৰ কোনো শেষ নাই। এই সীমাহীন শূন্যতাই মানুহৰ মনত এটা গভীৰ ৰহস্য-বিজড়িত আতঙ্কৰ সৃষ্টি কৰে। এই শূন্যতাক অধিক ৰহস্যময় আৰু ভয়াবহ কৰি তুলিছে শূন্যত অনৰ্গল ঘূৰি থকা এটা অগ্নি প্ৰজ্বলিত চক্ৰই। নীলা অগ্নিৰ শিখা এটা অনৰ্গল ঘূৰি আছে। একেটা গতিত ঘূৰি আছে, এবাৰো ৰৈ যোৱা নাই, এবাৰো তাৰ গতি মন্থৰ হৈ পৰা নাই। কিন্তু এই চকাটো কি ? কিয় ঘূৰি আছে আৰু কোনে ঘূৰাইছে ?

বহুত সময় একেথৰে চাই থকাৰ পিছত বিজয়ৰ গভীৰ তন্দ্ৰা ভঙ্গ কৰি মহাশ্বেতাই মৃদুস্বৰত ক'লে– "এয়ে হৈছে নিৰাকাৰ পৰমব্ৰহ্মৰ আবাসস্থল। এই পৰমশূন্যৰ মাজতেই ব্ৰহ্মাণ্ডৰ জীৱনী শক্তি নিহিত হৈ আছে। লৌকিক অলৌকিক সকলো শক্তিয়েই আমি এই মহাশূন্যৰ পৰা পাইছোঁ। সেই শক্তি দিছে অদৃশ্য আৰু নিৰাকাৰ পৰম ব্ৰহ্মই। তেওঁক আমি দেখা নাই বীৰ্য্যবাহন, কিন্তু তেওঁৰ সৃষ্টি জীৱনৰ প্ৰাণ শক্তিৰ চক্ৰ আমি এয়া দেখিছোঁ। এই অগ্নিচক্ৰ অনন্তকাল ধৰি চলি আছে আৰু চলি থাকিব।"

কিবা এটা ক'ব খুজিও বিজয়ে একো ক'ব নোৱাৰিলে।

–"আৰু বীৰ্য্যবাহন, এতিয়া এয়া আমাৰো একমাত্ৰ আশ্ৰয়স্থল। ইয়াত আশ্ৰয় ল'ব পৰাটোও পৰম ভাগ্যৰ কথা। যিকোনো মানুহে এই পৰম শূন্য আৰু তাৰ মাজত ঘূৰি থকা অনিৰ্বাণ দীপ চক্ৰ দেখাৰ সৌভাগ্য লাভ কৰিব নোৱাৰে। তুমিও নোৱাৰিলাহেঁতেন, যদি মই লগত নেথাকিলোহেঁতেন। যুগ যুগ ধৰি সঞ্চয় কৰা মোৰ তপস্যাৰ গুণ

আৰু কৃচ্ছ্রসাধনৰ যোগেদি পোৱা অলৌকিক শক্তিৰ বলতেই আমি আজি মানৱজীৱনৰ চূড়ান্ত পৰম সম্পদ দেখিবলৈ পালোঁ ।'

—"মহাশ্বেতা ! পৰমাত্মাৰ ৰহস্য ইয়াতেই লুকাই আছে ?"

"ওঁ, ইয়াতেই আছে পৰামাত্মা । কিন্তু আমাৰ সকলোৰে আশ্রয়ৰ স্থল ইয়াতেই বুলিও কৈছোঁ বীৰ্য্যবাহন । কাৰণ সেই অগ্নি চক্রটোৰ মাজৰ শূন্যখিনিত সকলো শক্তি থুপ খাই আছে । জৰা আৰু মৃত্যুক জয় কৰি অমৰ হোৱাৰ শক্তি সেয়ে । মোৰ শেষ কথা শুনা বীৰ্য্যবাহন, আমাৰ প্ৰেম যুগমীয়া আৰু অমৰ"। একেলগে দুয়ো দুয়োতে বিলীন হৈ মহাশ্বেতা আৰু বীৰ্য্যবাহন স্বৰূপে আমি থাকিব লাগিব । একে যৌৱন একে শক্তি লৈ আমি হয়তো এই মৰ্ত্যত মহাকালৰ লগত ফেৰ মাৰি কালজয়ী হৈ থাকিব নোৱাৰিম । কিন্তু এই মৰ্ত্যৰ বাহিৰেওতো অন্য জগৎ আছে, য'ত জৰা, বাৰ্দ্ধক্য আৰু মৃত্যু নাই । এতিয়া শুনা, আমি দুয়ো একেলগে ইয়াৰ পৰা মহাশূন্যত জপিয়াই অগ্নিচক্ৰৰ মাজেদি সৰকি যাম । লগে লগে মোৰ ঘটিব পুনৰ্জন্ম আৰু তোমাৰো । চিৰযৌৱনা মহাশ্বেতাসহ আৰু অনন্ত যৌৱনৰ অধিকাৰী হ'বা তুমি । প্ৰস্তুতনে তুমি বীৰ্য্যবাহন ?"

বিজয়ে অকণো দ্বিধা নকৰি চিঞৰি উঠিল "মই প্ৰস্তুত মহাশ্বেতা মই প্ৰস্তুত, আহা ।"

নিৰ্জন গিৰিশৃঙ্গৰ পৰা উচ্চাৰিত এই শব্দটো এবাৰ প্ৰৱলভাৱে প্ৰতিধ্বনিত হৈ তলৰ মহাশূন্যত বিলীন হৈ গ'ল ।

মহাশ্বেতাই ক'লে "ক্ষন্তেক ৰবা ।"

এইবুলি তেওঁ দুবাৰ হাত চাপৰি বজালে আৰু নিমিষতে এটা গৰ্জনেৰে সেই বাঘটো ক'ৰবাৰ পৰা আহি মহাশ্বেতাৰ কাষত থিয় হৈ নেজ জোকাৰিবলৈ ধৰিলে । মহাশ্বেতা বহি লৈ বাঘটোৰ মূৰত থপৰিয়াই গোটেই গাটোত হাত ফুৰাই দিলে আৰু তেওঁৰ মখুখন তাৰ মূৰটোত লগাই বিৰ্‌বিৰকৈ কিবা ক'বলৈ ধৰিলে । চকুৰেদি তেওঁৰ লোতক বাগৰি পৰিল । বাঘটোৱে গৰ্‌গৰাবলৈ ধৰিলে । তাৰপিচত তেওঁ থিয় হ'ল । তেওঁৰ মুখখনত এটা অস্বাভাৱিক গাম্ভীৰ্য্য ফুটি উঠিছে, মুখখনত জিলিকি উঠিছে এটা অপাৰ্থিৱ জ্যোতি । তেওঁ বিজয়লৈ চালে আৰু এটা হাঁহিৰে ক'লে– "বীৰ্যবাহন ! মই এতিয়া মুক্ত হলোঁ । এতিয়া মোৰ কোনো বন্ধন নাই । আহা তুমি মোৰ হাতত ধৰা ।"

মহাশ্বেতাৰ সেই হাঁহিত শোক আৰু পৰিতৃপ্তিৰ এটা অপূৰ্ব সমন্বয় প্ৰকাশ পাইছিল ।

অখণ্ড শূন্যৰ পিনে কেতিয়াবাই মনৰ দিক নিৰ্ণয় কৰি পেলোৱা বিজয়ে মহাশ্বেতাৰ হাতখন ধৰিলে । মহাশ্বেতাই সেই হাত খামুচি ধৰিলে । দুয়োৰে হাতৰ বন্ধন দৃঢ় হৈ পৰিল ।

—"মোৰ লগে লগে তুমি ওঁকাৰ ধ্বনি উচ্চাৰণ কৰিবা । আমাৰ ওঁকাৰৰ নিশ্বাস শেষ হোৱাৰ লগে লগে আমি আমাৰ লক্ষ্যস্থানলৈ জপিয়াই পৰিম ।"

তাৰপিচত দুয়োৰে ওঁকাৰ ধ্বনি আৰম্ভ হ'ল । নাৰী আৰু পুৰুষ কণ্ঠৰ ভক্তি আৰু আকূতিৰ বলোদীপ্ত সমস্বৰ । এই গুৰু গম্ভীৰ স্বৰত গিৰিশৃঙ্গ আৰু পৰ্বত-কন্দৰ গম্‌গমাই উঠিল । অৱশেষত পৰমাত্মাৰ প্ৰতি আকুল আহ্বানৰ এই স্বৰ-ধ্বনি লাহে লাহে শেষ হোৱাৰ লগে লগে দুয়ো দুয়োৰে হাত দুখন দৃঢ়তাৰে ধৰি সেই মহাশূন্যত জপিয়াই পৰিল আৰু চকুৰ নিমিষতে পুৰুষ আৰু নাৰীৰ দুটা দেহ নীলা অগ্নিৰ মহা চক্ৰৰ মাজেদি সৰকি গৈ তলৰ সুগভীৰ শূন্যৰ মাজত নাইকিয়া হৈ গ'ল ।

শৃঙ্গৰ ওপৰত থকা বাঘটোও তেতিয়া সেই শূন্যত জপিয়াই পৰিবলৈ উদ্যত হৈ পৰিছিল । কিন্তু এটা অজ্ঞাত কাৰণত সি ৰৈ গ'ল আৰু শূন্যৰ পিনে চাই থাকি গুমৰিবলৈ ধৰিলে । বোধকৰো আৰ্তনাদ কৰি সি কান্দি উঠিছিল । মহাশূন্যত বিলীন হৈ যোৱা তাৰ অধিষ্ঠিত দেৱীৰ লগতে সিও হয়তো জপিয়াই পৰিলহেঁতেন । কিন্তু দেৱী মহাশ্বেতাই যোৱাৰ আগে আগে তাৰ কাণে কাণে যি আদেশ দি গৈছিল, সেয়া পালন কৰিবলৈকে সি বোধকৰো ৰৈ দিলে আৰু মহাশূন্যত সেই জ্বলন্ত চক্ৰটোলৈ চাই সি বহি থাকিল ।

—শেষ—